# ॥ ৰজনীগন্ধাৰ চকুলো ॥

( চুটি গল্প সংকলন )



হেমলতা দত্ত

"উপেন্দ্ৰ নাথ দত্ত সোঁৱৰণী প্ৰকাশ"
ৰজামৈদাম পথ, যোৰহাট-১

*"Rajanigandhar Chakulu"— a Collection of short stories, written by Hemo Lata Dutta, Vice President, Sodou Asom Lekhika Samaroh Samity" Rajamaidam Road, Jorhat, 785001; pablished by Hemolata Dutta Upendra Nath Dutta Swaroni Prokash', Rajamaidam Road, Jorhat.*

প্ৰকাশিকা ঃ- হেমলতা দত্ত
"উপেন্দ্ৰ নাথ দত্ত সোঁৱৰণী প্ৰকাশ"
ৰজামৈদাম পথ, যোৰহাট।

প্ৰথম প্ৰকাশ : আগষ্ট ১৯৯৩ চন।

মূল্য :- ৪০ ( চল্লিশ ) টকা

বেটুপাত শিল্পী :- শ্ৰীৰথীন শৰ্ম্মা, তৰাজান যোৰহাট।

মুদ্ৰক : চান প্ৰিন্টাৰ্চ।
তৰাজান, যোৰহাট।



# অৰ্পণ

অসমীয়া নাৰী সমাজৰ, হেজাৰ গৰাকী মাতৃলৈ—
যিসকলৰ সাহসী, বলিষ্ঠ পদক্ষেপে, আজিও অসমীয়া সমাজক
অবনমিত কৰিব পৰা নাই আৰু নোৱাৰেও— তেওঁলোকলৈ
বুলি মোৰ এই সংকলনটি অৰ্পণ কৰিলো—

হেমলতা দত্ত
ৰজামৈদাম পথ
যোৰহাট।

১৫/৮/৯৩

# মোৰ মনৰ কথা

যি সময়ত পৃথিবী একবিংশ শতাব্দীৰ ফালে দোপতদোপে আগবাঢ়ি গৈছে-কি জ্ঞান-বিজ্ঞান, কি প্ৰযুক্তিবিদ্যা— সকলো ক্ষেত্ৰতে হোৱা প্ৰগতিৰ চৰম উন্নতিয়ে পৃথিবীখনৰ পূৰ্ব্বৰ ৰূপকে সলাই পেলাইছে— মানৱ জীৱন যাত্ৰা প্ৰণালীলৈ ভাবিব নোৱাৰা নতুন ধাৰা বৈ আহিছে - ঠিক তেনে এটা সময়ত, আমাৰ সমাজত সঘনাই দেখা দিয়া নাৰী - নিৰ্য্যাতন, নাৰী তথা মাতৃ-অৱমাননা, মাতৃ জাতিৰ প্ৰতি দেখুওৱা চৰম অৱহেলাৰ নগ্ন ৰূপ, আমাৰ সমাজ যে আজি কিমান পতিত হৈছে, তাকে দেখুৱাইছে - !!

নাৰী আৰু পুৰুষক লৈয়ে মানৱ সমাজখন গঠিত হৈছে। সেই মানৱ সমাজৰ আধা অংশ নাৰীয়ে নিজৰ জীৱনৰ সুখ দুখ, হাঁহি অশ্ৰু, হৰ্ষ-বিষাদ ক্লেশ আৰু যাতনাৰ ছবি ফুটি উঠা সাহিত্যিকৰ সৃষ্টি খুব কমেইহে কৰিব পাৰিছে !! অসমীয়া সাহিত্যৰ যশস্বী সাহিত্যিক, সমালোচক ড° বাণীকান্ত কাকতীদেৱে তেখেতৰ সোণ ৰূপৰ মুখেৰে আজিৰ পৰা বহুবছৰৰ আগতেই কৈ গৈছে, "তেতিয়ালৈকে আমাৰ সাহিত্যত' লেখিকাসকলে, নাৰী জীৱনৰ সুখদুখ হাঁহি কান্দোনৰ হুবহু বৰ্ণনা দি নাৰীজীৱনৰ প্ৰকৃত ছবি ফুটাই তুলিব নোৱাৰে, তেতিয়ালৈকে তেওঁলোকৰ জীৱনৰ ছবি আধা অঁকা হৈয়ে ৰব"—সঁচা কথা, আমাৰ জীৱনত লুকাই থকা, কিমান হাঁহি কিমান কান্দোন-কিমান দুখ, কিমান বিষাদ যে অন্তঃসলিল অশ্ৰুধাৰাৰ দৰেই বৈ আছে— কিমান এনে বেদনাই নিৰ্য্যাতনে নাৰীক পদে পদে মৃত্যুৰ মুখলৈ ঠেলি দিছে—কত নাৰীক

মানসিক বিকাৰ গ্ৰস্তা কৰি তুলি সংসাৰলৈ বিপৰ্য্যয় নমাই আনিছে তাৰ কোনো লেখ জোখ নাই—নাই কোনো পৰিসংখ্যা! পুৰুষ প্ৰধান সমাজত নাৰীৰ এই অৱমাননাই সমাজখনক দিনে দিনে অধঃপতনৰ ফাললৈহে নমাই নিছে— ফলত পৃথিৱী ধ্বংসৰ মুখামুখি হৈছে! অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, যশস্বী সাহিত্যিক চৈয়দ আব্দুল মালিক দেৱে দুখ কৰি কৈছিল, "আজিও অসমীয়া লেখিকাই, স্ব লেখনিৰ মাজেদি নিজৰ জগতখনৰ প্ৰতিচ্ছবি পৃথিৱীৰ আগত দাঙি ধৰিব পৰা নাই"—সঁচা কথা নহলেনো আজিৰ সমাজত অসমীয়া নাৰীৰ মৰ্য্যাদাৰ ইমান অৱনতি ঘটিব পাৰেনে? পুৰুষ সকলে নাৰীসকলৰ নিভৃত হৃদয়ৰ সকলো কথা বৰ্ণনা নকৰি, কেৱলমাত্ৰ নাৰীৰ বাহ্যিকতাৰ বৰ্ণনাতে তেওঁলোকৰ লেখনি সীমাবদ্ধ কৰি ৰাখিছে—সেয়ে মই ভাবো, যে নাৰীয়েহে, লেখিকাইহে নিজৰ লেখনিৰ জৰিয়তে, তেওঁলোকৰ জীৱনৰ সুখদুখ, হাঁহি অশ্ৰুৰ প্ৰকৃত ছবি ফুটাই তুলিব পাৰিলেহে-তেওঁলোকে সমাজত উপযুক্ত স্থান লভিবলৈ সক্ষম হব পাৰিব, অন্যথাই নহয়!!

সেয়েহে মনৰ নিভৃতৰ হেজাৰ খু দুৱনিত, নাৰীজীৱনৰ সুখদুখৰ, বেদনাবিধৰ জীৱনৰ প্ৰকৃত বৰ্ণনা থকা যেন লগা কেইটিমান গল্প এই সংকলন "ৰজনী গন্ধাৰ চকুলোত" সন্নিবিষ্ট কৰিছো। ওচৰ চুবুৰীয়া বঙলা ভাষাৰ পৰা হিন্দী ভাষাৰ পৰাও এনে দুই তিনটি গল্পৰ অনুবাদো কৰিছো আৰু ভাবিছো হয়তো এই বিলাকৰ মাজেদিয়ে নাৰী-জীৱনৰ সুখদুখ, বেদনা, ব্যথতাৰ দুবছু চিত্ৰ বৰ্ণনা কৰিবৰ প্ৰয়াস কৰিছো বুলি ভাবিছো। ইয়াত সন্নিবিষ্ট, দুটি গল্পই, যোৰহাট লেখিকা সমাৰোহ সমিতিয়ে পতা প্ৰতিযোগিতাত পুৰস্কৃতও হৈছে — মনতে আশা ৰাখিছো—এই গল্পখনিয়ে পাঠক পাঠিকাৰ মনত এটি সাঁচ বহুৱাবলৈ সক্ষম হব! কৰবাত হয়তো মোৰ ত্ৰুটিও ৰৈ গৈছে, কৰবাত হয়তো ভুলো হৈছে— কিন্তু সকলো ত্ৰুটী-বিচ্যুতিক ক্ষমা কৰি মোক আৰু

লিখিবলৈ উৎসাহিত কৰিব বুলি এই সংকলনটি সদৌটি বাইজলৈ আগ-বঢ়ালো— এইখিনিৰ আদৰেই ইয়াৰ পিছৰ খনি সংকলন "কুমাৰী কাটাৰ স্বপ্ন" পোহৰলৈ আনিবলৈ উদগনি দিয়াৰ আশাৰে—

হেমলতা দত্ত
বজ্ৰাধৈদাম পথ,
যোৰহাট।
১৫।৮।৯৩

## সূচীপত্ৰ

# ৰজনীগন্ধাৰ চকুলো

অনিন্দিতা মৰমৰ,

তোমাৰ লগত শেষবাৰ দেখাদেখি হোৱাৰ কিমানটা বছৰ পাৰ হৈ যোৱাৰ পাছত আজি এয়া বহুখিনি নীৰৱ বেদনা বুকুত লৈ, তোমালৈ লিখিবলৈ বহিছো আৰু লিখিবলৈ হাতত কলম তুলি লৈ বাৰে বাৰে ভাবিছো – লিখো নে নিলিখো? যদি লিখোৱেই বাৰু সকলো সঁচা কথাকে লিখিম জানো! যদি লিখোও— সেয়াচোন মোৰ এদিনৰ অতি চেনেহৰ বান্ধৱী অনিন্দিতা তথা অসুৰ অন্তৰত জ্বলাজুই জ্বলোৱাহে হ'ব! তথাপি আজি মই নিৰুপায় – মই নিৰুপায়— এজনী এদিনৰ বুকুৰ বান্ধৱীৰ ওচৰত ক্ষমা বিচাৰি এইখন চিঠি যে মই লিখিবই লাগিব। শত শত বেদনাৰ নিৰ্ম্মম আঘাতেৰে থকাসৰকা হোৱা মোৰ এই অন্তৰখনে তোমাক সকলো কথা জনোৱাৰ পাছতহে শান্তি পাব বুলি নিৰুপায় হৈ তোমালৈ লিখিবলৈ বহিলো!!

তোমাৰ লগত স্কুল-কলেজীয়া জীৱনৰ সেইকেইটা বছৰ কেনেকৈ যে কটালো এতিয়া কেতিয়াবা নিৰলে বহি ভাবিলেও অদ্ভুত ভাল লাগে!! সেই স্কুলীয়া আৰু কলেজীয়া জীৱনৰ কেইবাটাও বছৰ নিবিড় ভাৱে তোমাৰ লগত কটাই ভাবিছিলো—'আমি কিমান সুখী!'---কিমান তৃপ্ত!! —মোৰ মৰম আকলুৱা মনে, বান্ধৱীৰ নিবিড় মৰমতে, জীৱনৰ সকলো সুধা, সকলো আনন্দ পাই ধন্য হৈ উঠিছিল—কিন্তু বাস্তৱ আৰু সপোন—বাস্তৱ বাস্তৱেই আৰু সপোন সদায় সপোনেই!!

সীমাহীন সেই মনৰ আশা জানো মোৰ পূৰ্ণ হল অনু? মোৰ জীৱনৰ সোণালী স্বপ্ন-সৌধচোন হঠাতে এদিন কাল পচোৱাৰ কোবত, জহি খহি মাটিৰ বুকুত লীন হৈ গল—আজি জীৱনৰ উদাস, উকা। সুদীৰ্ঘ বছৰবোৰ নীৰবেই কটাই লৈ, নীৰস, বেদনাভৰা মৌণক্ষণত লিখিবলৈ বহিছো তোমালৈ—যি তোমাৰ আৰু মোৰ সৌহাদ্যপূৰ্ণ বন্ধুত্বই, জীৱনৰ ৰঙীন আশাৰ পানচৈ, জীৱন নদীৰ কোবাল সোতত মেলি দিছিল বহু আশাৰে—কিন্তু ক'তা?—আজিচোন জীৱনৰ বিয়লি বেলিকা তোমালৈ—মোৰ তাহানিৰ সেই মৰ্মৰ অনুলৈ লিখিবলৈ বহি হিচাব কৰিছো জীৱনত কি পালো আৰু কি নাপালো! পোৱা নোপোৱাৰ তুলাচনীত চোন নোপোৱাৰ বেদনাই সৰহ হল আৰু পায়ো হেৰুওৱাৰ বেদনাইচোন আজি মোক মূক-বধিৰ কৰি পেলাইছে—পাহৰি পেলাইছো তাহানিখনৰ, খন্তেক নেদেখিলেও ব্যাকুলহৈ পৰা অনুকোচোন আজি, ইমান বছৰৰ মূৰত দেখিবৰ বা-ভাবিবৰো মন নোযোৱা হৈ পৰিছে— আজি সেই অনুক যেন সন্মুখত পালেও, প্ৰতিহিংসাৰ অগনিৰে দগ্ধ হোৱা, মোৰ এই অন্তৰখনেৰে যেন শেষ কৰি পেলাম গৌতম চলিহা আৰু তোমাৰ যুগ্মজীৱনৰ সুখেভৰা সংসাৰখন!—মোৰ মনৰ শান্তি, মোৰ মনৰ নিভৃত সুখৰ অনুভূতিক তিলতিলকৈ দগ্ধ কৰি পেলোৱা অনু আজি মোৰ একান্ত বান্ধৱী নহয়—যেন চিৰ শত্ৰুহে! আজি মোৰ সেই এদিনৰ, অকৃত্ৰিম বন্ধু অনুৰ প্ৰতি জিঘাংসাত মোৰ মন অস্থিৰ হৈ উঠিছে— তথাপি মই নিৰুপায়—

তোমাৰ মনত পৰেনে অনু, আজি যাক তুমি অগ্নি সাক্ষী কৰি, নিজৰ স্বামী বুলি মানিলৈ, যি গৌতম চলিহাৰ সুখৰ সংসাৰত তোমাৰ প্ৰাপ্যখিনি লবলৈ হেজাৰ আশাৰে আগবাঢ়ি আহিছা—সেই গৌতম চলিহা কিমান ঠগ!! কিমান প্ৰৱঞ্চক!! উস্, কিমান নিচ!! তোমাকতো অনু মই মোৰ জীৱনৰ কোনো কথাকে লুকুওৱা নাছিলো স্নাতক পৰীক্ষাৰ আগে আগে তোমাক মই মোৰ মনৰ গুপুত কথা কৈছিলো -

আৰু কৈছিলো মোৰ মনতো বসন্তই শিহৰণ আনিছে লগ পাইছো মোৰ সপোন ৰাজকোঁৱৰক ভাবিছো তেওঁৰ লগতে মই সুখী হম— তেওঁৰ লগতে এখনি সুখৰ সংসাৰ ৰচি, জীৱনক প্ৰতিষ্ঠিত কৰি, চিৰদুখী মোৰ মা-দেউতাৰ মনলৈ অকনি হলেও সুখৰ কনিকা আনি দিম—বৰ্ত্তমান অথৰ্ব হৈ পৰা পঙ্গু পক্ষাঘাত গ্ৰস্ত দেউতাই মোক লৈ, প্ৰথম সন্তানক লৈ বহুতো আশা কৰিছিল জীৱনত অকণি সুখৰ ৰেঙণি মোৰ পৰাই পাব বুলি! দেউতা তেতিয়া এইখন পৃথিবীত জীয়াই আছিল পক্ষাঘাত গ্ৰস্ত দেহা এটালৈয়ে— চাৰিজনীকৈ উঠন ছোৱালীলৈ। অপুত্ৰক পিতৃ হৈয়ো দেউতাৰ মনত তেতিয়া কিমান যে আশাই আছিল!! পুত্ৰহীন দেউতাৰ ময়েই পুত্ৰ হম বুলি, শিক্ষা-দীক্ষাৰ পথেদি আগুৱাই গৈছিলো বহুতো অনামী আশা আগত লৈ—!!

ঠিক তেনে অনামী আশাৰে ভৰা মনৰ দিনতে আমাৰ বকুলসৰা গাৱঁলৈ গৈছিল, তোমাৰ আজিৰ হব লগা স্বামী, স্বাস্থ্যবান পুৰুষ গৌতম চলিহা! —তেতিয়া তেওঁৰ লগত মোৰ ভালেই চিনাকী- কতদিন তেজপুৰৰ মাহীদেউহঁতৰ ঘৰলৈ বন্ধত যাওঁতে, ঘৰৰ পৰা ওলাই, তেওঁৰ লগতে লুইতৰ পাৰৰ বহল, বালিচাপৰিত বহি বহি, দূৰণিত কঁপি কঁপি থকা শুকুলা কহুৱাবোৰ চাই চাই, সমাগত ভৱিষ্যতৰ কত সপোন ৰচিছিলো—কত আশাৰে—কত আকুতিৰে। মহাভৈৰৱ মন্দিৰৰ পবিত্ৰ পীঠত দুয়ো প্ৰতিজ্ঞাবদ্ধ হৈছিলো জীৱনত এৰাএৰি নহওঁ বুলি! ভগৱানৰ চৰণত মূৰ দোৱাঁই আশীষ লৈছিলো স্বামী-স্ত্ৰী বুলি— তেতিয়া যে তোমাৰ আজিৰ স্বামী গৌতম চলিহাৰ কিমান মিঠা মিঠা কথা—'ৰূপা, তুমি কোনো কথাৰ বাবেই নাভাবিবা, দীপাহঁত তোমাৰ ভনী নহয়, মোৰো ভনী, সেয়ে তোমাৰ মোৰ মিলিত জীৱনেৰে, তাহাঁতক তোমাৰ, আৰু তোমাৰ দেউতা-মাক জানো সুখী কৰিব নোৱাৰিম?'— গৌতম চলিহাৰ তেতিয়াৰ সেই মৌ ৰৰষা কথাবোৰ লিখি থোৱা হলে এখন প্ৰেমৰ মহাভাৰতেই হলহেতেন অমু!! —কিন্তু মোৰেই দুৰ্ভাগ্য-

সেই মহাভাৰতৰ কাহিনীও মিছা হৈ গল—মিছা হৈ গল মোৰ জীৱনৰ শত আশা—সত স্বপ্ন! মোৰ স্বপ্নৰ স্বৰ্ণসৌধো জহি খহি চুৰমাৰ হৈ গল বাস্তৱৰ কঠোৰ পৰশত তোমাৰ আগত তেতিয়াও মই মোৰ জীৱনৰ এই সকলোবোৰ পৰিণতিৰ কথাই কৈছিলো— কেৱল কোৱা নাছিলো সেই মোৰ মনৰ মানুহজননো কোন? —যিজনে আমাৰ ঘৰখনৰ স্বত্বাকে সলাই পেলাইছিল মিঠা মিঠা মৌ বৰষা কথাৰে—ভাবিছিলো গৌতমৰ লগত বিয়াবাৰু হৈ যোৱাৰ পাছত, তোমাক সকলো কথা জনাই গৌতমৰ লগত চিনাকী কৰি দিম! তেতিয়া যদি মই আজিৰ এই গৌতম চলিহাৰ প্ৰকৃত পৰিচয় ঘুনাক্ষৰেও চিনিব পাৰিলেহেতেন!!

দেউতা মাৰ অলক্ষিতে চিনাকী হোৱা গৌতম চলিহাৰ লগত আমাৰ ঘৰখন কিমান যে নিবিড়ভাৱে জড়িত হৈ পৰিছিল। ভাবিবই নোৱাৰিলো। হেঁতেন!! গৌতম্ গৌতম বোপা, নীপাদীপাহঁতৰ গৌতম দা, ঘৰখনৰ প্ৰতিটো কামতে আগভাগ লোৱা গৌতম যেনিবা নীপাহঁতৰ ককায়েকহে—তাহাঁতৰ যে কত আদৰৰ, কত হেঁপাহৰ আছিল গৌতমদা!!

কিন্তু জানা অনু—আমাৰ সকলোবোৰ সেই আনন্দৰ ৰামধনু ৰঙ দেখি বিধাতাই অলক্ষিতে হাঁহিলে— যেতিয়া মই গৌতম চলিহাৰ সমাগত সন্তানৰ মাতৃ হৈ, মাতৃত্বৰ পথত দিনে দিনে আগবাঢ়িলো, তেতিয়া মই বাৰে বাৰে গৌতম চলিহাক বিয়াৰ বাবে সকিয়াই দিলো—কিন্তু—কিন্তু গৌতম নিৰ্বিকাৰ—"হব, হব, আমাৰ বিয়া হবই, দেউতা আৰু দাদাহঁতৰ সন্মতিৰ বাবেহে ৰৈ আছো—সন্মতি পালেই বিয়া হৈ যাব"—কি কি নীপাদীপাহঁতক লৈ নৈৰ পাৰে পাৰে ফুৰিবলৈ ওলাই গৈছিল গৌতমহঁত!! —তাৰ পাছত বহুতো দিন বাগৰি গল। ময়ো বহুত দিন বাট চালো! কিন্তু গৌতমৰ দেউতাক ককায়েকহঁতৰ সন্মতি আৰু নাহিল; তথাপিও বহু অনামী আশাৰে আৰু বহুদিন বাট চালো! কিন্তু

সেই অনুমতি আৰু নাছিল !! ইফালে মাতৃ হোৱাৰ পথত আৰু আগবাঢ়ি, কোনোবা এটা দুৰ্য্যোগৰ সন্ধিক্ষণত, মা-দেউতাহঁতৰ নিৰ্বিকাৰ, শেতা-পৰা মুখকিখনৰ আগত মোৰ নাৰীত্বই, নাৰীত্বৰ চৰম অৱমাননা সহি, এটি শিশুৰ জন্ম দিলে। মই মাতৃ হলো কিন্তু এটি পবিত্ৰ শিশুৰ মাতৃত্বৰ অধিকাৰ আৰু মই নাপালো! ঈশ্বৰৰ দয়াতেই হব পায়, অনু, মোৰ সেই নবজাতক শিশুৰ মৃত্যু হল সেই গাৱৰ হস্পিটেল খনতেই! নাৰীত্বৰ এই চৰম অৱমাননাই, এই ঘটনাৰ বেছ কিছুদিন আগতে আমাৰ মাজৰ পৰাই আতৰি গৃহাভিমুখী হোৱা গৌতম চলিহা। আৰু কোনো দিন আজি পৰিমিত উলটি নাহিল আমাৰ এই বকুল সৰা গাৱঁলৈ — তেজপুৰৰ পৰা মাহীদেউৰ ঘৰলৈ — সুধাত মোক নিদাৰুণ ভাৱে অপমান কৰি পলাই সাৰিল গৌতম চলিহা। মোৰ একমাত্ৰ শিশুৰ মৃত্যুতো যদি গৌতম চলিহাৰ কিবা হাত আছিল — মই ধৰিব নোৱাৰিলো! — কিন্তু অনু, তোঁতিয়া জানো জানিছিলো মোৰ আৰু অৱমাননা এইজন মানুহৰ হাততে আছিল বুলি !! হাস্পতেলখনৰ পৰা অৱসন্ন এটা শৰীৰ তাতোকৈ অৱসন্ন হৈ পৰা এটা মন লৈ ঘৰলৈ ঘুৰি অহাৰ লগে লগে যিটো কথা শুনিলোহি সি মোক একেবাৰে অথৰ্ব কৰি পেলালে; সেই কথাই যেন মোৰ হৃৎপিণ্ডৰ কৰ্পনি ৰুদ্ধ কৰিহে পেলাব। সৰু ভনী নীপা, দশম মান শ্ৰেণীৰ ছাত্ৰী, ফুলকুমলীয়া ছোৱালীজনী হেনো ঘৰৰ পৰা পলাই গল — পলাই মানে নিজে হয়তো যোৱা নাই, কোনোবাই প্ৰলোভিত কৰি নিছে!! শুনি মৰ্মাহত হৈ কব নোৱাৰাকৈ অচেতন অৱস্থাতে দুদিন দুৰাতি পাৰ হৈ গল, দেউতাৰ মুখলৈ, মাজনীৰ মুখলৈ চাব নোৱাৰা হলো। ঘৰখনত যেন মইহে প্ৰকৃত দোষী, সৰল, নিস্পাপ নীপাইতক নিজৰ ভনীহঁতৰ দৰে চোৱাতকৈ চাগে নিজৰ ব্যক্তিগত স্বাৰ্থ, নীচতাৰ চৰিতাৰ্থৰ প্ৰতি লক্ষ্য ৰখাতহে ব্যস্ত আছিল গৌতম চলিহা! হয়তো ঘৰখনৰ প্ৰতিজনৰ প্ৰতি মই ৰাখিবলগীয়া দৃষ্টি নৰখাৰ ফলতেই, অকনমানি নীপাৰ আজি এই পৰিণতি! এখন অভাৱ অনাটনৰ সংসাৰত

শাৰলগীয়া বা মনে বিচৰা বহুতো বস্তু নোপোৱাৰ বেদনাত ছাগে, ভাবি ললো নীপাই ঘৰ এৰি গুচি গল !! লগতনো কোন প্ৰথমতে ধৰিবই নোৱাৰিলো !! এইবোৰ নথটিব লগীয়া ঘটনাই দেউতাক আৰু পঙ্গু কৰিলে, মাক বৃদ্ধা কৰি তুলিলে। দেউতাৰ জীৱনৰ আশাৰ কলিবোৰ সকলোতেই মৰহি গল !! বিশ্বাস কৰা অনু, এই দুটা অমানুষিক ঘটনা ঘটাৰ পাছত দেউতা আৰু ছমাহো জীয়াই নাথাকিল—মোৰ বাবে পোৱা আঘাত, নীপাৰ আকস্মিক নিৰুদ্দেশৰ মৰ্ম্মান্তিক বেদনাই মোকো একেবাৰে অক্ষম কৰি পেলালে, দেউতা ঢুকুৱাৰ বছেৰেকৰ পাছত মায়ো এদিন আমাক এৰি গুচি গল !! —তুমি ভাবিব নোৱাৰিবা অনু আমাৰ ঘৰখনৰ অৱস্থাৰ কথা!—অ' লিখিবলৈ পাহৰিছিলোৱেই নীপা নিৰুদ্দেশ হোৱাৰ পাছত কথাটো ইকাণ সিকাণকৈ মোৰ কাণত পৰিছিলহি —বকুলসৰা গাৱৰ হেনো দুজনী ছোৱালীক মানে নিৰুদ্দিষ্টা নীপাহতঁক ওচৰৰে ব্লকৰ বি, ডি, অ'ৰ গাড়ীত উঠি থোৱা হেনো কোনোবাই দেখিছিল ! সেই বি, ডি, অ' জননো কোন জানা অনু ? —তোমাৰ স্বামী মেজিষ্ট্ৰেট গৌতম চলিহা ! তেতিয়া তেওঁ বি ,ডি, অ' আছিল তাৰ !!

জীৱনৰ তিতাকেঁহা অভিজ্ঞতাই থকা সৰকা কৰি পেলোৱাৰ পাছত জীৱনটোলৈ কিবা মোহ জানো থাকিব পাৰে অনু ! তথাপিও মা দেউতাৰ অবিহনে, ভনী দুজনী মানুহ কৰিবলৈকে, এই অফিচৰ চাকৰিত সোমোৱাবো আজি কেইবাটাও বছৰ পাৰ হৈ গ'ল! নীপাজনীতো ফুলকুমলীয়াতে সৰি পৰিল—সেয়ে বহু কষ্টেৰে বহু অপমান সহি, বদনামী এথন ঘৰৰ পৰা দুজনীকৈ ভনী। দুখন ভাল ঘৰলৈ উলিয়াই দিব পাৰিলো ! তাহঁাত দুয়োজনীৰ বিয়াৰ পাছত আজি মই মুকলি, মুক্তিৰ লগে লগে স্বস্তিৰো নিশ্বাসত আজি মোৰ প্ৰাণ শীতল হৈছে- কিন্তু অনু, মনৰ সেই উমি উম জ্বলি থকা জুইকুৰা জানো কোনোৱা দিনা নুমাব।

তাহানিখন, প্ৰেম-প্ৰীতিৰ সেউজীয়া ক্ষণত, সেই গৌতম চলিহাই দিয়া শুভ্ৰ ৰজণীগন্ধাৰ পাহীকিটা, যিকিটা অতি যতনেৰে থৈ দিছিলো মনৰ মণিকোঠাত শুকাই যোৱা স্বত্বেও আজি বেদনাৰ চকুলোৰে তিতা, সেই পাহীকিটাকে, গৌতম চলিহা, মেজিষ্ট্ৰেটৰ লগত তোমাৰ বিয়াৰ আগমুহূৰ্ত্তত উপহাৰ হিচাবে যাচিলো, এই চিঠিৰ মাজতেই—লবাজানো ?

তোমাৰেই এদিনৰ বান্ধৱী

—ৰূপা হুজৰা

---

* যোৰহাট, লেখিকা সমাবোহ সমিতিৰ বাৰ্ষিক গল্প প্ৰতিযোগিতাত তৃতীয় পুৰস্কাৰ প্ৰাপ্ত।

# শেষ জোনাকৰ শেতা পোহৰ

বাহিৰত শেষ ৰাতিৰ শেতা জোনাক। আইভি লতাৰে আবৰা বাৰাণ্ডাখনৰ কোঁণতে থকা দীঘল কাঠৰ আৰামী চকীখন। শেষ ৰাতিৰ হিম শীতল চেঁচা পৰশত, নিয়ৰৰ চেঁচা হাতৰ বুলনিত চকীখনৰ হাত থোৱা কাঠৰ মাৰিকিডালো চেঁচা —একেবাৰে হিম শীতল, তিতা, আৰু সেমেকা !! —দুচকুৰ ধাৰাসাৰ লোতক, শুকুলা বগা চাদৰৰ আচলৰ কোণেৰে মচি, চকীখনৰ কাষতে বৈ যায় প্ৰতিভা চলিহানী ! কিয় জানো পৃথিৱীখন সদায় কঠুৱা—মানুহৰ মৰমবোৰ যে আৰু নিৰস—তথাপিও চোন মানুহে হাবাথুৰি খাই জীয়াই থাকিবলৈ বলিয়া হয় ? জীৱনটোচোন কচুপাতৰ পানীৰ নিচিনাই—উত্তপ্ত মৰুভূৰ গধূৰ তপত উশাহ-নিশাহ লৈ কত যে মানুহে পৃথিৱীত ছাগে নিৰলে কান্দিছে,—কতই নিৰাশাত আত্ম-বিসৰ্জন দিবলৈ ওলাইছে,—কতই জীৱনৰ ঘাত-প্ৰতিঘাতত জীৱনৰ বাট হেৰুৱাই ক্ষণে ক্ষণে মৃত্যুৰ দিন গনিছে ! জীৱনত তেন্তে সুখ কাৰোৰেই নাইনে কি ?

নিজে কব নোৱাৰাকৈয়ে, লোতকেৰে তিতা মুখেৰে, বগা চাদৰৰ তলৰ পৰা নিৰাভৰণ হাত দুখন উলিয়াই, আদহীয়া প্ৰতিভা চলিহানীয়ে, আৰামী চকীখনৰ হাতথোৱা দুডাল মোহাৰি মোহাৰি হুক্ হুক্‌কৈ কান্দি উঠে।

"আইতা, আইতা" তুমি ক'ত ?" এটি সদ্য নিদ্ৰা জাগ্ৰত শিশু কণ্ঠত চলিহানী উচপ্ খাই উঠে। লৰালৰিকৈ চকুলো মুচি, খৰ্ খৰ্‌কৈ

খোজ দি কোঠাটোৰ ভিতৰলৈ সোমাই, দুৱাৰখন জপাই, একেচাতে বিছনাখনৰ কাষ পায়হি চলিহানী! "নাই, নাই কণমান মইনা, শুই থাকা শুই থাকা, মই বাহিৰৰ পৰাহে আহিছো"—চলিহানীয়ে নাতিনীয়েকৰ গাত কাপোৰখন জাপি দিয়াৰ লগে লগে কয়। অবুজ শিশুয়ে হয়তো চলিহানী আইতাৰ মনোজগতৰ গোপন বেদনাৰ কোনো খবৰেই নাপাই, আইতাকৰ গাত ধৰি আকৌ নিদ্ৰাত অভিভূত হৈ পৰে; কিন্তু চলিহানীৰ চকুলোৰ শেষ নহয়—বাগৰিয়ে থাকে—অবিৰল ধাৰে বাগৰিয়ে থাকে!!

* * * * *

সেয়া দুবছৰ আগৰ কথা। চহৰখনৰ বিখ্যাত উকীল গুনাভি চলিহাৰ বিৰাট দুমহলীয়া ঘৰটোৰ মুখত ব্যস্ততামুখৰ মানুহৰ কোলাহল। অহা আহিছে, যোৱা গৈছে--কাৰো মুখত কথা নাই —কাৰো মুখত মাত নাই—চলিহাৰ বিদেশত থকা বৰপুতেক, বৰজীয়েকহঁতলৈ খবৰ দি মাতি পঠোৱা হৈছে—ওচৰতে থকা জীয়েক তিনিওজনীৰ দুজনী আহি পালেহি। যোৱা ৰাতিৰ পৰা চলিহাৰ ষ্ট্ৰোক হৈছে—জ্ঞানেই নাই!! ব্যস্ততাৰে গোটেইখন মুখৰ হৈ পৰিছে—ক্ষনে ক্ষনে ডাক্তৰৰ অহাযোৱা—সকলোৰে মুখত উদ্বিগ্নতা!! কি বা হয়? চলিহা বা ভাল হবনে নাই? বাৰ লাইব্ৰেৰীৰ সহকৰ্মীসকলৰ ভালেকিজন বাৰাণ্ডাতে বহি গুণা গথা কৰি আছে! ব্যস্ত হৈ দৌৰি ফুৰা মাজু আৰু সৰু দুয়োজন পুতেকে কাক খুন্দিয়াইছে, কাক মাৰিছে ঠিকনা নাই!

"দেউতাৰ চোন বৰ অসুখ, জ্ঞানেই নাই! দেউতাই বাৰু চকু নেমেলেনে কি?" —তেওঁলোকৰ মনত হয়তো প্ৰশ্ন!! ক্ষণভঙ্গুৰ মানৱ জীৱনৰ শেষ সন্ধিক্ষণ। মানৱ জীৱনক সেয়েহে কোৱা হয় কচুপাতৰ পানী বুলি! মাজৰ বিৰাট কোঠাটোৰ মাজ-মজিয়াতে চলিহাৰ বিচনাখন ৰখা হৈছে। হতাশাত ভাঙি পৰা চলিহানীয়ে, চলিহাৰ বিচনাখনৰ ভৰি পথানতে বহি, ডাক্তৰৰ দিহামতে নানাধৰণে চলিহাক শুশ্ৰূষা কৰি আছে—চুলিবোৰ আউলি বাউলি—বাৰে বাৰে আশাভৰা দৃষ্টিৰে চলিহাৰ মুখলৈ

চাইছে আৰু চাইছে ! ঘৰখনৰ ইমান ব্যস্ততাৰ মাজতো চলিহানীয়ে আজি ইমান তৎপৰতাৰে আৰু সেৱাৰ প্ৰতিমূৰ্ত্তি হৈ অজ্ঞান চলিহাৰ সেৱা আৰু শুশ্ৰূষাত তৎপৰ হৈ পৰি আছে কালি ৰাতিৰে পৰা ; তথাপিও চলিহাৰ অকনমান চকুমেলি চাবলৈকে আজৰি নাই। বৰজীয়েকে বোম্বেৰ পৰা টেলিগ্ৰাম কৰিছে তৎক্ষণাৎ আহিছে বুলি—বৰপুতেকে আমেৰিকাৰ দেউতাকৰ খবৰৰ কেবল মেচেজ পাইছে নে নাই কোনে আজি খবৰ কৰিব ? ওচৰতে থকা মাজু জীযেক আৰু সৰু জীয়েকে বিচনাৰ কাষতে বৈ বৈ কান্দি কান্দি থিয় হৈ আছে—মাকে কোৱামতে কেতিয়াবা গৰম পানী কেতিয়াবা গৰঁম গাখীৰ, গৰম পানীৰ বেগ আদি আনিছেগৈ ! এনে হুলস্থুলীয়া পৰিবেশতে হাই-উৰুমি কৰি চিঞৰি ফুৰা লৰাছোৱালী জাকে আমন জিমনকৈ ডাঙৰৰ মুখলৈ চাই চাই বাৰাণ্ডাতে বহি পৰিছে - আন কালে তাহাতৰ হাইউৰুমি কোলাহলত থাকিবই নোৱাৰি—আজি হলে তাহাঁতৰ একো খবৰেই নাই ! মানৱ জীৱনৰ শেষ বিদায়ৰ ক্ষণচোন সদায়েই বেদনাদায়ক—মৃত্যু যিমানে কাষ চাপি আহে, সিমানেই মানুহৰ প্ৰাণৰ মমতাও, জীয়াই থকাৰ হেঁপাহটোও বাঢ়ি গৈ থাকে—শেষক্ষণতো অকমান উশাহ লৈ জীয়াই থাকিবলৈ কিমান যে হাবিয়াস কৰে মৃত্যু পথ যাত্ৰী মানুহেও ! সেয়েহে ক্ষীণ বুকুৰ ধপ্‌ধপনিৰেই বিচনাত পৰি থকা অৱস্থাতেই, শুনাভি চলিহাৰ এদিন এৰাতি বাগৰি যায়—প্ৰতিভা চলিহানী ভীষণ কৰ্ম্মব্যস্ত ! একমিনিটো সময় যেন ৰবলৈ আজৰি নাই, অপ্ৰাণ চেষ্টাৰে যেন তাহানিৰ সাৱিত্ৰীৰ দৰেই চলিহাৰ শেষ হব খোজা প্ৰাণৰ শলিতা গছি যেন জ্বলাই তুলিব—চলিহানীয়ে আকুল হৈ দুহাতে চুলিত ধৰি কত যে কাকুতি কৰে ঈশ্বৰক "ঘূৰাই দিয়া প্ৰভু—ঘূৰাই দিয়া তেখেতক—ইমানদিনে সংসাৰৰ মায়াজালত আৱদ্ধ হৈ থাকি মোৰচোন তেখেতক চাবলৈ আজৰিকে নাছিল, ঘূৰাই দিয়া প্ৰভু, ঘূৰাই দিয়া মোৰ স্বামীক"—আকাশৰ সিপাৰে থকা মায়াময় ভগৱানে, চলিহানীৰ অন্তৰ ভেদ কৰি ওলাই অহা আকুতি জানো শুনিলে নে নাই ?

"মা, মা, দেউতাৰ কি হৈছে বাক? দেউতাইচোন কথাকে নকয়" —সৰু জীয়েক আজলী অনিভাই দুহাতেৰে মাকৰ সাৰটি ধৰি সোধে। "মা, কিবা লাগিব নেকি কোৱাচোন!" —অধৈৰ্য্য হৈ সৰু পুতেক, স্থানীয় কলেজখনৰ অধ্যাপক সুপ্ৰতিম চলিহাই মাকক সোধে!

"ককাইদেউ, নামাতা কিয়? এবাৰ চকু মেলি নোচোৱা কিয়?" —আবেগত উদ্বাউল হৈ চলিহাৰ ভনীয়েক অৰ্পনাই, চলিহাৰ হাতদুখনত ধৰি চিঞৰি উঠে। কিন্তু নাই, হেজাৰজনৰ হেজাৰমনৰ আকুতিতো ঈশ্বৰ কিন্তু নটলিল—সেয়ে মৃদু বুকুৰ স্পন্দনেৰে পৰি থকা অৱস্থাতে, বিচনাত শুই শুই জীৱিত হৈ থকা গুনাভি চলিহাৰ জীৱনলৈয়ো কাল-যৱনিকা নামি আহিল গধূলী হোৱাৰ লগে লগে -!! ৰোগীৰ কাষত ক্লান্ত হৈ শত চেষ্টা কৰি থকা ডাক্তৰকিজনে নীৰৱে ঘামি যামি গুলাই আহিল!! নাই - গুনাভি চলিহাৰ অন্তৰভৰা মৰম আৰু চেনেহবোৰ চিৰ দিনৰ কাৰণে শেষ হৈ গল এই পৃথিবীৰ পোহৰেৰে ভৰা, ৰঙেৰে ভৰা দিনবোৰৰ পৰা। —কান্দি কান্দি চলিহানী উত্তাউল হৈ উঠিল। পুতেক হঁত জীয়েকহঁত অচেতন হৈ অৱশ হৈ পৰিল, কাঠৰ দৰে নিৰ্জীব প্ৰাণহীন গুনাভি চলিহাৰ মৃতদেহৰ ওপৰত!! কিন্তু হায়—হেজাৰজনৰ অযুত চকুলোৰেও, অগ্ৰাহি আৰ্ত্তনাদেও গুণাভি চলিহাৰ চিৰ প্ৰশান্তিত জাপখাই থকা দুচকুৰ পতা আৰু মোকোলাব নোৱাৰিলে। চলিহাৰ সেই নিশ্বাসৰ লগে লগে চলিহানীৰ জীৱনলৈয়ো ঘোৰ অন্ধকাৰ নামি আহিল— চলিহানীৰ ৰঙা সেন্দুৰৰ ফোটেৰে জিলিকি থকা উজ্জ্বল কপালখন বগা আৰু উকা হৈ পৰিল—শিৰৰ সেন্দুৰো শেষ হৈ গল— দুয়ো হাত, কাণ, ডিঙিৰ স্বৰ্ণালঙ্কাৰো কোনোৱা প্ৰতিবেশিনীয়ে এপদ দুপদকৈ সোলোকাই দিলে—নিথৰ, নিস্পন্দ মাটিৰ পুতলা এটা যেন হৈ চলিহানী বাৰাণ্ডা-খনতে পৰি ৰল।

চহৰ খনৰ খ্যাতনামা উকীল, গহীন গম্ভীৰ প্ৰকৃতিৰ লোক গুনাভি চলিহাৰ মৃত্যুৰো আজি দুবছৰ হৈ গ'ল। এই দুবছৰে যে পৃথিবীৰ

বুকুলৈ কিমান পৰিবৰ্ত্তন আনিলে! কিমান দীঘল হুমুনিয়াহ যে বিধৱা হৈ পৰা প্ৰতীভা চলিহানীয়ে কাঢ়িলে তাৰ লেখজোখ কোনেও নাপালে !! বাহিৰত চলিহাৰ আটক ধুনীয়া ঘৰখন আটক-ধুনীয়া হৈয়ে থাকিল— কিন্তু চলিহানীৰ মনোজগতৰ আকাশখনত কিমান যে তপ্ত বিজুলীয়ে দগ্ধ কৰি গল তাক বাহিৰৰ পৰা কোনেও অনুভৱ কৰিব নোৱাৰিলে। বাহিৰত অকনো প্ৰকাশ নোহোৱাকৈ, চলিহানীৰ অন্তৰখনে যে কতবাৰ কান্দিলে, কতবাৰ যে অশ্ৰুভাৰাক্রান্ত হৈ বৈ বৈ যাব খুজিলে, তাক ঘৰখনৰ কোনেও ধৰিবই নোৱাৰিলে—ধৰিবলৈ চেষ্টাও নকৰিলে কোনেও !! জীয়া কঠোৰ বাস্তৱৰ ঘাত আৰু প্ৰতিঘাতত চলিহানীৰ অন্তৰখনে কতবাৰ যে গুজৰি গুমৰি উঠিল - কতবাৰ চেষ্টা কৰিলে পাৰ হৈ যোৱা ভুলৰ প্ৰায়শ্চিত কৰিবলৈ; কিন্তু সেই ভুল ভুল হৈয়ে ৰল! আজি বিগত দিনৰ হেজাৰ স্মৃতিয়ে বাৰে বাৰে উন্মনা কৰি তোলে চলিহানীক! চলিহাৰ মৃত্যুৰ লগে লগে কিন্তু নহয় - তাৰ কিছুদিনৰ পাছৰে পৰা চলিহানীৰ অন্তৰে অনুভৱ কৰিলে, ঘৰখনৰ সকলোৰে তেওঁৰ প্ৰতি উদাসীনতা! তেওঁৰ প্ৰতি অৱহেলা !! যিখন ঘৰৰ প্ৰতিটো ক্ষেত্ৰতে আগতে চলিহানীৰ অবাধ আধিপত্য আছিল— তাক যেন এতিয়া ভেটাহে পৰিল! যিখন ঘৰৰ প্ৰতিটো কৰ্ত্তব্যত নিজকে ব্যস্ত ৰাখি। প্ৰতিভা চলিহানীয়ে জীৱনৰ অতবোৰ বছৰ কটালে— সেই ঘৰখনৰে মানুহবিলাকৰ মনবোৰচোন লাহে লাহে বেলেগ হৈ আহিছে। কেতিয়াবা কেতিয়াবা উদাস হৈ পৰে কৰ্ম্মব্যস্ততা চলিহানীৰ মন! জীৱনৰ নগ্ন প্ৰতিচ্ছবিয়ে তেওঁৰ অন্তৰখন থকা সৰকা কৰি পেলায়। এৰা, এইখনেই পৃথিবী— এয়ে পৃথিবীৰ জীৱশ্ৰেষ্ঠ মানৱ !!!

আজি ৰাতিপুৱা বৰ বোৱাৰীয়েক চঞ্চলাই আহি কৈছিলহি, "মা আপোনাক এতিয়া তলৰ দেউতাৰ কোঠাটোকে লবলৈ লিখিছে তেখেতে— বুবুলহঁতৰ পঢ়াশুনাৰ অসুবিধা হয় নহয়! ভাবিছো আপোনাৰ ৰুম-

টোকে তাহাতক পঢ়াকোঠা কৰি দিম"।—পাকঘৰৰ ৰন্ধাবঢ়াত ব্যস্তহৈ থকা চলিহানীয়ে কথাষাৰ শুনি উচপ খাই উঠে!

"ওঁ, হব দিয়া আই! ময়ো কথাটো ভাবিহে আছিলো, বয়সো বহুতো হ'ল. চিৰিয়েদি উঠি নমা কৰিবলৈ মোৰ বৰ কষ্ট হয়, ককাঁলতো ধৰে। খচ্‌খচ্‌কৈ মুগাৰ মেখেলাৰ শব্দ তুলি কথাখিনি কৈ আঁতৰি যোৱা বোৱাৰীয়েকৰ ফালে চাই চলিহানীৰ অন্তৰখনে হাহাঁকাৰ কৰি উঠে! পাৰভঙা বাৰিষাৰ ঢলৰ দৰে দুচকুৰেদি চকুলো বাগৰি আহে—বাৰাণ্ডাখনতে বহি খেলি থকা নাতিনীয়েকহঁতে দেখে বুলি লৰালৰিকৈ, বগা চাদৰৰ আচলেৰে চকু পানীখিনি মচি, চলিহানী আকৌ পাকঘৰৰ কামতে ব্যস্তহৈ পৰে। জুইৰ ওপৰৰ গৰম কেৰাহীখনৰ উত্তপ্ত তেল-খিনিত, মিথিগুটি কেইটা দি দিয়াৰ লগে লগে চলিহানী আকৌ উচপ খাই উঠে, "হেৰা শুনাচোন, তুমি বাৰু এই বিশাল ঘৰখনৰ বাবে ৰন্ধাবঢ়াত ইমান ব্যস্ত হৈ থাকিলে সদায় ভালেৰে থাকিব পাৰিবা জানো? তাতকৈ ৰান্ধনিকে দিয়াছোন! তুমি ওলাই আহা অলপ!!"

গহীন গম্ভীৰ মাতেৰে যেন দুৱাৰমুখতে চলিহাই কথাকিষাৰ কয়। চেৰেংকৈ মনত পৰি যায় চলিহানীৰ—তেওঁ নিজে দিয়া উত্তৰটোলৈয়ো!

"থক থক, নালাগে আপোনাৰ কথাখন! কনুহঁত আহিব। মীৰাহঁত পৰহিয়ে,—ইপিনে অজিৎৰো শাহুয়েক আহিব বুলি কৈছে। মই নাৰান্ধিলে নো কেনেকৈ হব? ৰান্ধনিৰ হাতত এৰি দিলেনো কেনেকৈ চলিব? যাওক, আপুনি অলপ ওলায়ে যাওকচোন'— ধাৰাসাৰে বাগৰি আহে চলিহানীৰ চকুপানীবোৰ! এৰা জীৱনত আৰু ৰান্ধনী-ঘৰখনৰ পৰা মুক্তি নাপালে চলিহানীয়ে! চলিহানীৰ আকৌ মনত পৰে, চলিহাই তেতিয়া চিঞৰি চিঞৰি সৰুটো নাতিনীয়েকক কৈছে, 'যা বাবলু, আইতাৰক অকমান মাতি দেগৈছোন! কবি, ককাৰ গাটো বৰ ভাল লগা নাই"।

"আইতা, আইতা, ককাই তোমাক মাতিছে, ককাৰ হেনো গাটো ভাল লগা নাই!"

"ককাৰঘৰনো গা কেতিয়া ভালে থাকে? মোৰ কামত অকনো আজৰিয়ে নাই, ককাৰৰ আকৌ অসুখ! যা বাবলু, কগৈ আইতা এতিয়া আহিবই নোৱাৰে।"

—চেৰেং চেৰেংকৈ তাহানিৰ কথাবোৰ মনত পৰি যায় চলিহানীৰ, সঁচাকৈয়ে চলিহানীয়ে বাৰু জীৱনত ইমান ডাঙৰ ভুল কৰিলেনে বাৰু? এপাতৰ আঁচলেৰে চকুপানী মচি মচি চলিহানীয়ে আকৌ আঞ্জাখন বন্ধাত মন দিয়ে।— অতীতৰ হেজাৰ স্মৃতিয়ে আজি চলিহানীৰ মন থৌকিবাথৌ কৰি তোলে! চেঃ— আজি আৰু মনটো একেবাৰে ভাল লগা নাই! ৰন্ধাবঢ়াবোৰ নো কি হল কবই নোৱাৰি!" — কান্দে আৰু কান্দি কান্দি ভাত ৰান্ধে চলিহানীয়ে, পুতেকহঁতলৈ আৰু পুতেকহঁতৰ বন্ধু-বান্ধৱীহঁতলৈ— !!

"হেৰা শুনাছোন— দুদিনমান অলপ তীৰ্থকে কৰি আহোঁগৈ বলা— কিমাননো ঘৰখনৰ জঞ্জালত আৰু সোমাই থাকা? জীৱনটো ছোন গলেই !!"— আকৌ চলিহানীৰ কামত ঠৰৰ ঠৰকৈ পৰেহি চলিহাৰ গুৰু গম্ভীৰ মাত! "ইস্ আপোনাৰো যে কথাবোৰ! এতিয়ানো বাৰু ঘৰ-খন এৰি গুলাব পাৰিনে? মই যদি পলায়ে যাওঁ— লৰা-ছোৱালী-বোৰেৰে সৈতে ঘৰখন বাৰু কোনে চাব? মই একন্তেক নহলেই হুৱাদুৱা লাগে, হুলস্থুল হয় আৰু এতিয়া আপোনাৰ লগত তীৰ্থ কৰিবলৈ গৈ কতদিন বা বাহিৰত থাকিব লাগিব? মামনি আজি আহিব,— তাইৰ লৰা-ছোৱালী কেইটাৰ অসুখ, মই নহলে তাহঁতক কোনে চাব বাৰু"?

"এৰা থক দিয়া— তুমি নোৱাৰিলে যাব, মইনো কেনেকৈ যাম?—" জোতাযোৰৰ শব্দ তুলি অভাৰকোটটো গাত তুমুৰাই চলিছাই, নাতিনী-

য়েকৰ হাতত ধৰি আলিবাটলৈ ওলাই যায়। —এনেবোৰ হেজাৰ স্মৃতিয়ে আজি চলিহানীৰ মন-অন্তৰ থকা সৰকা কৰি পেলাইছে। কান্দোতে কান্দোতে চলিহানীৰ বগা চাদৰৰ আগ গোটেইটো তিতি যায়।

"আইতা, আইতা, মাছভজা এটুকুৰা দিয়াচোন! ঔ আই তোমাৰ চোন চাদৰখন তিতি গল আইতা? কান্দিছানে কি?"

"ধেৎ বোপাই, কেলৈ কান্দিম? দেখা নাই— কেচা খৰি ফুৰাওতে ফুৰাওতে চকুপানী ওলাইছে।" — বুকুভেদি ওলাই আহিব খোজা দীঘল হুমুনিয়াহটো চেপি চলিহানীয়ে নাতিনীয়েকক মৰমতে কোলাত তুলি লয়; কিন্তু কোলাত থুঠি বস্তুমণি দৌৰ মাৰে ওপৰ মহলালৈ য'ত বাৰাণ্ডাত আওজা বেতৰ চকীত বহি উল গুঠি থকা মাকক বস্তুমণিয়ে কয়গৈ, "অ' মা, খৰিবোৰ যে ইমান কেঁচা—ধোঁৱাহে হৈছে— আইতাৰ যে ভাত ৰন্ধাত বৰ কষ্ট হৈছে! ৰান্ধনি এটা নোলোৱা কেলৈ মা? লবানে দেউতা?"

"সেয়া মই কৈছো নহয়— মাৰ পৰা নোৱাৰি আৰু! আগতে যি হৈছিল, হৈছিল, এতিয়া আৰু মাৰ ৰন্ধাবঢ়া নালাগে দেই! ভাল বাবুচি এটাকে লওঁক। বাপকনে এটা আনিছিলেই দেখোন!"

"এৰা, তাকেই কৰো—কিবা মাৰ ৰন্ধাবঢ়াবোৰো টেষ্ট নাইকিয়া হ'ল!—বস্তুমণিৰ দেউতাকে মাকৰ কথা শলাগি লগে লগে উত্তৰ দিয়ে।

ওপৰৰ বাৰাণ্ডাত থিয় হৈ, পুতেক বোৱাৰীয়েকে পতা কথাবোৰ চলিহানীৰ কাণত ঠহৰ ঠহৰকৈ পৰে। এৰা, এইখনেই পৃথিবী— যি খনত মানুহৰ মূল্য বিশেষকৈ তিৰোতাৰ মূল্য পতিক হেৰুৱাই বিধৱা হোৱাৰ লগে লগে তেনেই মূল্যহীন কাচৰ দৰেই হৈ পৰে। যিখন ঘৰ, চলিহা আৰু চলিহানীৰ মৰম আৰু দানেৰে, অন্তৰ ভৰা ত্যাগেৰে

ঠন ধৰি, গঢ় খাই উঠি, চহৰখনৰ মাজতে প্ৰতিপত্তি লাভ কৰিলে, প্ৰতিষ্ঠা লাভ কৰিলে, সেইখন ঘৰতে আজি চলিহা বিহনে চলিহানীৰ কোনো মূল্যই নাই। চলিহাৰ মৃত্যুৰ লগে লগে চলিহানীৰ পূৰ্ব্বৰ প্ৰতিষ্ঠিত মৰ্য্যাদাও ধূলি ধূসৰিত হৈ পৰিল। এইখন ঘৰ পাতোতে জীৱনৰ কিমান যে অপূৰ্ব্ব বস্তু হেৰুৱালে। প্ৰতিভা চলিহানীয়ে—আজিহে বাস্তৱৰ কঠোৰ সংস্পৰ্শলৈ আহি তিলে তিলে উপলব্ধি কৰিলে চলিহানীয়ে !! যিখন ঘৰ প্ৰতিষ্ঠা কৰিবলৈ যাওতে চলিহানীৰ চলিহালৈ মন-কান দিবলৈকে নহল, চলিহাক ব্যস্তভাৱ মাজত কেৱল অৱহেলা কৰোতেই গল, সেইখন ঘৰতে দেখোন আজি চলিহানীৰ ঠাই হুমহলাৰ তলৰ কোঠাতহে হল !! যিখন ঘৰৰ প্ৰতিজন আলহী সোধোতে সোধোতে, প্ৰতিজনী জীয়েকৰ সৰা-ছোৱালী কেচুৱা ডাঙৰ-দাঘল কৰোতে, পুতেকহঁতৰ সাফল্যতালৈ বৰঙণি যোগাই, ঘৰখনৰ প্ৰতিটো কামকে নিয়াৰিকৈ সম্পন্ন কৰি চলিহানীয়ে, জীৱনত একমিনিটো সময় চলিহাৰ বাবে কটাবলৈ আজৰি নাপালে—আজিচোন সেইখন ঘৰতে চলিহাৰ অবিহনে চলিহানীৰ আজি কোনো মৰ্য্যাদাও নাই—কোনো মূল্যও নাই !! তেওঁৰ যত্নতে সৰা-ছোৱালী ডাঙৰ কৰা জীয়েকহঁতেও ঘৰখন সোমায়ে, 'নবৌ, অ' নবৌ' বুলিহে চিঞৰি আছে !! নবৌৰ কাষৰ পৰাহে মাকক বিচাৰি ৰান্ধনীঘৰ পায়হি ! পুতেকহঁতৰো এতিয়া আগৰ দৰে প্ৰতিটো কথাতে মাকৰ গুৰিলৈ অহাৰ কোনো প্ৰয়োজনীয়তাও নাই—সেই প্ৰয়োজনীয়তা চলিহাৰ অবিহনে কমিও গল !! দেউতাকৰ সম্পত্তিৰ সকলো কাগজ পত্ৰতে চহী আদি লোৱা হৈ যোৱাৰ পাছত, চলিহানীৰ—সন্মান আৰু মৰ্য্যাদাও কমি আহিল ঘৰখনত ! ল'ৰাৰ অসুখ হৈছে চাবলৈ, ঘৰখন ৰাখিবলৈহে মাত্ৰ এতিয়া চলিহানীৰ প্ৰয়োজন। মুঠতে আকাশৰ পৰা যেন ছন্দপতন হৈ, পপীয়াতৰা খহাদিহে, চলিহানী আগৰ আত্ম মৰ্য্যাদাৰ সিংহাসনৰ পৰা খহি পৰিল !! এতিয়া অনুতাপ দগ্ধ হৈ বিবশ হৈ পৰিছে চলিহানী !! ঘৰখনৰ প্ৰতিষ্ঠাত ব্যস্ত হৈ থাকি, গোটেই জীৱন অৱহেলা কৰা চলিহালৈ মনত পৰি

কতবাৰ কান্দিছে চলিহানীয়ে—কান্দি কান্দি কতবাৰ অচেতন হৈ পৰাৰ দৰে হৈছে চলিহানী তাৰ লেখজোখ নাই !! মুঠতে জীৱনটোৱেই অসাৰ হৈ পৰিছে চলিহানীৰ। এৰা সঁচা কথা—পতিহীনা নাৰীৰ জীৱন ভালুকৰ সাঙীহে। আজি বাধা নমনা চকুৰ পানীয়ে ছচকু আৱৰি ধৰিলে চলিহানীৰ। কাষতে শুই থকা নাতিনীয়েকৰ গাত কাপোৰখন ভালকৈ দি, শেষ নিশাখনো লাহেকৈ দুৱাৰখন খুলি ওলাই আহিল চলিহানী—এদিনৰ সন্মানিতা গৃহকৰ্ত্ৰী প্ৰতিভা চলিহানী,—এইখন বিৰাট নামীঘৰৰ পূৰ্ব্বৰ গৰাকিয়নী এতিয়া আৰু নহয় ??

এখোজ-দুখোজকৈ আগবাঢ়ি, সদায় গধূলী সময়ত, অকলে অকলে বহি সময়বোৰ কটোৱা শুনাভি চলিহাৰ আৰামী চকীখনত হাত বুলাই বুলাই উচুপি উচুপি, খোকাথুকি মাতেৰে কৈ উঠিল প্ৰতিভা চলিহাই,—"আজিহে বুজিছো—আপুনি মোৰ কি আছিল আৰু কি হেৰুৱালো।"—

তেতিয়াৰ শেষ নিশাৰ শেতা জোনাকত, নিস্পন্দ, নিথৰ মূৰ্ত্তিৰ দৰে থিয় হৈ থকা প্ৰতিভা চলিহানীৰ অনুতাপৰ চকুলোৰে তিতা মুখখন, অশান্ত আত্মাৰ আকৃতিত, ৰূপালী হৈ জিলিকি উঠিছিল !!—



[ * যোৰহাট, লখিমী সংঘৰ আলোচনী 'লখিমীত" প্ৰকাশিত ]

# এজাক চৰাই উৰি উৰি যায়

নীলা গ্ৰীল লগোৱা, ছুমহলাৰ ওপৰৰ বাৰাণ্ডাখনৰ একাষত থিয় হৈ নয়নতৰাই চাই পঠিয়ায় দূৰ দিগন্তলৈ—গধূলীৰ লগন ভেতিয়া আৰম্ভ হওঁ হওঁ -সেয়া পাতল নীলা আকাশৰ বুকুৰেদি ঘৰমুখী জাক জাক এজাক চৰাই উৰি উৰি গৈছে—কেতিয়াবা ছুটাকৈ, কেতিয়াবা অকলশৰীয়া এটিকৈ কেতিয়াবা আকৌ চাৰি বা ছটিকৈ কেতিয়াবা গনিব নোৱাৰাকৈ -উৰি গৈছে চৰাইৰ জাকবোৰ- আকাশৰ নীলাৰ বুকুৰেদি—চৰাইবোৰ শেষ নোহোৱাকৈ উৰি উৰি গৈয়ে থাকে—গৈয়ে থাকে ঠিক তেনেকৈয়ে চন্দনপুখৰ ছোৱালী নয়নতৰা ভৰালীৰো মনৰ ভাবনাৰ আকাশ খণ্ডিত কৰি উৰি উৰি যায় হেজাৰটা প্ৰশ্নই। হেজাৰটা সাধুৱে— সেইবোৰ অলিখিত সাধু-উত্তৰ নোপোৱাকৈ তাই তাইৰ লগৰ বহুতো ছোৱালীৰ, বহুতো বন্ধুৰ জীৱনৰ এই অলিখিত কাহিনীবোৰ সুঁৱৰি যায় -!!

পাৰ হৈ যোৱা অতীতৰ, কেইবাটাও বছৰৰ আগতে, নয়নতৰাইঁতে দলদোপ হেন্দোলদোপ কৰি থকা স্থানীয় কলেজখনৰ কত যে হেৰাই নোযোৱা, পাহৰিব নোৱাৰা স্মৃতি কিমান যে কথা - সেই সকলোবোৰ আজি এটা এটাকৈ মনত পৰিছে—আকাশৰ বুকুত উৰি উৰি যোৱা ঘৰমুখী চৰাই জাক চাই চাই- নয়নতৰাহঁতৰ দলটোত আছিল—চিন্ময়ী, লতা, শিখামনি, অনিন্দিতা আৰু মৃণালিনী—কিমান যে ৰলে গলে লগা বন্ধু আছিল গোটেই কেইজনী !! তেতিয়াই

গোটেইকিজনী গোট খাই ভাবিছিল তাহাঁতৰ যেন এই মধুৰ মিলা-প্ৰীতিৰ কেতিয়াও অন্ত নপৰিব !!—কিন্তু আজি, সুদীৰ্ঘ তেৰকুৰিটা বছৰৰ ব্যৱধানত এয়া নয়ণতৰাই আজি একমনে আকাশৰ বুকুৱেদি উৰি যোৱা জাক জাক চৰাইলৈ চাই চাই ভাবিছে—

এয়া চিন্ময়ী কাকতীৰ কথা কিমান যে বাংচালী আৰু ধুনীয়া ছোৱালী আছিল তাই—কথাই কথাই হাঁহি, কথাই কথাই সুৰ-গোটেই কিজনীৰ মাজত তায়ে আছিল আটাইতকৈ বাংচালী ছোৱালী—তাইৰ কাষত বহি বা কথা পাতি কোনো নহাঁহৈকৈ বা মনমাৰি থাকিবই নোৱাৰিছিল !—কিন্তু—কিন্তু পৰহি গধূলী যিজনী চিন্ময়ী কাকতীক, নয়ণতৰাই, গড়আলিৰ ডাঃ বৰুৱাৰ চেম্বাৰত লগ পালে সেইজনী যেন তাহানিৰ বাংচালী চিন্ময়ী নহয়—সেই সদাহাস্যমুখী চিন্ময়ীৰ প্ৰেতাত্মাহে—বহুতো অনামী আশাৰে বহুতো সীমাহীন কল্পনাৰে যিজন বাহবাগিচাৰ মালিকক তাই অযুত স্বপ্নৰ সফল পৰিণতিৰ বাবে বিয়া কৰাইছিল—তেওঁৰেই আজি তাইৰ কাষৰ পৰা বহুদূৰত—চাৰিটাকৈ লৰাছোৱালীৰ মাক চিন্ময়ী আজি নিজৰ সংসাৰখনলৈয়ে ব্যস্ত—প্ৰথমজন লৰা যদিও ডাঙৰ হল—আজিলৈকে বিলাসীতাৰ বাহিৰে আৰু একোকে নিশিকিলে !—মানুহো নহল—কেৱল মাত্ৰ বাগানৰ টকা পইচা লৈ ফূৰ্ত্তি আৰু ফূৰ্ত্তি—ঘৰখনৰ কোনো এটা কথাতে তেওঁৰ কোনো স্পৃহাই নাই—কেৱল মাত্ৰ তাকেই হোৱা হলেও হয়তো চিন্ময়ীয়ে তত পালেহেঁতেন—কিন্তু কিছুদিনৰ পৰা অসৎ সংসৰ্গত পৰি মানুহৰ জীৱনৰ বেয়া দিশটোকে আপোন কৰি লৈ লৰাজনে মাক-দেউতাক, ককাই-ভাই, বাইভনী ঘৰ সংসাৰ সকলো পাহৰি ড্ৰাগচৰ আলত ক'ত ক'ত যে পৰি থাকে ? সেই চিন্তাগ্ৰস্ত পুতেকক বিচাৰি বিচাৰি কিমান ঠাই যে ফুৰিব লগা হৈছে হেনো চিন্ময়ীয়ে তথাপি সেই উৎকণ্ঠাৰ শেষ আজিও হোৱা নাই ! বাকী দুজনী ছোৱালীৰ, গুৱাহাটী আৰু দিল্লীৰ হোষ্টেলত থাকি পঢ়াশুনা কৰাৰ সকলো খা-খবৰ, তত্বাৱধান

আজি চিন্ময়ীয়েহে লব লগা হৈছে। স্বামী ময়ুৰ চলিহা কেৱলমাত্ৰ দেশ বিদেশ ফুৰা আৰু বাগানৰ তদাৰকী, জীৱনৰ অন্য অপূৰ্ণতাক পূৰ্ণ কৰি, ভোগ বিলাসত মত্ত হৈ নিজকে পাহৰি যোৱা অৱস্থা। এনে ভোগী আৰু বিলাসীতাত মত্ত হৈ ঘুৰি ফুৰা ময়ুৰৰ আৰু এতিয়া সংসাৰখন চাবলৈ অৰ্কনিও সময় নাই! দিনে ৰাতিয়ে নিজতে নিজে ব্যস্ত! উপায়হীনা হৈ অসহায় হৈ পৰা চিন্ময়ীয়ে সৰু লৰাটোকে ভাল হওঁক বুলি সুদূৰ জিলানাত থৈ, তাঁত বাতি কৰি তালৈ অহাযোৱা কৰোতে কৰোতে আজি চিন্ময়ীৰ এই অৱস্থা। নয়নতৰাৰ দুখতে কান্দি পেলাবৰ মন গৈছিল চিন্ময়ীক দেখি। চকুৰ গুৰি ক'লা পৰা সোমোৱা দুচকুৰ দৃষ্টি উদাস — কি যে আশাবাঁদী ছোৱালীজনী আজি কি হৈ গল! সংসাৰৰ এই অৱস্থা, তাতে আকৌ দুজনীকৈ ডাঙৰ হৈ অহা ছোৱালীৰ চিন্তা। সেয়েহে ইমান কম বয়সতে আজি চিন্ময়ী ঘনে ঘনে ডাক্তৰৰ কাষলৈ দৌৰি আহিব লাগে প্ৰেচাৰৰ আৰু হেজাৰটা অসুখৰ হাত সৰাৰ, কথাই ৰখাৰ ঔষধ বিচাৰি আনকি সংসাৰৰ চিন্তাই জুকলা কৰা, চিন্ময়ী কাকতীয়ে চাই ক্লিয়াটিক ট্ৰিটমেণ্টো লব লগীয়া হৈছে চিন্তাক মনৰ পৰা আতৰ কৰিবলৈ। এইবোৰ কথা লৈ ব্যস্ত হৈ পৰা চিন্ময়ী আজি দিশহাৰা! স্বামী ময়ুৰ কাকতীৰ অগাধ সম্পত্তি, ঐশ্বৰ্য্যয়ো কিন্তু চিন্ময়ীক আজি এধানিকে সুখ দিব পৰা নাই! একমাত্ৰ ধন টকা পইচাকে সুখৰ আকৰ বুলি ভাবি থকা তাহানিৰ চিন্ময়ীক আজি টকা-পইচাৰ ভাৰে ক্লান্তহে কৰি তুলিছে!! চিন্ময়ীৰ এতিয়া যেন প্ৰয়োজন টকা-পইচা, ঐশ্বৰ্য্য এইবোৰ নহয়, এখন মৰমেৰে ভৰা শান্তি আৰু সুখৰ সংসাৰহে। চিন্ময়ীয়ে ভাৰাক্ৰান্ত মনেৰে কোৱা এই কথাবোৰ ভাবি ভাবি নয়নতৰাই, দিগন্তলৈ উৰি যোৱা চৰাইজাকৰ মাজৰ অকলশৰীয়া হৈ উৰি যোৱা চৰাইটোকে যেন চিন্ময়ী বুলি কল্পনা কৰে!! কোনো যেন লগ নাই, কোনো যেন সঙ্গ নাই জীৱন পথৰ সংগী নাই। আজি অকলে অকলে, এখন চহকী, প্ৰাচুৰ্য্যেৰে ভৰা সংসাৰৰ দায়িত্ব পালন কৰি কৰি ক্লান্ত — বিষন্ন!! ভাবে নয়নতৰাই

আৰু বা কিমানদিন এনেদৰে চিন্তাক্লিষ্টা হৈ চিন্ময়ী বাৰু জীয়াই থাকিব এইখন পৃথিবীত ?



এয়া লতাৰ কথা— গোটেই বন্ধু জাকটোৰ মাজত লতা আছিল বিভিন্ন গুণৰ সমাবেশেৰে অনন্যা ! প্রতিটো কলেজীয়া অনুষ্ঠানত যোগদান দি, সাহিত্য, শিল্পকলা আদি সকলোতে কত যে পুৰস্কাৰ পাইছিল লতা বৰপূজাৰীয়ে। লতাৰ সাফল্যৰ গৰ্ব্বত আমি গোটেই-বোৰ গৰ্ব্বিতা হৈ পৰিছিলো। কলেজৰ তর্ক প্রতিযোগিতাত লতাক হৰুৱাব পৰা কোনো লৰাও নাছিল ! ছাত্রীসকলৰ খেলা-ধূলা আনকি এস্কাৰচন পিকনিক আদি সকলোতে লতা আছিল অনন্যা। আমি তেতিয়াই কত কথা পাতিছিলো যে লতা ছাগে এগৰাকী আদর্শ মাতৃ হবগৈ, এখন সুখৰ সংসাৰ গঢ়ি তুলি লৈ লতাৰ ভবিষ্যৎ লৰা-ছোৱালীয়ে ছাগে কিমান ভাল হব ? আমি গোটেই কিজনীয়ে তেতিয়া এইবোৰ সমাগত ভবিষ্যতৰ কথা ভাবি ভাবি, তাইকো জোকাই জোকাই পুলকত মগ্ন হৈ, তাই পুৰস্কাৰবোৰ পোৱাৰ পাছত কিমান উৎসাহেৰে "মনমী" হোটেলত গৈ লাজ লাজকৈ চাহ চিংৰা খাইছিলোগৈ। তেতিয়াৰ দিনত ছোৱালীয়ে, কলেজৰ হলেও হোটেলত চাহ খোৱাটো কিমান যে সমালোচনাৰ কথা আছিল আমি কিন্তু মনা নাছিলো মানে মানি থাকিব নোৱাৰিছিলো লতাৰ অফুৰন্ত উৎসাহতে।

আজি কিন্তু সেইজনী লতাৰ কথা শুনি মর্ম্মাহত হৈ পৰিছে নয়নতৰা। পূৰবীৰ এখন চিঠিৰ পৰাই গম পাইছিল নয়নতৰাই— লতা হেনো এতিয়া বাটীৰ মেণ্টাল হচ্‌পিটেলত ! সংসাৰী হোৱাৰো সুদীর্ঘ বিশটা বছৰ সন্তানহীনা হৈ থকাৰ পাছত, স্বামী ভবেশ গোস্বামীয়ে, ঘৰৰ সকলোৰে আগ্রহাতিশয্যত, দ্বিতীয়বাৰ দাৰ পৰিগ্রহ কৰি, সন্তানৰ পিতৃ হবলৈ চেষ্টা কৰোতে লতাৰ মনোবিকাৰ হৈ লতা আজি বাটীত। পূৰবীয়ে আৰু লিখিছিল এতিয়া ভাত হেনো লতাৰ খবৰ লওতাও কোনো

নাই স্বামীয়ে নতুন পত্নীৰ সৈতে সুখৰ সংসাৰ ৰচাত ব্যস্ত! সেয়েহে একমাত্র বায়েক সক ভিনীহিয়েকৰ, বাহিৰে খবৰ লওতাও আজি লতাৰ কোনো নাই! স্বামী ভবেশ গোস্বামীয়েও, নির্দিষ্ট টকা পইচা পঠিওৱাতে স্বামীৰ কর্তব্য শেষ কৰি বহি আছে। কেইবাদিনো হেনো সংসাৰ পৰিত্যক্তা লতাই আত্মহত্যাৰ চেষ্টাও কৰিছে আৰু হেনো ধৰা পৰি গৈছে বাবেই বাচিছে। কোনে জানে লতাৰ বা ভবিষ্যতত আৰু কি লিখা আছে? এজনী বিবাহিতা, স্বামী পৰিজনেৰে পৰিবেষ্টিতা সংসাৰৰ বোৱাৰী হৈয়ো লতা আজি নিঃসঙ্গ অকলশৰীয়া!! আকাশৰ বুকুৰোদ উৰি যোৱা চৰাইজাকৰ মাজৰ অকলশৰীয়া, সেই চৰাইটোৰ দৰেই আনো লতা নহয়? ভাবি যায় নয়নতৰাই!!

* * * * *

আকৌ ভাবি যায় নযনতৰাই দলটোৰ অনন্যা নৃত্যশিল্পী শিখামণি কেৱল মাত্র খেলা-ধূলাই নহয় কলেজখনৰ সৰস্বতী পূজা, শঙ্কৰদেৱৰ তিথি আদিত সদায় আগৰণুৱা আছিল শিখাজনী। তাই অৱশ্যে, ভোটত জিকি কলেজৰ গার্লচ কমন ৰুমৰ সম্পাদিকাও হৈছিল আৰু যথেষ্ট নামো কৰিব পাৰিছিল কামৰ মাজেদি! কিন্তু কি যে কপালৰ লিখন শিখামণিৰ — শিখামণিয়ে সংসাৰী হবলৈ যিজন যুৱকক পালে সেইজন অনন্ত বৰদলৈ কিন্তু মুঠেই কর্মোদ্যমী নহয়, কেৱল মাত্র ধৰাবন্ধা সময়খিনি, কর্মৰত অৱস্থাত অফিচত বহি কটোৱাৰ পাছত, অনন্ত বৰদলৈ যেতিয়া ঘৰ সোমায়হি তেতিয়া তেওঁ ভাগৱত লাল-কাল হৈ আছে। ঘৰখনৰ কোনো কথাই তেওঁ লক্ষ্য কৰিব নোৱাৰে। বি, এ, বি, টি টো ভাগ্যে পাছ কৰি থৈছিল শিখাই সেয়ে স্থানীয় বালিকা বিদ্যালয় খনতে শিক্ষকতা কৰি শিখাই এতিয়া কর্মময় জীৱনটোৰ কটাইছে। দুটা ল'ৰা-ছোৱালীৰ মাক শিখাই এতিয়া ফুৰাচকা, বাহিৰৰ মুকলি আকাশ একোকে নেদেখা হল আৰু দেহি মনত পৰিল শিখালৈ, নয়নতৰাৰ বাধা মমনা হুমুনিয়াহ এটা ওলাই আহে সেইজনী শিখা

বিজনীয়ে শত কর্ম্ম ব্যস্ততাৰ মাজতো হাঁহি মুখে কেতিয়াবা, থিয়েটাৰ, কথাছবি, কেতিয়াবা বালিভাত কেতিয়াবা দূৰ ভ্ৰমণ আদিতেই ব্যস্ত হৈ আছিল যেন উৎসাহ এটা লবলৈকে সময় নাই শিখাৰ আৰু এতিয়া, এতিয়া শিখাই বাতিপুৱা শুই উঠাৰে পৰা চাহ, তাৰ পাছত ভাত পানী, তাৰ পাছত স্কুলত পঢ়োৱা। পঢ়াই আহি আকৌ ঘৰখনৰ খোৱাবোৱাৰ তদাবক কৰা, কেতিয়াবা সময়ৰ শৰ সময়তে মাৰি শিখাই বজাৰ সমাৰখনো স্কুলৰ পৰা আহোতেই কৰি আহে। তাৰ পাছত অকণিও নিজিবোৱাকৈ ঘৰখনৰ প্ৰতিটো কাম নিয়াৰিকৈ কৰাৰ পাছত ক্লান্ত হৈ পৰা শিখাৰ আৰু পৃথিৱীখনলৈ ঘূৰি চাবলৈয়ো অকণিও সময় নাথাকে ঘৰখনত কাম কৰা, বন্ধুৱা বা লগুৱা লিগিৰীও বেছি দিন ৰাখিব নোৱাৰে—শিখাই জীয়েক নিশা আৰু পুতেক কৰবৰ বাবেই কি যে দুৰ্দ্দান্ত লৰা-ছোৱালী হাল ! বাতিপুৱা চকু মেলাৰে পৰা তাহাঁতৰ আৰু কেৱল জগাইহে কাম। শিখাই অতাই থৈ, সজাই থৈ যায়। তাহাত দুয়ো ভাঙি হে থয়। ইপিনে অনন্ত বৰদলৈৰ শুই উঠাৰে পৰা হাতত যতাই দিব লগীয়া চাহ কাপ, দাড়ি খুৰোৱা সৰঞ্জাম, গৰম পানী, গা-ধোৱা ঘৰৰ কাপোৰ-কানি উদণ্ড ল'ৰা-ছোৱালীক পঢ়ুওৱা মুঠতে এক মিনিট সময়ো সংসাৰ খনৰ বাহিৰে অন্যত খৰছ কৰিব নোৱাৰে। এবালৰ কলেজৰ নামী খেলুৱৈ তথা সংগীতজ্ঞা শিখা বৰদলৈয়ে কলেজৰ পৰা ঘূৰি আহোতে বাটতে কেইবাদিনো লগ পাই নয়নতৰাই বহুতো কথা সুধিব, পাতিব খোজে শিখাক কিন্তু একমিনিট সময়ো কথা পাতিবলৈ আজৰি নাই শিখাৰ। তথাপিও হঠাতে লগ পালে, হাজাৰ ব্যস্ততাৰ মাজতো নয়নতৰাই, শিখাক সকলো কথা সুধি, কেতিয়াবা দিহা পৰামৰ্শও দিয়ে নয়নতৰাই ! তথাপি শিখাৰ মুখলৈ চালে এটা হুমুনিয়াহ নকঢ়াকৈ থাকিব নোৱাৰে নয়নতৰাই। সেইজনী ব্যস্ততাময়ী, প্ৰাণ চঞ্চলা শিখা আজি এই কিটা বছৰতে সংসাৰৰ জ্বালা যন্ত্ৰণাত দগ্ধ !! কোনো মেল-মিটিং, সবাহ বিয়ালৈ

যোৱাটোও শিখাৰ বাবে সপোন সপোন যেন লাগে। নয়নতৰাক কৈ উঠে শিখাই। বুজিছা, নয়নতৰা, বিয়াবাক নকৰিবা, জীয়াই থকাৰ সপোন সপোন হৈয়ে থাকিবলৈ দিবা। কিমান যে জঞ্জাল এই সংসাৰ খনত সোমালে! একমিনিটো আহৰি নাপাও— বৃদ্ধ শহুৰ আৰু শাহুৰ আলপৈচান বাৰু বাদেই দিলো!!!



আৰু শেষত এয়া লাস্যময়ী, দিপলিপ্ অনিন্দিতা চৌধুৰীৰ কাহিনী— যেনিবা কাহিনী নহয়—বোলছবিৰ ৰূপালী পৰ্দ্দাৰ ছবিহে। গাৰ্লচ চেকেনৰ আটাইতকৈ ধুনীয়া, আকৰ্ষণীয় ছোৱালী আছিল অনিন্দিতা! ক্লাচৰ লৰাবোৰ, বাটৰ বাটৰুৱাই বৈ বৈ চোৱাৰ দৰে ৰূপ আছিল অনিন্দিতাৰ। কলেজত সোমোৱাৰ লগে লগে নিজৰ পুৰণা নাম সলাই লৈছিল অনিন্দিতা নাম!! —অনিন্দিতাৰ ৰূপত কত যে ছুগা পৰিলহি— কতজনে যে নীৰবে প্ৰেমপ্ৰীতি জনালেহি—কতজনে নাপালে সন্ন্যাসী হৈ যোৱাৰো অনামী ইঙ্গিত দিলে তথাপি অনিন্দিতাক টলাব নোৱাৰিলে—কিন্তু কি যে দুৰ্দ্দশা অনিন্দিতাৰ!—পতি হিচাবে যিজন যুৱকক নিৰ্ব্বাচন শেষত কৰিলেগৈ অনিন্দিতাই—সেই অৰিন্দম কাকতী চোন ভীষণ নিচাগ্ৰস্ত— ঘৰ ঘৰোৱাহে, বন্ধু বান্ধৱীয়ে কিমান যে মানা কৰিছিল অনিন্দিতাক —আগপাচ ভাবি গুণি লবলৈ—তথাপি কিন্তু অনিন্দিতাৰ এক কথা! অৰিন্দম নহলে তাইৰ নহবই। মহা ধুমধামেৰে বিয়া হৈ যোৱাৰ পাছত চোন পাঁচোটা বছৰেই নগল—দুয়োৰে মাজত মতৰ অমিল মনৰ অমিল হৈ দুয়ো এতিয়া দুখন ঘৰত—নিজৰ জিদ বজাই ৰাখিবলৈকে হেনো কোনোদিন আৰু ঘূৰি নাহো বুলি অৰিন্দমক কৈ আহি, নগৰখনতে এটি সৰু ভাৰাঘৰ লৈ, কলেজৰ শিক্ষকতা কৰি দিনবোৰ—দুখেভৰা দিন-বোৰ কটাইছে আজি অনিন্দিতাই—মানে জীৱনৰ দিনবোৰ কটাইছেহে আৰু জীৱনৰ জীয়া বাস্তৱৰ কঠোৰ সংঘাতত সেই মৰমী অনিন্দিতা আজি নিচাগ্ৰস্তা। গধূলী অকণ সুৰা নহলে—অনিন্দিতা যেন জীয়াই

থাকিবই নোৱাৰে। কিমান যে উচ্ছৃংখল জীৱন—পায়ো নোপোৱা আৰু পায়ো হেৰুওৱাৰ কিমান যে বেদনা, তাক ছাগে অনিন্দিতাই তিলে তিলে অনুভৱ কৰিছে! কাৰণ চৰিত্ৰহীন যুৱক অৰিন্দমে হেনো আকৌ বিয়াবাক কৰিবলৈ যোজা কৰিছেই—নগৰীয়া নহয়, গাৱঁলীয়া ছোৱালী —সেইদিনা গধূলী সময়ত, হোটেল অশোকাৰ কাষেদি ঘৰলৈ আহোতে বহুতো দূৰৰ পৰা বিশৃঙ্খল পোচাকেৰে টেক্সি মাতি বৈ থকা অনিন্দিতাক দেখি, নয়নতৰা আচৰিত হৈ উঠিছিল!—কাষ চাপি চায়ো চিনি পোৱা নাছিল—হয়। সেইজনী তাহানিৰ অনিন্দিতাই—কিন্তু সেয়া যেন অনিন্দিতা নহয়—অনিন্দিতাৰ এটা কঙ্কালহে। দুচকুৰ তলত গভীৰ কলা দাগ, দৃষ্টি উদাস, সাজপোচাক বিশৃঙ্খল, লগত কোনো নাই। আকণ্ঠ গৰল পান কৰি অনিন্দিতা ওলাই আহিছে ঘৰলৈ যাবলৈ। কোনো লগ কিন্তু নাই—আছিল যদিও কব নোৱাৰে নয়নতৰাই। এয়া যে কি কৰুণ পৰিণতি অনিন্দিতাৰ। কলেজৰ শ্ৰেষ্ঠা বান্ধৱী অপ-ৰূপা অনিন্দিতাৰ—নয়নতৰাই দেখি কাষ চাপি গৈছিল অনিন্দিতাৰ—কৈছিল "বলা অনু—ঘৰত গৈ আহোগে!" "ঘৰ! মোৰতো ঘৰ নাই? —কোনো নাই?" —কঁপা কঁপা মাতেৰে উত্তৰ দিছিল অনিন্দিতাই তাৰ পাছত অনিন্দিতাই কৈ যোৱা কথাবোৰ শুনি শুনি নয়নতৰাৰ যেন সম্বিত হেৰাই গৈছিল— কৈ গৈছিল অনিন্দিতাই অৰিন্দমৰ উচ্ছৃংখলতাৰ কথা, অৰিন্দমৰ চৰিত্ৰৰ কথা, ঘৰত অৰিন্দমৰ ব্যৱহাৰ আৰু বাহিৰৰ ক্লাবত অৰিন্দমৰ ব্যৱহাৰ। কিমান যে বান্ধৱী অৰিন্দমৰ লেখ জোখেই নাই! লেখি আৰু কৈ শেষ কৰিব নোৱাৰি। আৱেগত কান্দি উঠিছিল অনিন্দিতাই! অনুৱে হেনো বহু চেষ্টা, বহু প্ৰয়াস কৰিও অৰিন্দমক সজ পথলৈ ঘূৰাই আনিব নোৱাৰি, নিজকে বচাবলৈ নিচাগ্ৰস্ত হৈ পৰি, তিলে তিলে মৃত্যুক আকোৱালি লবলৈ আগবাঢ়ি গৈছে অনিন্দিতাই!!

"উস নোৱাৰি আৰু" নয়নতৰা চমকি উঠে। আকাশেদি উৰি যোৱা চৰাই জাকটোৰ শেষত উৰি যোৱা অকলশৰীয়া চৰাইটো যেন

অনিশ্চিতাহে। জীৱন পথত অকলে অকলে দূৰ সীমান্তলৈ উৰি উৰি গৈছে সহায় বিচাৰি— অবলম্বন বিচাৰি !!

উস নয়নতৰাই নিজকে চাই আকৌ চমকি উঠে !! সুদীৰ্ঘ শিক্ষা কালৰ অৱসানৰ পাছত, দীৰ্ঘদিন কলেজৰ অধ্যাপনা কৰিও, সাহিত্য জগতত নাম কৰিও আজি পৰিমিত নয়নতৰাই চোন আৰু মনৰ মানুহজন লগ নাপালে !! জীৱনৰ বহুতটা বসন্ত এনেয়ে গল। এতিয়া আৰু বাৰ্দ্ধক্যই ঢুকলা কৰা শৰীৰ আৰু মন এটা লৈ, সক ছোৱালীৰ দৰে এটা বিবাহিত আৰু সুখী জীৱন কটাবলৈ নয়নতৰাৰ আৰু বয়সো বৈ থকা নাই। মনতো আৰু কোনো ইচ্ছা নাই। সকলো শেষ হৈ গল ! আৰু কোনো উৎসাহ নাই নয়নতৰাৰ জীৱনত। পৰিয়ালৰ ককাই-ভাই, বাই-ভনীহঁতৰ লৰা-ছোৱালী, সংসাৰেই আজি আৰু এতিয়া নয়নতৰাৰো সংসাৰ !! তথাপি চোন জীৱনৰ কোনোবা এটা উদাস মুহূৰ্ত্তত নয়নতৰাৰ দুচকুৰ কোণ সেমেকি উঠে। এবা জীৱন আৰু জীৱনেই কপালৰ লিখন নহলে ডাহাভৰ চামটোৰ ছোৱালী কাৰো যেন সুখেই নাই !! জীৱনত আৰু একোৱেই নহল !

হঠাতে চকামকাকৈ ক'লা ডাৱৰে চাকি ধৰা আকাশখন চাওঁতে চাওঁতেই এন্ধাৰ হৈ পৰাৰ উপক্ৰম হয় আৰু নয়নতৰাৰ দৃষ্টিকোণৰ পৰাও এটা এটাকৈ সেই উৰি যোৱা চৰাইজাক উৰি উৰি শেষ হৈ যায় দিগন্তত মিলি যায় !!

এবা জীৱনৰ এজাক শুকুলা চৰাই উৰি উৰি যায় দিগন্তলৈ হয়তো অসীমত হেৰাই যাবলৈ !!



# ক্ৰন্দসীমন

মৰমৰ মনোবীনা,

এয়া, সেউজী সুন্দৰ লুইতৰ পাৰৰ, বালিচাপৰিত বহি, অতীতৰ কথা সুঁৱৰি সুঁৱৰি আজি তোমালৈ চিঠিখন লিখিবলৈ বহিছো। তুমি ছাগে ভাবিছিলা, যুদ্ধ বিগ্ৰহৰ অস্থিৰ পৰিবেশৰ মাজত তোমাৰ বন্ধু কৰবী ছাগৈ কোনোবাদিনাই হেৰাই গ'ল কিন্তু নাই যোৱা বন্ধু, নাই যোৱা। মৰি মৰিও কৰবী আজিও জীয়াই আছে। তোমাৰ এদিনৰ পৰম বন্ধু কৰবী চৌধুৰীৰ অন্তৰত আজি কোনোদিনে নুমাব নোৱাৰা, সুপ্ত নোহোৱা জ্বলন্ত আগ্নেয়গিৰিৰ জুই, উমি উমি জ্বলি আছে আৰু সেই উত্তপ্ততাৰ মাজত, এদিন হেৰাই গল বুলি ভবা কৰবী আজিও জীয়াই আছে এইখন পৃথিৱীতে!! এটা জীৱন্ত ইতিহাস হৈ।

তাহানিখন, তোমালোকৰ মাজলৈ গৈ, তোমালোকৰ মাজত কটোৱা সুখ আৰু আনন্দৰ মুহূৰ্ত্তবোৰৰ কথা মনত পৰিলে আজিও যে কিমান আনন্দ লাগে, তাক লেখি আৰু বুজাব নোৱাৰো মনোবীনা! আজি আৰু মোৰ প্ৰাণত সেই সুখ, সেই আনন্দৰ অনুভূতি একেবাৰেই নাই! বিধাতাই মোৰ কপালত লিখি থোৱা, অলিখিত বিধানে আজি মোক জীৱন যুদ্ধত জুকলা কৰি পেলাইছে। ভাবিছো— পৃথিৱীত জীয়াই থকাও নো ইমান শাস্তি নে?

যোৱা বছৰৰ চীন ভাৰতৰ যুদ্ধৰ কৰাল ধুমুহাত, জুকলা-জুপুৰা হোৱা আমাৰ এইখন লুইত পৰীয়া শোণিতপুৰ আজি যুদ্ধৰ বিভীষিকাত

তেনেই বিক্ত! শত শত ভাৰতীয় জোৱানৰ ত্যাগৰ বিনিময়ত, সৰ্ব্ব-ভাৰতীয় জনগণৰ অকুণ্ঠ সহায় সহযোগিতাই যেনিবা ভাৰত বিজয়ী হৈ উঠিল। অসমৰ সীমান্তৰ পৰা প্ৰাণৰ দায়ত পলায়িত হোৱা হেজাৰটা পৰিয়াল আকৌ নকৈ প্ৰাণ পাই উঠা শোণিতপুৰলৈ ঘুৰি আহিল। হেজাৰটা পৰিয়ালে আগৰ সুখ শান্তি সকলো ঘুৰাই পালে। ভাং খোৱা সংসাৰ পুনৰ যোৰা লাগিল। কিন্তু মনোবীনা— সেই ঘুৰি অহা শান্তিয়ে মোৰ জীৱনলৈ বাৰু কি কঢ়িয়াই আনিলে? মোৰ জীৱনলৈ চোন এই যুদ্ধই মৃত্যু আৰু অনামী বেদনাৰ বিভীষিকাহে কঢ়িয়াই আনিলে। তোমাৰ ছাগে মনত আছে মনোবীনা, তোমালোকৰ লগত অতি আন-ন্দৰে, অতি সুখেৰে কটোৱা মুহূৰ্ত্তবোৰত কোৱা নীলিমৰ কথাবোৰ!! আমি নেৰেৰিটিভৰ, ওখ চাপৰ চিৰ সেউজীয়া চাপৰ চাপৰ পাহাৰ-বোৰত, আমি গোটেইবোৰ একেলগে ঘুৰি ফুৰোতে, নীলিমে যে কৈছিল, "জীৱনটো আমাৰ এতিয়া ইমান সুখৰ, ইমান আনন্দৰ হৈ উঠিছে— মোৰ জীৱনলৈ সেই আনন্দৰ জোৱাৰ অনাৰ গুৰিতে আপোনাৰ বন্ধু কৰবী! কেতিয়াবা মোৰ অবিহনেও, কিন্তু কৰবীক পাহৰি নাযাব দেই।"—চকুত হাঁহি আৰু আনন্দৰ প্ৰতিচ্ছবি লৈ সেইখিনি কথা জানো উদ্দাম যৌৱনসত্তাৰ প্ৰতীক, মঙ্গলদৈ কলেজৰ ডেকা অধ্যাপক, সৰৰহী নীলিম চৌধুৰীয়ে কোৱা নাছিল মনোবীনা!!

তাৰ পাছতো, কাজিৰঙাৰ গহীন অৰণ্যত, গড় চাবলৈ যাওঁতেও মনত আছে নে বাৰু মনোবীনা, নীলিমে যে কৈছিল, "আমাৰ জীৱনটোও এতিয়া এনেকুৱাই বুজিছে। শাৰীৰিক শক্তি আমাৰ আছে—নাই ছাগে প্ৰাণ শক্তি!"

জানা মনোবীনা, সেইখিনি কথা ছাগে কিবা অদূৰ ভৱিষ্যতৰ কথা ভাবিয়ে তেওঁ কৈছিল। যুদ্ধৰ প্ৰকৃত ঠাই যুদ্ধক্ষেত্ৰ নোহোৱাকৈয়ে আমি যে ভাত কিমান ভুগিলো—তথাপিও জীৱনৰ মোহে আমাক সুন্দৰ ভাৱে আতঙ্কৰ মাজতো জীয়াই থাকিবলৈ সহায় কৰিছিল। বাহ্যিক

বিভীষিকাৰ সকলো কথা পাহৰি, নিজৰ সুখ দুখৰে সৈতে জীৱন পথত আগবাঢ়ি গৈছিলো। দিনবোৰ আমাৰ অতি সুখেৰেই অতিবাহিত হৈছিল। কোনোবা দিনা জনশূন্যপ্ৰায় হোৱা ঠাইৰ, কলেজৰ পৰা উভতি আহি, সেউজীয়া প্ৰকৃতিৰ মাজত ফুৰিবলৈ, কোনোবাদিনা ঘৰতে এখন সৰু-সুৰা জলপানৰ আয়োজন কৰি, কোনোবাদিনা ভাল কিবা কিনি আনি ৰন্ধাবঢ়াৰ কামতে দুয়ো ব্যস্ত হৈ, কোনোবাদিনা বহুদূৰ ঠাইত থকা আত্মীয় স্বজনৰ কাষলৈ গৈ—জীৱনৰ আপুৰুগীয়া, মৌ-মিঠা দুটা বছৰ কটালো। সুখ আৰু আনন্দতে আত্মহাৰা হৈ—!! কিন্তু মানুহৰ জীৱনটো ছাগে সদায় সুখেৰেই ভৰাই থবলৈ বিধাতাৰ ইচ্ছা নাই!! আজি মনত পৰিছে। কলেজত বয় চাবে ইংৰাজীৰ ক্লাচত বুজোৱা সেই কবি শ্যেলীৰ অমৰ কথাবাৰ—জীৱনযুদ্ধত ক্ষতবিক্ষত হৈ শ্যেলীয়ে যে কৈছিল, "I fell upon the thorns of life, I bleed!"—আজি মোৰো তেনে অৱস্থা মনোবীনা—জীৱনযুদ্ধত পৰাজিত হৈ, ক্ষতবিক্ষত হৈ মঘো আজি কালি ফুৰিছো। মোৰ যে জীৱন আজি সুদা হৈ গল মনোবীনা! সেই চীন ভাৰতৰ কালিকা লগা যুদ্ধখনতে এদিন সাংবাদিক নীলিম চৌধুৰী, বাতৰি আনিবলৈ গৈ আৰু অৰুণাচল সীমান্তৰ পৰা ঘুৰি নাহিল!— শত্ৰু নিধন মন্তত বাৰু মোৰ প্ৰাণৰ নীলিমেহে জীৱন আহুতি দিব লগা হল নেকি? এই যুদ্ধৰ বিভীষিকাতে মই, মোৰ বুকুৰো আপোন নীলিমক হেৰুৱাই চিৰবিক্তা হৈ পৰিলো মই মনোবীনা! কোনোবা এটা অমঙ্গলীয়া শনিবাৰৰ গধূলীত, মোৰ জীৱন ভৰাই তোলা—নীলিমক, তেজপিয়াহঁতে মোৰ পৰা কাঢ়ি লৈ গুচি গ'ল। মোৰ জীৱনৰ সুখ আৰু আনন্দবোৰ শেষ কৰি নীলিম গুচি গল কোনোবা অজান দেশলৈ— য'ত যুদ্ধৰ কোনো বিভীষিকাই কোনো প্ৰিয়তমাক, প্ৰেয়সীৰ কাষৰ পৰা কাঢ়ি নিব নোৱাৰে!! কিয় জানো সেইদিনা, নীলিম কিন্তু যাব খোজা নাছিল ওলাই— তেওঁক কিন্তু জোৰকৈ লৈ গ'ল কেবাজনো চোৰাংচোৱা বিষয়াই! সেই কালিকা

লগা. শনিবাৰৰ দিনা নীলিম আৰু ওলাই যি গ'ল গলেই ঘৰলৈ আৰু কোনোদিন ঘূৰি নাহিল! কতদিন অধীৰ আগ্ৰহেৰে বাট চালো৷ কতদিন অজানিতে মনেৰেই, মনৰ অনুভূতিৰেই তেওঁৰ উজুটি অহাৰ পদশব্দ শুনিলো৷ বাৰাণ্ডাত তথাপি আৰু কোনোদিন ঘূৰি নাহিল নীলিম !! চাওতে চাওতে যুদ্ধ শেষ হৈ গ'ল, পুৰণি মানুহেৰে, শূণ্য হৈ পৰা শোনিতপুৰ আকৌ পূৰ্ণ হৈ উঠিল কিন্তু মোৰ জীৱনে আজিলৈকে আৰু পূৰ্ণতা বিচাৰি নাপালে! যুদ্ধত ভাৰত বিজয়ী হ'ল, পৃথিৱীত ভাৰতৰ খিয়াতি বাঢ়িল. চিৰ সেউজীয়া শোনিতপুৰ পুনৰ সঞ্জীৱিত হৈ উঠিল লুইতৰ পানীৰ সোঁত আকৌ খৰকৈ বলে কিন্তু— কিন্তু মোৰ কি হ'ল মনোবীনা— মোৰ চোন জীৱনটোৱে শূণ্যতাত হাহাঁকাৰ কৰি উঠিল! নীলিমৰ অবিহনেও মই আজি জীয়াই আছো। সেই কথাবাৰ ভাবিলেও মোৰ আচৰিত লাগে মনোবীনা! সেই মৰ্ম্মান্তিক বাতৰিটো পোৱা দিনটোলৈ মনত পৰিলে মোৰ বুকুখন এতিয়াও কঁপি উঠে মনোবীণা! আনদিনাৰ দৰেই, "ৰুবী, মই আহো দেই" বুলি চিৰদিনৰ বাবে ওলাই যোৱা নীলিমৰ সেই মাতবাৰ আজিও মই যেতিয়াই তেতিয়াই শুনিবলৈ পাওঁ মাজৰাতিৰ নিজমতাত যেতিয়া পৃথিবীখন নিঃসাৰ হৈ শুই থাকে তেতিয়াও মই যেন নীলিমৰ সেই মাতবাৰ মোৰ কাণৰ ওচৰতে শুনো !!

এতিয়া জানা, মনোবীনা. মা-দেউতাৰ অন্তৰভৰা মৰমপ্ৰীতি চেনেহৰ মাজত, একো দুখ নোপোৱাকৈ দিনবোৰ কটাইছো। ভাই-ভনীৰ মৰম চেনেহ, আত্মীয় স্বজনৰ প্ৰীতি সদিচ্ছা, ওচৰ চুবুৰীয়াৰ দয়ামৰম, সকলোৱেই মই পাইছো মনোবীনা তথাপিও চোন আজি মোৰ বুকু-খন শুদা। সকলো পোৱাৰ মাজতো নীলিমক হেৰুওৱাৰ বেদনাই মোক যে খুলি খুলি খাইছে মনোবীনা !! দিনটোৰ কৰ্ত্তব্যবোৰ ঠিকেই কৰি যাওঁ— নিয়মিত ভাৱে পঢ়াশুনা কৰিবলৈয়ো বিশ্ববিদ্যালয়লৈয়ো ওলাই যাও. তথাপিও চোন মই আজি একেবাৰে নিঃস্ব মনোবীনা—

মোৰ চোন একো নাই মই যে বিক্তা !! কোৱাচোন মনোবীনা, মই বাক আজি কি লৈ জীয়াই থাকিম ?

যুদ্ধক্ষেত্রত বিজয়ী ভাৰতবৰ্ষক, ভাৰতবৰ্ষৰ জোৱানক, সৰ্ব্বভাৰতীয় ঐক্যতাক সকলোৱেই শলাগিলে। কাগজে পত্ৰই ভাৰত জিলিকি উঠিল, কিন্তু এই যুদ্ধই মোক কি দিলে মনোবীনা! অনাগত ভবিষ্যতলৈ মই বাক কি লৈ, কিহৰ আশা বুকুত বান্ধি আগবাঢ়ি যাম ? মোৰ এই প্ৰশ্নৰ ক'ত উত্তৰ পাম বাক মনোবীনা !!

অবুত মৰমেৰে

তোমাৰেই এদিনৰ
সুখী আৰু আজিৰ নিঃস্বা বন্ধু
কৰবী চৌধুৰী

# 'কক্ষচ্যুত গ্ৰহ'

যদি কোনোবা এজনে আজি, কৰবাৰ পৰা আহি, ডিবুকৰ কাষৰ চাবুৱা নগৰৰ মিলনপুৰলৈ গৈ প্ৰদীপ্ত চলিহাৰ প্ৰাসাদোপম অট্টালিকাৰ ফালে চাই পঠিয়ায়, তেতিয়াহলে হয়তো তেওঁ আশ্চৰ্য্য-জনিত হৈ কিছুপৰ থৰ হৈ ৰব! প্ৰদীপ্ত চলিহাৰ সেই প্ৰাসাদোপম অট্টালিকাৰ ঘৰবোৰ কিন্তু তেওঁৰ আশ্চৰ্য্য হৈ পৰাৰ কাৰণ নহয়—কাৰণ তেনে ধুনীয়া প্ৰাসাদোপম আৰু বহুতো ঘৰ এই চাবুৱাৰ মিলন নগৰতে সজা হৈছে—আৰু বা কত সজা হৈছে তেনে ঘৰ, ডিব্ৰু, মাৰ্ঘেৰিটা, ডিগবৈতো! সেয়া কিন্তু আচৰিত হোৱা কথা নহয়। আচৰিত হৈ থৰ হৈ ৰোৱাৰ কাৰণ হল অপৰূপা বন্দিতা!!

অ', আচৰিত হোৱাৰে কথা। ডিবুৰু চহৰৰ খলিহামাৰীৰ কাষৰে এটি জৰাজীৰ্ণ পাৰাৰ এটা সৰু মলিয়ণ, অপৰিষ্কাৰ চেহেৰাৰ ৰাস্তাৰ কাষৰ এটা জৰাজীৰ্ণ, অকলশৰীয়া ভাৰাঘৰত যিজন গৃহস্থ সপৰিয়ালে থাকে, সেই সাধাৰণ কেৰাণী ৰঞ্জিত দত্ত নামৰ মানুহ-জনৰ এই বিনন্দীয়া ৰূপৰ গৰবিনী কন্যা বন্দিতাই, চিৰকালৰ বাবে জীৱনৰ ঠাই পালে চাবুৱাৰ এই প্ৰদীপ্ত চলিহাৰ এই বিৰাট প্ৰাসা-দোপম ঘৰত। এৰা আচৰিত হৈ থৰ হৈ ৰব লগীয়া কথাই!! সেই প্ৰদীপ্ত চলিহাৰে সদ্য বিবাহিতা স্ত্ৰী বন্দিতা! এইজন সেইজন প্ৰদীপ্ত চলিহা, যিজনৰ ডিব্ৰুৰ কাষৰে পাজৰে দুটা কয়লাৰ কোলিয়াৰী আৰু কেইবাখনো চাহবাগান আছে!

প্ৰদীপ্ত চলিহাৰ ঘৰৰ গেৰেজত তিনিখন গাড়ী। ঘৰৰ বিৰাট চৌহদৰ কেউকাষে, পাম গছৰ সেউজীয়া সেউজীয়া শাৰী ভিতৰ সোমালেই সেউজী দলিচা পৰা যেন লনৰ কেউকাষে শাৰী শাৰী ঝাওগছ! এই বিৰাট ঘৰৰ বাৰাণ্ডাত উঠি, কলিং বেল বজালে, ৰৰ ধুনীয়া ধুনীয়া সুৰেৰে চেতাৰৰ আলাপ বাজি উঠে। সেই চেতাৰৰ সুৰৰ আলাপত যেন সেই শান্ত আৰু নীৰৱ ঘৰৰ আকাশ বতাহ মুখৰিত হৈ উঠে যেন চেতাৰে সুৰৰ আলাপৰ যেন লগে লগে ঝঙ্কাৰ-ধ্বনি হাঁহিহে উঠিছে!

বন্দিতাক দেখিবলৈ পোৱা যায়, পুৰাবেলা ঘৰৰ পাছফালৰ আৰু আবেলি বেলিকা, বেলি পাটত বহাৰ পৰত, আগফালৰ সেউজ বুলীয়া লনৰ, সেউজী সেউজী ঘাঁহৰ ওপৰত, ৰঙা ৰং দিয়া বেতৰ চকীত মনে মনে বহি থকা। যেন প্ৰদীপ্ত চলিহাৰ এই বিৰাট ঘৰৰ এটি নতুন শোভা—এই বন্দিতা!! ঘন ৰৰষাৰ ৰাতিপুৱা আৰু আবেলি সেউজবুলীয়া লনৰ চাৰিওকাষৰ ঝাও গছৰ সেউজী শিৰত যেতিয়া টিপ্‌ টিপ্‌ কৈ ৰৰষুণ পৰে, দূৰৰ পাহাৰৰ কলা শিৰত যেতিয়া চিক্‌চিক্‌ বিজুলীয়ে লুকাভাকু খেলে, বাগানত ফুলি থকা গোলাপৰ সুবাসেৰে যেতিয়া লনৰ কেউকাষ ভৰি যায়, তেতিয়া দেখিবলৈ পোৱা যায়, ওপৰ মহলাৰ এটি কোঠাৰ, বহল খিৰিকিৰ কাষত থিয় হৈ, আকাশৰ ফালে অপলক দৃষ্টিৰে চাই থকা বন্দিতাক।

কোনোবাই জানো বাৰু ভুলতো ভাবিছিল বা কল্পনাও কৰিব পাৰিছিল যে প্ৰাসাদোপম অট্টালিকা, কোলিয়াৰী আৰু চাহবাগানৰ মালিক বজা যেন প্ৰদীপ্ত চলিহাৰ লগত, বন্দিতাৰ দৰে সামান্য এখন ঘৰৰ ছোৱালীবো বিয়া হব পাৰে! নাই, ওহো, কোনেও কল্পনাও কৰিব পৰা নাছিল, কোনেও ভুলতো ভাবিবও পৰা নাছিল যে আজিৰ দৰেই কোনোবা এটা মন মতলীয়া কৰা ফাগুন মাহত, সঁচা-কৈয়ে তাহানিৰ ৰূপকথাৰ এটি গল্পই যেন ঢোলেদগৰে, বিয়ানাম

উৰুলীৰ ধ্বনিৰে মুখৰিত কৰি তোলা এটা উৎসৱ যেন সত্য হৈ, জীৱন্ত হৈ উঠিব কাৰোবাৰ জীৱনত! প্ৰদীপ্ত চলিহাই এম, এ, পাছ কৰাৰ পাছত প্ৰায় দুবছৰ, ডেৰবছৰ কাল ইউৰোপ আমেৰিকাৰ বিভিন্ন ঠাই ঘূৰি ফুৰিছিল। ধনী পিতৃৰ একমাত্ৰ সন্তান প্ৰদীপ্তই টকাৰ জোৰেৰেই পৃথিৱীখন যেন চলাথ কৰি ফুৰিছিল !! আৰু - আৰু খলিহামাৰীৰ বন্দিতাই, শিৱসাগৰৰ মোমায়েকৰ তাত থাকি. তিনিবছৰ মোমায়েকৰ সহায়তে পঢ়া-শুনা কৰাৰ পাছত, ক্লাচ নাইনৰ পৰা ক্লাচ টেনলৈ প্ৰমোচন নাপাই, খলিহামাৰীৰ কলনীৰ কাষৰ ঘৰলৈ, দেউতাকহঁতৰ কাষলৈ উলটি আহিছিল। প্ৰদীপ্ত চলিহাৰ এই বিৰাট ঘৰখনৰ গাড়ীৰ গেৰেজটো, ৰঙীন চিল্কৰ পৰ্দা আৰু বন্দিতাই জীৱনত নতুন পাটৰ বনকৰা কাপোৰজোৰো পিন্ধিবলৈ পাইছিল বিয়াৰ দিনাহে !! দিন ঠিক নহয় ৰাতিহে ৰাতি দহ বজাৰ সময়ত! ফাগুন মাহৰ উতলা বা বলা কোনোবা এটি সুন্দৰ ৰাতি, সেই ৰাতি খলিহামাৰীৰ বাৰী কাষৰ চতিংনা জোপাত পৰি, এটা কুলি চৰায়ে কি যে এটা অদ্ভুত মৌ মিঠা সুৰেৰে মাতি মাতি সকলোকে আচৰিত কৰি তুলিছিল যেন সপোনৰ দৰেই !!

ঘটনাটো যেন, সঁচাকৈয়ে মেঘৰ মাজত জোন জোনাকৰ এটি ধল নমাৰ দৰেই ঘটনা! দুখীয়া, সামান্য কেৰাণী পিতৃ বসন্ত দত্তই ভাবি ভাবি কিমান যে নিদ্ৰাবিহীন ৰাতি কটালে। কত যে জোৱাঁই-জনী দিম বুলি ভাবি ভাবি দহ বাৰ কত পাম ? কিন্তু কি যে আচৰিত বিধাতাৰ লিখন— বসন্ত দত্তৰ সমন্ধীয়া ককায়েক বিমান দত্তৰ ঘৰত হঠাতে বন্দিতাক দেখি কি যে স্বপ্ন দেখিলে প্ৰদীপ্তই, কোনে জানে? সেই ককায়েক বিমান দত্তৰ আগত হাঁহি হাঁহিয়েই প্ৰদীপ্তই কৈ উঠিছিল, "আপোনালোক থাকোতেও আজিও মোৰ বিয়া নহল, এইটো কেনে কথা দদাইদেউ ?" কিবা পাকত কিবা সমন্ধ থকা বিমান দত্তৰ জ্ঞাতি ভাইৰ দৰে প্ৰদীপ্ত চলিহা হয়তো বিচাৰিলে কিবা সমন্ধ

এটাও ওলাই পৰিব পাৰে! শিৱসাগৰৰ উকীল বিমান দত্তও কিছু সম্পত্তিৰ মালিক, বাগান আদিৰো দুই এটা শ্বেয়াৰ আছে তথাপিও, দেউতাকৰ অত সম্পত্তিৰ অধিকাৰী হৈয়ো, একমাত্ৰ পুত্ৰ হৈয়ো শিক্ষা দীক্ষাত ইমান যোগ্যজন হৈয়ো, চাবুৱাৰ মিলন নগৰৰ এই বিৰাট সুন্দৰ ঘৰটোত অকলেই যে থাকে প্ৰদীপ্ত এইটো কথা বিমান দত্তৰো অজ্ঞাত হৈ আছিল অতদিন! দেউতাক ঢুকুৱাৰ পাছত এই সাতবছৰ কাল প্ৰদীপ্তই কি কৰিছে, কেনেকৈ খাইছে, কেনেকৈ চলিছে তাৰ একোৱেই জনা নাছিল বিমান দত্তই! আৰু জনাৰ কোনো দায়িত্বও নাছিল বিমান দত্তৰ! সম্বন্ধটোও নিচেই দূৰ সম্বন্ধীয়া।

বহুবছৰ আগতে ডিগবৈৰ ৰেলষ্টেচনত দুয়োৰে এবাৰ দেখাদেখি হৈছিল। তাৰ পৰা আৰু আজি কোনো সম্বন্ধও নাই অতদিন! কৈছিল প্ৰদীপ্তই, "মোক দেখি আপুনি আৰু নাভাবিব মই বৰ চাহাবী মেজাজৰ মানুহ বুলি! মই কিন্তু তেনে চাহাবো নহওঁ আৰু নিজকে 'কোলকিং বুলিও নাভাবো।"

বিমান দত্তই উত্তৰ দিছিল "সেয়াতো বৰ ভাল কথা বোপাই"

প্ৰদীপ্তই কৈছিল, "বুজিছে দদাইদেউ, মোৰ আনকি কোনো বি, এ, এম, এ পাছ ডিগ্ৰীধাৰীৰ ওপৰতো কোনো আস্থা নাই!"

বিমান দত্তই কৈছিল, "কিন্তু তথাপিও বোপাই, তুমিতো আৰু নিচেই শিখাপঢ়া নজনা, অশিক্ষিতা কোনো ছোৱালীও বিয়া কৰাব নোৱাৰিবা!" প্ৰদীপ্ত—"খুব পাৰিম, মোৰ ইচ্ছাও সেয়ে!" —শুনি কিন্তু বেছ আচৰিত হৈ উঠিছিল বিমান দত্ত। কৈ উঠিছিল," মই কিন্তু তোমাক দেখি বুজিবই পৰা নাছলো। তোমাৰো এটা ইমান লিবাৰেল মন আছে বুলি" বাধা দি উঠে প্ৰদীপ্তই, "লিবাৰেল নহয় দদাইদেউ, কওঁক এটা খাটী 'অৰ্থত' মন বুলি।" বিমান দত্ত "হয়, হয়, সেইটো যেনিবা হলেই, সেই টোওটো বেছ এটা আচৰিত কথাই।" বিমান দত্তৰ পৰিয়াৰ মীনা দত্তই চিঞৰি উঠিছিল "তেন্তে তুমি চোন আমাৰ বন্দিতাকে বিয়া কৰাব পাৰা!"

প্ৰদীপ্ত— "নিশ্চয় পাবো মোৰ কোনো আপত্তি নাই, সৰু খুড়ী !"

সৰু খুড়ী মীনাৰ কাষতে আৰু মুখতে শুনিলে সকলো প্ৰদীপ্তই। দুখীয়াৰ ঘৰৰ ছোৱালী বন্দিতা! শিক্ষাও ক্লাচ নাইনলৈকেহে। কোনো ষ্টাইল ফাইলো কৰিবই নাজানে! আনকি খুড়ীৰ মতেৰে বুজিও নাপায়! তাৰোপৰি তেনেই লাজুকী, কথাও বেছি নকয়! বন্দিতাৰ মাক সবিতাই যেতিয়া অকাৰণতে বন্দিতাক নিলাজী বুলি গালি পাৰে, তেতিয়াও এই নিমাখিত ছোৱালীজনীয়ে মাত্ৰ গালি শপনি খাযো মনে মনে থিয় হৈ থাকে আৰু নীৰবেই চকুপানী টোকে। দুখকষ্টবোৰ কিমান সহজে লব পাৰে ছোৱালীজনীয়ে। এইজনী ছোৱালী, যিজনীয়ে বিহুৰ সময়তো মুখত এটা হাঁহি লৈ, দেউতাকক কয়, "দেউতা মোলৈ কাপোৰ আনিব নালাগে ভাইটি ভনটিহঁতলৈ কিনিলেই হব।" আৰু সচাকৈয়েতো বাইশ বছৰীয়া ছোৱালী, চেহেৰা পাতিও ইমান ধুনীয়া, কেবাঠাইতো সিয়নি মৰা কপাহী মেখেলাচাদৰ জোৰ পিন্ধি, খুড়ীয়েক, বৰবৌয়েক-হঁতক সেৱা জনাবলৈ আহে! দুখ কষ্ট সহিব পৰা অসীম সহ্যশক্তি আছে এই অপৰূপা ছোৱালী জনীৰ। সেয়েহে প্ৰদীপ্তৰ কথা শুনি খুড়ীয়েক মীনাই কৈ উঠে, "তুমি যদি সঁচাকৈয়ে মান্তি হোৱা প্ৰদীপ্ত, তেতিয়াহলে মই চেষ্টা কৰি চাও যাতে এই ফাগুনতেই তোমাৰ ····· !!"

প্ৰদীপ্তই লগে লগে কৈ উঠে, "অ' তাকেই কৰক, খুড়ীদেউ, তাকেই কৰক"। সেই কথা শুনি কিন্তু ৰঞ্জিত দত্ত আৰু তেওঁৰ পৰিয়াৰ সবিতায়ো বিশ্বাসেই কৰিব পৰা নাছিল। তেওঁলোকৰ মনত এটা সন্দেহহে ভুমুকি মাৰিছিল— সম্বন্ধীয়া নবৌয়েক মীনাই ছাগে ঠাট্টাহে কৰিছে তেওঁলোকক। লগে লগে উত্তৰ দিছিল মীনাই, "এইটোৱে তোমালোকৰ ডাঙৰ দোষ। চকুৰ আগতে সৌভাগ্যই জলজল পট্‌পট্‌কৈ জিলিকি থকা দেখিও চোন তোমালোকে বিশ্বাস কৰিবকে নোখোজা? তোমালোকৰ মনবোৰো যে আৰু!! মীনা বৰ নবৌয়েকৰ এই ভৎসনা-

বোৰ যেন ৰঞ্জিত দত্তৰ খলিহামাৰীৰ, অবিশ্বাসে ভৰা এটা অকণি জীৱনৰ ওপৰত খিকাৰহে!! চমকি উঠিল ৰঞ্জিত দত্ত—চমকি উঠিল মাক সবিতা····। কিন্তু দুয়ো অবিশ্বাসকো বিশ্বাস কৰিব লগা হ'ল, কাৰণ প্ৰদীপেই লিখা এখন চিঠি দুয়োকো যেতিয়া মীনা খুড়ীয়ে পঢ়ি শুনালে, "মই সাজু হৈয়ে আছো খুড়ী। আপুনি মাত্ৰ মোক দিনটো জনাই দিয়ক। সকলো হৈ যাব। নাই নালাগে ফ'ট চ'ট একো—নিজৰ চকুৰেই দেখিলো যেতিয়া ফ'টৰ আকৌ কি দৰ্কাৰ?" মনে মনে—মনে মনে—মনে মনে, ৰঞ্জিত দত্ত আৰু তেওঁৰ পৰিবাৰ সবিতা দুয়ো যেন প্ৰাণপণে এই আকস্মিক সৌভাগ্যৰ বাতৰিটি গোপনে গোপনে ৰাখিবৰ বাবেই যেন ব্যস্ত হৈ পৰিল। কোনেও যেন জানিবলৈকে নাপায়! আনকি খলিহামাৰীৰ ঘৰৰ কাষৰে বেনুবৌহঁতেও যেন কথাটো শুনিবলৈ নাপায়!! তেখেতে কিন্তু বন্দিতাক বৰ মৰম কৰে তথাপিও!! বন্দিতাৰ বিয়াৰ বাবেও বেনুটো খুউব চিন্তা সৌ সিদিনাও আহি কৈ গৈছেহি, তোমালোকৰ যদি মত আছে কোৱা, বিনীতো ৰাজী, কেৱল তোমালোকৰ মতটো হলেই হয়।"

—এইটো কিন্তু বেনুবৌৱে কোনেও, কাহানিও নুশুনা, নতুন কথা এটা শুনোৱাহি নাই! ৰঞ্জিত দত্ত আৰু তেওঁৰ পৰিবাৰ সবিতা দুয়োৰো বুজিবলৈ বাকী নাই যে বিনীত সাজু হৈয়ে আছে! কিন্তু ভাবিলে সঁচাকৈয়ে দুখ লাগে বন্দিতানো সঁচাকৈয়ে ইমানেই বেয়া ছোৱালী নে যে বিনীতৰ দৰে এজন শিক্ষকৰ বাহিৰে আৰু কোনেও তাইক আপোন কৰি লব নোখোজে! তাই যেন আৰু ওখ খাপৰ মানুহৰ পৰিবাৰ হোৱাৰ যোগ্যতাহীনা ছোৱালীহে। কিন্তু সঁচাকৈয়ে আজিলৈকে পোৱাও নাই! কিমান যে চেষ্টা চলোৱা হ'ল। কিমানৰ সন্ধান লোৱা হ'ল, কিমানৰ লগত লিখালিখিও চলিল, কিমান অহাযোৱা হ'ল! কিন্তু কেৱল মাত্ৰ কইনাৰ ধুনীয়া, অপৰূপ মুখ খনকে দেখি আনন্দিত হৈ, কোনো দাবী বা পণ নোলোৱাকৈ, বন্দিতাক

বিয়া কৰাৰলৈ ৰাজী হৈ যাব, তেনে এটি লৰাও আৰু পোৱা নগল। তথাপি কিন্তু তাৰ মাজতে কোনোবাই হা বুলি মাজে মাজে সন্মতিও দিয়ে কিন্তু তেওঁলোক জানো উপযুক্ত দৰা? দুখীয়াৰ ঘৰৰ ছোৱালী হল বুলিয়ে জানো বন্দিতাক জানো মই অদ্ভুত চেহেৰাৰ বিপত্নীক ভদ্রলোক নৰেণ কলিতাৰ দৰে এজন চাব অভাবচিয়াৰ দৰাৰ স্ত্রী কৰি পঠাব পাৰি জানো? সেইজনৰ তুলনাত চোন শিক্ষকতা কৰি থকা লৰা বিনীতেই হেজাৰ গুণে ভাল! মাথোন প্রশ্নটো হল বিনীতক ভাল দৰা পোৱাটো, বন্দিতাৰ বাবে ইমান অসম্ভৱ কথানে বাৰু?

বিনীততো হাতৰ মুঠিত আছেই! এই সত্যটো ভালকৈয়ে জানে বঞ্চিত দত্তই, জানে তেওঁৰ পৰিয়াৰ সবিতায়ো ভালকৈয়ে! বিনীত এইখন ঘৰলৈ মাজে মাজে আহিয়ে থাকে যদিও প্রায়ে বন্দিতাৰ ভনীয়েক নন্দিতা আৰু ভায়েক সুমন্তৰ লগতে বেছি ভাগ সময়, স্কুলনে নানা কথা পাতি কটাই দিয়ে। কথাই কথাই হাহেঁও বিনীতে। এইখন ঘৰৰ লগত বিনীতৰ কিবা দূৰ গাওঁ সম্পর্কৰ কোনোবা চাৰু লতা বাইদেউৰে তিনিজন লৰাৰ ভিতৰত সবাতোকৈ ডাঙৰ বিনীত। এবাৰ লৰাহঁতৰ পৰীক্ষাৰ সময়ত, দিবলগীয়া ফিজখিনিও যোগাৰ কৰিব নোৱাৰি বিনীতৰ মাক চাৰুলতা বাইদেৱে মালতী পেহীহঁতৰ পৰাও পঞ্চাশটা টকা ধাৰ লব লগা হৈছিল। বিনীতৰ আয়েৰে, ঘৰখনৰ সকলো সময়তে সকলো খৰছতো চলাব নোৱাৰি! নিজৰ কাণেৰেই এদিন শুনিছে সবিতা দত্তই, এদিন এইখন ঘৰলৈ আহোতে হঠাৎ বন্দিতাক দেখি এটা শীতল হাঁহি মাৰি কৈ উঠিছিল বিনীতে, "তুমি দেখোন বৰ খীনাই গৈছা বন্দিতা!"

বন্দিতাই লগে লগে উত্তৰ দিছিল, "ইস্ কি যে কথাবোৰ কয় আপুনি! এইমাত্র সীমা আহিছিল, তাই কৈ গৈছে মই হেনো এই মাহতে বেছ ভালকৈ শকত হৈ পৰিছো আৰু আপুনি আকৌ কৈছে .... .... .... .... .... ...."

নাই ইয়াতকৈ আৰু বেছি কথা হোৱা বিনীত আৰু বন্দিতাৰ মাজত, মাকে দেখাও নাছিল, শুনাও নাছিল! কিন্তু তাৰ মাজতে এদিন, সিদিনা কাৰবে মাধৱ বৰাইঁতৰ ঘৰত কিবা উৎসৱৰ ঢোলদগৰ বাজি উঠিছিল, সেইদিনা এইখন ঘৰৰ সন্মুখৰ বাটত বিনীত আৰু বন্দিতা দুয়ো ওচৰাউচৰিকৈ থিয় হৈ থকা বহুতেই দেখিবলৈ পাইছিল! বিনীতে সেই ঠাইদে থিয় হৈ কাষৰ মানুহঘৰৰ বাৰীৰ আমগছ-জোপালৈ চাই আছিল আৰু— আৰু বন্দিতাই চাই আছিল, ওচৰ-চুবুৰীয়া মানুহঘৰৰ গেটৰ মুখত বৈ থকা এখন বিক্সাৰ কালে। দেখিয়ে বুজিব পাৰিছিল সবিতাই দুয়ো মাত্ৰ এনেয়েহে ওচৰাওচৰিকৈ থিয় হৈ আছে দুয়োৰে কোনেও একো কথা কোৱা নাই! কি আচৰিত এনেদৰে পোন্ধৰ বিশ মিনিট ধৰি ওচৰাওচৰিকৈ থিয় হৈ থাকিও চোন কোনেও কথা এটাকে পতা নাই! কোনেও কাৰো মুখলৈয়ো নাচায়। ই কি কথা! বন্দিতাই ছাগে শুনিছে কাৰবে মীৰাবৌৱে আহি কৈ যোৱা কথাবোৰ! শুনি হয়তো সুখীও নাই হোৱা এই বন্দিতা নামৰ ছোৱালীজনী। বন্দিতাৰ ছাগে মনৰ ভিতৰত এটা মিঠা অভিমানে বাহ লৈছে, সেযে তাইৰ মুখখন যেন অভিমানতহে ওফোন্দা, বিনীতৰ বাহিৰে বাক আৰু কোনো ভাল দৰা নাই নেকি বাৰু এই লুইত-পৰীয়া ডিবুৰুখনত! বন্দিতাৰ অকনো ভাল নালাগে !!

আৰু এই বিয়াৰ দিনাও কিন্তু পাৰাৰ মানুহখিনিয়ে হুলস্থুলৰ মাজত বুজিবই নোৱাৰিলে কাৰ লগতনো ইমান দিনৰ পাছত বন্দিতাৰ বিয়া হৈ গল? বিয়াৰ সাতদিনৰ পাছত বহুতো খবৰ শুনিও খলিহামাৰীৰ ওচৰ পাজৰৰ মানুহখিনিয়ে বিশ্বাসকে কৰিব পৰা নাছিল সচাঁকৈয়ে এনে অঘটনো এইখন পৃথিৱীত ঘটিব পাৰে! কিন্তু বিয়াৰ এমাহৰ পাছত, খলিহামাৰীৰ বন্দিতাইঁতৰ দূৰ সম্পৰ্কীয় আত্মীয়, সুনীল দদাইদেৱে যেতিয়া চাবুৱা নগৰৰ, মিলনপুৰৰ পৰা আহি, বেজ-বৰুৱা খুড়াইঁতৰ বৈঠক খানাত বহি, তেওঁ নিজ চকুৰে দেখা অভিজ্ঞতাৰ

ৰিপৰ্ট দিলেহি, তেতিয়া খলীহামাৰীৰ মানুহখিনিয়ে শুনি অচৰিত হৈ গ'ল তেওঁলোকে ভাবিয়ে নাপালে এই ঘটনাটো স্‌চাকৈয়ে ৰূপকথা নেকি? এজন যেন পক্ষীৰাজ ঘোঁৰাত উঠা ৰাজকোঁৱৰ আহি বনবালা যেন অপৰূপা এক কন্যাক বিয়া কৰাই নিলেহি !!

সেই বনবালাৰো কিন্তু নিজ পিতৃৰ খেৰী ঘৰৰ দুৱাৰ দলি পাৰ হৈ, ফুলাম গাড়ীত উঠিবৰ সময়ত দুই চকুৰ পৰা চকুপানীৰ ধল বাগৰি বাট নেদেখা হৈ পৰিছিল। এৰা, কান্দিবইতো! বনবালা শকুন্তলায়ো চোন কান্দিছিল! হওকেই লাগিলে দৰাঘৰ ৰাজপ্ৰাসাদ যেন তথাপিতো আজীবন কটোৱা পিতৃ গৃহৰ ভঁৰালৰ মাটিৰ মায়াও জানো কম? গাড়ীৰ নিচেই কাষতে থিয় হৈ থকা বিনীতে কিন্তু মুখত হাঁহি লৈ চিঞৰি কৈ উঠিছিল, "ই আই, কান্দোন আ'ক কিহৰ? কন্দাৰ কোনো অৰ্থই নাই"! —শুনি হাঁহি পেলাইছিল বন্দিতাই। ৰুমালেৰে চকুপানী মচি সকলোৰে ফালে চাই ৰয়। বঞ্জিত দত্তয়ো হাঁহি সনা মিঠা ধমক দি উঠে "পাগলী ছোৱালী" —মাক সবিতাই কয় "আকৰী-জনী কৰবাৰ!" নকইনাৰূপী বন্দিতাক কোলাত লৈ চলাৰ আগ-মুহূৰ্ত্ততে যেন ফুলাম নীলা গাড়ীখনেও হৰ্ণ বজাই হাঁহি উঠিল!!

* * * * *

আজি কালি মাকুমৰ, চাবুৱাৰ 'চলিহা হাউচৰ' সেউজবুলীয়া লনৰ পতা ৰঙাবেঞ্চৰ চকীত যিজনী বন্দিতা নীৰবে বহি থাকে, তেওঁ কিন্তু সেই যে প্ৰথমদিনা এই নতুন ৰাজপ্ৰাসাদ যেন ঘৰলৈ আহিছিল, সেইদিনা ওপৰ মহলাৰ খিৰিকিৰ কাষত বহুতো বেলি প্ৰদীপ্ত চলিহাৰ কাষত বৈ আছিল— দূৰৰ নীলা আকাশ আৰু খলা-বমা সেউজী পাহাৰৰ ফালে চাই চাই হাঁহিছিল বন্দিতাই! আৰু আটাইতকৈ বেছিকৈ চাইছিল কাষতে বন্দিতাৰ তেতিয়াৰ সেই মিঠামুখৰ হাঁহি স্‌চাকৈয়ে এটি যেন সুখী শোভাৰহে অপৰূপ হাঁহি! আচৰিত হৈ পৰা এটি তৃপ্তিৰ হাঁহি! এই যে মানুহজন, প্ৰদীপ্ত চলিহা যাৰ নাম,

তেওঁ আজি বন্দিতাৰ স্বামী ! ভাবি ভাবি বন্দিতাৰ বাৰে বাৰে এটা কথাই মনত পৰিছিল সেই যে বান্ধৱী অলকাই গোৱা গানৰ কথাশাৰী, "অন্তৰ ভৰা শুভাশীষেৰে দিলা পূৰ্ণ দান" সঁচাকৈয়ে ভাগ্যই যাক লাই দিয়ে, সিয়েই এনে উপহাৰ পায়। বন্দিতাৰো ভাগ্য ভালেই পেলেহে...... । "সন্মুখত সেইটো কাৰ ঘৰ ?" বন্দিতাৰ প্ৰশ্ন শুনি সন্মুখৰ ঘৰটোৰ ফালে চাই প্ৰদীপ্তই, লগে লগে উত্তৰো দিয়ে, "সেইটো ইঞ্জিনীয়াৰ দিলীপ বৰুৱাহঁতৰ ঘৰ !"

বন্দিতা : সেই যে বাৰান্দাৰ একেবাৰে চুকত যি ভদ্ৰলোক জনে মনে মনে বহি আছে তেৱেঁই বাক...... ।"

প্ৰদীপ্ত : 'ওঁ, তেৱেঁই ইঞ্জিনীয়াৰ বৰুৱা !"

বন্দিতা : "কিন্তু !"

প্ৰদীপ্ত : কিন্তু কি ?"

বন্দিতা : তেখেতে বাক ৰাস্তাৰ ফাললৈ তেনেকৈ চাই আছে কিয় ? কি চাইছেনো তেখেতে ?" শুনি হাঁহি পেলায় প্ৰদীপ্তই, লগে লগে উত্তৰো দিয়ে, "ৰবা, এতিয়াও তেখেতে দেখাই নাই ! কিন্তু এয়া প্ৰায় দেখো দেখো। সময় প্ৰায় হলেই ! সেইয়া— সেইয়া আহিলেই" সঁচাকৈয়ে আহিছে এখন টেক্সি ! ৰাস্তাৰ ধূলিবোৰ উৰুৱাই, বৰ জোৰেৰে চলি অহা গাড়ীখনে ঠিক ইঞ্জিনীয়াৰ বৰুৱাহঁতৰ ঘৰৰ আগতে, গেটৰ কাষতে হৰ্ণ বজাই বৈ যায়। টেক্সি খনৰ ভিতৰত বহি থকা ভদ্ৰলোকজনে বাৰে বাৰে হাতৰ ঘড়ীলৈ চাই থাকে।

হঠাতেই ইঞ্জিনীয়াৰ বৰুৱাৰ সেই ঘৰৰ দুৱাৰৰ বহুৰঙী পৰ্দা আঁতৰাই, বাহিৰলৈ ওলাই আহিল এগৰাকী ভদ্ৰমহিলা ! লগে লগে প্ৰদীপ্তই কৈ উঠে, "সেয়াই ইঞ্জিনীয়াৰ বৰুৱাৰ পৰিবাৰ, মধুস্মিতা বৰুৱা" !

বন্দিতাই উত্তৰ দিয়ে, "ঠিক আমাৰ নগাৰ'ৰ অজন্তা বাইদেউৰ নিচিনাই—ঠিক তেনেকুৱাই দীঘল দীঘল, কলা কলা চকু—কিন্তু...... !"

বন্দিতাৰ হাঁহিটোৰে হঠাতে ছটফটাই থাকোতেই বাক করুণ হৈ পৰে কিয় ? কিয় বাক সেইয়া প্ৰায় অসুস্থা বাইদেউ, অসুস্থা বাইদেউ লগা মানুহগৰাকীৰ মুখখন ইমান বাক গম্ভীৰ কিয় ? আক সেই ধুনীয়া চকুযুৰি বাক মাজে মাজে দপ দপকৈ চাকি জ্বলাদি জ্বলি উঠিছে কিয় ?

অলপ মলিয়ণ, হালধীয়া ৰঙৰ এযোৰ মেখেলাচাদৰ পিন্ধিছে মধুমিতা বৰুৱাই। আগকালৰ আচলটোৰ কাষৰ এডোখৰ ফটা, তেনেই ফটা ! কি আচৰিত, মধুমিতা বাইদেৱে চোন দীঘল চুলিকোচাৰে খোপা এটাও বান্ধি লোৱা নাই ! গোটেই কলা মেলা চুলিয়ে পিঠি-খন তেনেই ঢাকি ধৰিছে—যেন হঠাতে বৰ্‌গা ধুমুহাৰ সোসোৱণি শুনিহে হঠাতে যেন ভিতৰৰ পৰা ওলাই আহিছে মধুমিতা বাইদেউ !— নামকৰা ইঞ্জিনীয়াৰ দিলীপ বৰুৱাৰ স্ত্ৰী. ভিভিও যিদৰে সুদা, হাতো উকা, একোৱেই মনিবেক পিন্ধা নাই—নিৰাভাৰণ—হাতত আনকি অকমানি বেগ এটাও নাই ! যেন ইচ্ছা কৰিয়েই অদ্ভুত এক শূন্যতাৰ প্ৰতিমূৰ্ত্তি হৈ চিৰদিনৰ বাবে কৰবালৈ গুচি যাবলৈ ওলাইছে মধুমিতা বাইদেৱে !! ঠিকেই অনুমান বন্দিতাৰ—বৰুৱাৰ ঘৰৰ গেট পাৰ হৈ ৰাস্তাত উঠিয়ে, গাড়ীখনলৈ চালে মধুমিতা বাইদেৱে—গাড়ীৰ ভিতৰত বহি থকা মানুহজনলৈ চকু পৰাৰ লগে লগে মধুমিতা বাইদেউৰ, জুইৰ ফিৰিঙতি ওলোৱা যেন চকু দুটাই,. একেবাৰে যেন জুৰিৰ স্নিগ্ধতা লৈ হাঁহিহে উঠিল ! তাৰ পাছত আক একমিনিটৰ বাবেও তাত নৰ'ল মধুমিতা বৰুৱা ! গাড়ীত উঠি বহিল, লগে লগে গাড়ীও চলিল। প্ৰদীপ্তই জোৰেৰে হাঁহি উঠিল, সুধিলে, "কিবা বুজিলা বন্দিতা ?" বন্দিতা—"ওহো" !

প্ৰদীপ্ত—"কিন্তু অলপ ছাগে আচৰিত হৈছা নহয় !"

বন্দিতা—"ওঁ হৈছো, ওলাই যোৱাৰ আগতেচোন মধুমিতা বাইদেৱে, বৰুৱা ছিনয়েউৰ লগত এষাৰ কথাও নাপাতিলে। এবাৰ চোন তেখে-তৰ ফালে ঘূৰিও নাচালে ! এইবোৰ কি অদ্ভুত কাণ্ড !"

প্ৰদীপ্ত—"অদ্ভুত নহয়, যি হ'বলগীয়া আছিল, যি হোৱাটো উচিত, সেয়ে হ'ল।"

শুনি ভয় খাই উচপ্ খাই উঠে বন্দিতা, "কি হ'লনো?"

প্ৰদীপ্ত—"সেই মধুমিতা আৰু কোনোদিন এইখন ঘৰলৈ উলটি নাহে!"

বন্দিতা—"তাৰ মানে?"

প্ৰদীপ্ত—"তাৰ মানে—সেই মধুমিতাই আৰু কোনোদিন ইঞ্জিনীয়াৰ বৰুৱাৰ ঘৰলৈ. কাষলৈ ঘূৰি নাহে!"

বন্দিতা—"কিন্তু বৰুৱা চোন মধুমিতা বাইদেউৰ স্বামী! বাইদেউ নো উলটি নাহিব কিয়?"

প্ৰদীপ্ত— "এনে স্বামীৰ কাষলৈ কোনো স্ত্ৰী আৰু ঘূৰি নহাই ভাল।"

বন্দিতা: বৰুৱা দাদা ছাগে তেনেহ'লে বৰ বেয়া মানুহ।"

প্ৰদীপ্ত: নিশ্চয়, মানুহ জনৰ এটা বেয়া বেমাৰ আছে। বহুদিনীয়া বেমাৰ।"

বন্দিতা: "কুষ্ঠ বেমাৰ!"

প্ৰদীপ্ত: প্ৰায় তেনেধৰণেৰেই। সেয়ে মধুমিতাই যি কৰাটো উচিত আছিল তাকেই কৰিলে।"

চিঞৰি উঠিল বন্দিতাই. "ছিঃ ছিঃ, মধুমিতা বাইদেউৰ হলে তেনে কৰাটো অকণো উচিত নহ'ল দেই। স্বামীৰ এটা বেমাৰ আছে বুলিয়ে স্ত্ৰীয়ে তেওঁক চিৰদিনৰ বাবে এৰি থৈ যাব—ইচ্ ৰাম, এই মধুমিতা বাইদেউৰ অন্তৰখন আৰু মাইকী মানুহৰ অন্তৰ নহয় দেই।"

শুনি প্ৰদীপ্তৰ চকুৱে মুখে এটা আনন্দৰ উচ্ছ্বাসৰ হাঁহি ফুটি উঠে "—সকলো আৰু তোমাৰ দৰে অন্তৰৰ মানুহ নহয় নহয় বন্দিতা!"

প্ৰদীপ্তৰ মুখৰ ফালে চাই বন্দিতাৰ চকুৰ চাৱনিও যেন আৰু নিবিড় হৈ উঠে। প্ৰদীপ্তৰ আৰু কাষ চাপি যায় বন্দিতা!

"সেই কাৰণেইতো তোমাৰ দৰে ছোৱালী বিয়া কৰাইছো, বন্ধু!" —প্ৰদীপ্তই গাঢ় সুৰত কৈ উঠে।

গলিছামাৰীৰ এজন সামান্য কৰ্মচাৰীৰ জীয়াৰী বন্দিতা! তেওঁৰ জাপ্ল-খনৰ প্ৰশস্তি আৰু স্তাৱকতাৰ ভাষা শুনুৱাই যেন ডিবুৰুৰ আকাশ-খনেও হাঁহি উঠে। প্ৰদীপ্তৰ হাতত ধৰে বন্দিতাই। আৰু ভাবি থাকোতেই আচৰিত হৈ যায় বন্দিতা - সঁচাকৈয়ে এতিয়াচোন এইখন হাত হঠাতে ধৰিবলৈয়ো অকণো সঙ্কোচ নালাগে বন্দিতাৰ! কিমান যে নিৰ্ভয়তা—কিমান যে ভালো লাগে। অথচ বিয়া হোৱাৰ আগতে কত কি যে অলীক কথাবোৰ ভাবি ভাবি ভয় খাই গৈছিল বন্দিতাই! প্ৰদীপ্তই কয়, "মই মই কিন্তু বৰুৱাৰ দৰে বুৰ্ব্বক মানুহ নহয় দেই বন্ধু! মই জানো কেনেধৰণৰ ছোৱালীয়ে, এখন ঘৰ পাতি, এখন ঘৰত থাকি কিমান ভাল পায়! বেছি বুদ্ধিমতী ছোৱালীৰ সৈতে কথা পাতিব পাৰি কিন্তু ঘৰ চলাব নোৱাৰি। বৰুৱাই সেই এম. এ. পাছ সাং-ঘাতিক ইনটেলিজেন্ট ছোৱালী মধুমিতাক বিয়া ক'ৰয়ে ভুল কৰিলে !! নহলেনো···· আনমনা হৈ কি ভাবিছা বন্দিতা?" হঠাতে আনমনা হৈ পৰা হৈ পৰা বন্দিতালৈ চাই কৈ উঠে প্ৰদীপ্তই! ।বন্দিতা— "ভাবিছো, মধুমিতা বাইদেৱে বাৰু কিমান দিন বাৰু ইয়ালৈ নহাকৈ থাকিব পাৰিব?" হাঁহি পেলাইছিল প্ৰদীপ্তই— "চিৰদিন। সেইয়া যে গাড়ীৰ ভিতৰত বহি থকা মানুহজন, ৰাজীৱ চলিহা যাৰ নাম, মানুহজনে ৰেলৰ মাত্ৰ গাৰ্ডৰ কামহে কৰে সেই মানুহজনেই যে মধুমিতাৰ······।

বন্দিতা : "ইঃ নাপায়, ছিঃ ছিঃ !"

প্ৰদীপ্ত : "ছিঃ ছিঃ কৰাৰ কোনো অৰ্থই নাই বন্ধু! সেই গাৰ্ড জন মধুমিতাৰ জীৱনৰ একালৰ বেছ ভালকৈয়ে চিনাকি মানুহ! কিন্তু কি যে অদ্ভুত কথা!"

বন্দিতা : "কি ?"

প্ৰদীপ্ত : "বৰুৱাৰ লগত বিয়া হোৱাৰ ছবছৰৰ পাছত বাৰু মধুমিতাই আজি ঠিক সেই পুৰণা প্ৰাণৰ বন্ধু ৰাজীৱ চলিহাক মাতি আনি·······।"

"ওহো— মনে মনে থাকা" – বন্দিতাই খং কৰি উঠে!

প্ৰদীপ্ত ঃ "ওহো, বিশ্বাস কৰা বন্ধু, মধুমিতাই নিজেই চিঠি দি ৰাজীৱক মাতি অনাইছে। মানুহটোৰ প্ৰাণটোৱেও যেন আজি ছবছব, অনাহাৰী বাঘৰ দৰেই চুপ মাৰি, কৰবাত লুকাই লুকাই খাপ পাতি বৈ আছিল। মধুমিতাৰ আমন্ত্ৰণ পাই যেন একেজাপে বাহিৰ ওলাই হে আহিল" —

বন্দিতা— "কিন্তু !"

প্ৰদীপ্ত— "নাই, কিন্তু চিন্তু একো নহয়! মই সকলো খবৰ শুনিছো। আৰু এটা বছৰৰ পাছত কি হব তাকো সকলো জানো!"

বন্দিতা আচৰিত হৈ চমকি উঠিল, "হোঃ আৰু এবছৰৰ পাছত কি ঘটনা হব ?"

প্ৰদীপ্ত— "ৰাজীৱ চলিহাৰ লগত মধুমিতাৰ বিয়া হব।" "এনে বিয়া কেতিয়াও বিয়াই নহয়" কথাখিনি কওঁতে যাওতে বন্দিতাৰ চকু দুটা জিলিকি উঠে। "এনে এটা বেয়া, কুৎচিৎ, ঘিণ লগা কথা নুশুনা হলেই ভাল আছিল। মধুমিতা বাইদেৱে পিন্ধা কাপোৰ সাজ যেন এটা বেয়া মনৰ হে পৰিচায়ক। চকুৰে নেদেখা হলেই ভাল আছিল!"

প্ৰদীপ্ত— "বাৰু, এতিয়া মই অকণ ফুৰি আহোগৈ দেই"।

বন্দিতা "এতিয়াই যাবা !"

প্ৰদীপ্ত— "ও"

বন্দিতা "মই নাযাম নেকি ?"

প্ৰদীপ্তই আচৰিত হৈ কৈ উঠে, "তুমি, তুমি কলৈ যাবা ?"

বন্দিতা— "তোমাৰ লগত !"

প্ৰদীপ্ত— "মইতো এতিয়া ডিকম ক্লাবলৈহে যাম। ঘূৰি আহোঁতে অলপ ছাগে বেছি ৰাতিয়ে হব।"

বন্দিতা— "তোমাৰ কিবা কাম আছে !"

প্ৰদীপ্তই হাঁহে— "উঁ, কামেই মোৰ আৰু টেবুল টেনিচ খেলাটোও এটা কাম।"

বন্দিতাই হাঁহিবলৈ চেষ্টা কৰি কয়। "কিন্তু মই বাৰু ইমান

ৰেলি অকলে অকলে কি কৰিম ?”

প্ৰদীপ্ত—“গানকে গাবা !”

বন্দিতা—“মইতো গান গাব নাজানো !”

প্ৰদীপ্ত –“তেন্তে কিতাপকে পঢ়িবা !”

“কিতাপ পঢ়িও মই ভাল নাপাওঁ ! তদুপৰি তোমাৰ এইবোৰ ইংৰাজী কিতাপ মেগাজিন পঢ়ি মই একো বুজিবই নোৱাৰো !”

বন্দিতাৰ মুখটো দুহাতেৰে ধৰি দাঙি প্ৰদীপ্তই কৈ উঠে, “তেনেহলে আৰু ধুনীয়াকৈ সাজি কাচি, সেউজীয়া লনৰ ওপৰত, চকি পাৰি বহি থাকা ! লনৰ সেউজীয়া ঘাঁহৰ দুপৰিত, তোমাক সঁচাকৈয়ে এপাহ ৰঙীন জীৱন্ত গোলাপ যেন লাগিব ! ঠিক তেনেকুৱাকৈ, সৌৱা চোৱাচোন !” কোঠালীৰ বেৰত আৰি থোৱা ছবিখনলৈ আঙুলীয়াই দেখুৱায় প্ৰদীপ্তই ! এপাহ গোলাপৰ ছবি ! গোলাপ পাহীৰ ৰূপ যেন এগৰাকী তৰুণীৰ মুখৰ শোভাৰ ছবি হৈ ফুটি উঠি উঠিছে, কোনোবা অনামী শিল্পীৰ তুলিকাত !!

চাবুৱাৰ মিলন নগৰৰ ‘চলিহা হাউচৰ’ জীৱনৰ এই প্ৰথম দিনৰ যি বিস্ময় খলিহামাৰীৰ ছোৱালী বন্দিতাৰ দুচকুত প্ৰথমেই ফুটি উঠিছিল, সেই বিস্ময় কিন্তু আজিও অকমানো এতিলো নিষ্প্ৰভ হৈ যোৱা নাই – যদিও ইতিমধ্যে কালৰ বুকুত দীঘল এটা বছৰ বাগৰি গল। ইয়াৰ ভিতৰতে মাকুমৰ চলিহা হাউচলৈ তিনিবাৰ আহিছিল যি জীৱন খুৰা আৰু সেই খুৰাই নিজৰ চকুৰেই দেখি গৈছে ৰঞ্জিত দত্তৰ ছোৱালীয়ে সঁচাকৈয়ে এখন ঐশ্বৰ্য্যশালী ঘৰৰ, সেউজীয়া ঘাঁহৰ লনৰ ওপৰত, এখন আলসুৱা ৰঙাৰঙৰ বেতৰ চকীত বহি থাকে মুখখন বেছ শান্ত, হাঁহো হাঁহো হৈ থকা সেইখন মুখ !

বন্দিতাৰ মুখৰ এই শান্ত, সুখী হাঁহি দেখি আটাইতকৈ আনন্দিত হৈ উঠিছে, বন্দিতাৰেই স্বামী প্ৰদীপ্ত চলিহাই ! বন্দিতাৰ মনত যেন আৰু কোনো প্ৰশ্নই নাই ! প্ৰদীপ্তৰ দৰে স্বামীক আৰু প্ৰশ্ন সুধি

কিবা জনাবে বা কি প্ৰয়োজন আছে বন্দিতাৰ !! যিমান সময় ঘৰত থাকে প্ৰদীপ্ত, সিমান সময় বন্দিতা যেন এটি তৃপ্ত জীৱনবহে শোভা ! প্ৰদীপ্তই নামাতিলেও কাষতে থিয় হয়হি বন্দিতাই ! প্ৰদীপ্তই যেতিয়া বন্দিতাৰ এখন হাতত ধৰে বন্দিতাই তেতিয়া আনখন হাতো আগবঢ়াই দিয়ে। তেতিয়া বন্দিতাৰ চুচকুৰ দৃষ্টিত কোনো অভিমানৰ ছবিও প্ৰখৰ হৈ উঠে, যদিও বাতি বহুত দেৰীকৈ ঘৰলৈ উভতি আহে প্ৰদীপ্ত ! আবেলি হোৱাৰ লগে লগে যেতিয়া বৰ ব্যস্ত হৈ প্ৰদীপ্তই, ফুৰিবলৈ যোৱাৰ পোছাক পিন্ধে, তেতিয়াও বন্দিতাই কিন্তু প্ৰদীপ্তক কেতিয়াও নোসোধে, কলৈ যোৱা বা যাবা বুলি !

হয়তো কোনোবাদিনা, যিদিনা বৰ বেছি ব্যস্ত হৈ প্ৰায় দৌৰি দৌৰিয়েই গাড়ীৰ গেৰেজৰ ফালৈলৈ যায় প্ৰদীপ্তই, সেইদিনা চেণ্টৰ বটল হাতত লৈ, ঘৰৰ ভিতৰৰ পৰা বন্দিতাও বৰ ব্যস্ত হৈ বাহিৰলৈ ওলাই আহে, মাতে "তোমাৰ কমালখন দিয়াচোন এবাৰ !" – শুনি থমকি বৈ উভতি আহি বন্দিতাৰ হাতৰ কাষতে, জেপৰ পৰা কমালখন উলিয়াই আগবঢ়াই দিয়ে প্ৰদীপ্তই— কিন্তু হঠাতে হাঁহি দিয়ে প্ৰদীপ্তই আৰু কৈয়ো উঠে— "তুমি কিন্তু এনেকুৱা দুষ্টামী আৰু নকৰিবা দেই বন্দিতা।" – বন্দিতা "কি কৰিলো ?" প্ৰদীপ্তই কয়, "মই বৰ অকৰা মানুহ নহয় দেই বন্দিতা ! সকলো বুজি পাওঁ।" আচৰিত হৈ সোধে বন্দিতাই – "কি বুজিলা ?" প্ৰদীপ্ত "তুমি মোৰ দেৰী কৰি দিব খোজা !" — তাৰপাছত আৰু বন্দিতাই একোকে নকয় বুজি পায় প্ৰদীপ্তই ঠিকেই কৈছে। বন্দিতাই যে সঁচাকৈ বিচাৰে আৰু অলপ সময় ঘৰত থাকক প্ৰদীপ্ত এইয়া মাত্ৰ আবেলি হৈছেহে। উভতি আহিবলৈ সেই কোনে জানে কেতিয়া হয়তো মাজৰাতিও পাৰ হৈ যোৱাৰ পাছত !!

কেতিয়াবা কেতিয়াবা বাহিৰলৈ ফুৰিবলৈ ওলাই যোৱাৰ আগতে বন্দিতাক এটা অনুৰোধ কৰি যায় প্ৰদীপ্তই— "তুমি অলপ-অচৰপ

ফুৰি আহিবাগৈচোন বন্দিতা! ভ্ৰাইভাৰ ৰতনক কৰা সি যেন নতুন গাড়ীখনত তোমাক অলৈ তলৈ নি অলপ ফুৰাই আনে।” হয়— মাজে মাজে কেতিয়াবা ড্ৰাইভাৰ ৰতনক কয় বন্দিতাই, “বলাচোন ড্ৰাইভাৰ, ফুৰি আহোগৈ অলপ।” “কোনকালে যাব” ৰতনে সোধে? বন্দিতাই কয়— “ভাল চাহপাত বাক ক'ত পায়?” ৰতনে কয়— “বঙালী টুবতে পাব।” কেৱল মাত্ৰ বজাৰৰ বঙালী টুবতেই নহয়, কোনো কোনোদিনা বহুত দূৰলৈ প্ৰায় চাউলখোৱাবো কাষ পায়গৈ বন্দিতা— কাষৰ পাহাৰৰ ওপৰত আবেলিৰ ৰঙচুৱা ৰদৰ পোহৰবোৰ কলাকলা হৈ উঠাৰ আগতেই, “চলিহা হাউচলৈ” ঘূৰি আহে বন্দিতাই! নহলে যে বুৰ দেৰী হৈ যাব!

এই মাকুমৰ মিলন নগৰৰ ওচৰ পাজৰৰ কোনো এঘৰ মানুহৰ পৰাও নাইবা কোনো দূৰৰ ঘৰৰ পৰাও, কোনেও এদিনো এইঘৰত প্ৰদীপ্ত চলিহাৰ পৰিবাৰ বন্দিতাক চকুৰে চাই যাবলৈয়ো নাহিল! এইটো সঁচাকৈয়ে এটা বৰ আচৰিত কথা! ইয়াত বাক বন্দিতাৰ মাক সবিতাৰ বয়সীয়া কোনো বৰ্ষীয়সী মহিলাও নাই নেকি? খলিহা-মাৰীৰ মিনতি বৰবৌ, আইকণ বৰবৌহঁতৰ সমান কোনো প্ৰৌঢ়া মহিলাও নাই নেকি? 'বন্দিতাৰ সমান বাইশ তেইশ বছৰীয়া কোনো ছোৱালীও বাক নাই নেকি?—নিশ্চয় আছে, তথাপিও চোন কোনো নাহে! আক আচৰিত কথা তাৰ বাবে কিন্তু বন্দিতাও আক আচৰিত নহয়! কোনোবাদিনা সামান্য এটা সন্দেহ মনত লৈ প্ৰদীপ্তক নোসোধেও বন্দিতাই। গোলাপ বৰাৰ ছোৱালীহঁতে, বাস্তাইদি যাওঁতে, এই ঘৰৰ খিৰিকিৰ কালে মাজে মাজে চায়ো এবাৰো সোমাই নাহে কিয় বাক?

প্ৰদীপ্তই কিন্তু বন্দিতাৰ এই শান্ত প্ৰশ্নহীন মনটোক বুজিব পাৰি বৰ সুখী হৈ উঠিছে। সেয়েহে প্ৰদীপ্তই হাঁহি হাঁহি কয়— “মই যি আশা কৰিছিলো বন্দিতা, তোমাৰ পৰা সেই সকলোখিনিকেই মই পাইছো!”

শুনি বন্দিতাৰ দুচকুৰ শান্ত হাঁহিৰ আভা যেন আৰু উজ্জ্বল হৈ উঠে ! প্ৰদীপ্তই কয়, "আজিৰ বাদে কাইলৈ, কাইলৈৰ বাদে পৰহিলৈ আৰু তাৰ পাছৰ দিনটো কিন্তু তুমি অলপ বেছি অকলশৰীয়া হৈ থাকিব লাগিব বন্দিতা ! কাপুৰ চাহাবৰ ফেমিলিৰে সৈতে এদিনৰ বাবে অলপ ফুৰিবলৈ যাম। ৰাতিটোও বাহিৰতে থাকিব লাগিব। কম দূৰ জানো পৰশুৰাম কুণ্ড। বৰ ধুনীয়া কুণ্ড, কাষতেই এটা জনমানৱহীন ডাক বঙলাও আছে।"

ঠিকেই, কথামতে কাম, ঠিক পৰহিৰ পাছদিনা, ৰাতিপুৱাৰ ৰ'দজাকে যেতিয়া, পাম গছৰ নিযৰত তিতা পাতবোৰৰ ওপৰত পৰি জিকমিকৰৈ জিলিকি উঠে, তেতিয়াই তৎক্ষনাত পুৱাৰ কাম কাজ শেষ কৰি, লৰালৰিকৈ সাজপোছাক সলাই ওলাই যায় প্ৰদীপ্ত আৰু দেখিও বেছ অলপমান আচৰিতো হয় প্ৰদীপ্ত আৰু আনন্দিতও হয়—এই ৰাতিপুৱাতেই কি সুন্দৰকৈ সাজপোছাক ক'ৰি আৰু চকুৰে মুখে অদ্ভুত এটা জিলমিল আনন্দৰ ছবি ফুটাই, বাহিৰৰ দীঘল বাৰাণ্ডাখনত থিয় হৈ আছে বন্দিতা ! সদায় যেনেকৈ আজিও তেনেকৈ, প্ৰদীপ্ত বাহিৰলৈ ওলাই যোৱাৰ সময়খিনি যেন বন্দিতাৰ প্ৰাত্যাহিক জীৱনৰ একোটা উৎসৱৰ হে লগ্ন ! ঠিক এই সময়তেই, বৰ সুন্দৰকৈ সাজে বন্দিতাই। খালিহামাৰীৰ সামান্য কৰ্মচাৰী ৰঞ্জিত দত্তৰ ছোৱালী হলেও কিন্তু সাজোনকাচোনৰ বেলিকা এই ছোৱালীজনীয়েই যেন অলপমলোৱা অপৰূপ ৰূপ ফুটাই তোলা এগৰাকী দক্ষ শিল্পীহে। নহয়—কোনো প্ৰশ্ন কৰাৰ বাবেও নহয়, বাধা দিবৰ বাবেও নহয়—বন্দিতাই মাত্ৰ থিয় হৈ থাকিবৰ বাবেই যেন এনে এটি চমৎকাৰ অপৰূপ মূৰ্ত্তি হৈ থিয়হৈ থাকে বাৰাণ্ডাত —থিয় হৈয়ে থাকে।

খলিহামাৰীৰ পৰা চিঠি আহে, "তুমি কেতিয়া দুদিনমান থকাকৈ ইয়ালৈ আহিবা বন্ধু ! প্ৰদীপ্তক অলপ বুজাই কৰা অন্ততঃ যেন এমাহৰ বাবে তোমাক ইয়াত থাকিবলৈ পঠায়। তোমাৰ পৰা উত্তৰ পালেই তোমাক আনিবলৈ কাৰোবাক পঠাই দিম।"

উত্তৰ লিখে বন্দিতাই, "যামেইতো কিন্তু তোমালোকে ইমান লবালবিখন নকৰিবাচোন ।"



খলিহামাৰীৰ জীৱন খুৰা আৰু এবাৰ মাকুমলৈ আহিছিল। মাকুমৰ মিলন নগৰৰ এই বিৰাট ঘৰৰ, সেউজীয়া ঘাহঁৰ লনৰ ফালে এবাৰ চায়ো গৈছে তেখেতে ! বন্দিতাক কিন্তু তাত এইবাৰ দেখা নাছিল জীৱন খুৰাই। সেউজীয়া লনখনৰ ওপৰত ৰঙা ৰঙৰ বেতৰ চকীও নাছিল আৰু ৰঞ্জিত দত্তৰ ছোৱালী বন্দিতাও লনৰ ইফালে সিফালে ক'তো নাছিল ! ড্ৰয়িংৰুমৰ খিৰিকিৰ পৰ্দাখন বতাহত উৰি ফাঁক হৈ পৰিছিল। কেৱলমাত্ৰ শূণ্য খিৰিকিখনহে দেখি গৈছে জীৱনখুৰাই, ওচৰত কিন্তু কতো বন্দিতা থিয় হৈ থকা নাছিল !

দেখিবলৈ নোপোৱাৰে কথা ! খুৰাই ছাগে নাজানে যে বন্দিতা আজিকালি বাহিৰত নহয় ভিতৰতহে থাকে। ৰতন ড্ৰাইভাৰে কতদিন নতুন টুৰাৰ গাড়ী উলিয়াই আনি কতদিন কৈছেহি, "ফুৰিবলৈ যাব নেকি মেমচাহাব ?" ওহো কোনোদিন নাযায় বন্দিতা— বাহিৰলৈ ওলাই ফুৰিবলৈ যোৱাটো একেবাৰে এৰিয়ে পেলাইছে বন্দিতাই ! কিন্তু কিন্তু ইমানদিনৰ সেই পুৰণা অভ্যাসটো আৰু এৰি পেলাব পৰা নাই বন্দিতাই। প্ৰদীপ্ত যেতিয়া সাজিকাচি বাহিৰলৈ ওলাই যোৱাৰ আগমুহূৰ্ত্তত তাৰ মানে তাৰো ডাঙৰখিনি সময়ৰ আগতেই, অদ্ভুত ধুনীয়া সাজপাৰেৰে নিজকে সজাই লৈ, বন্দিতা অপৰূপা ৰূপৰ এটি প্ৰতিমূৰ্ত্তি হৈ, বাৰাণ্ডাখনত থিয় হৈ থাকে।

বাহিৰলৈ ওলাই যোৱাৰ আগে আগে, সজ্জিতা বন্দিতাক থিয় হৈ থকা দেখি, প্ৰদীপ্তৰ দুচকুৰ বিস্ময় মাত্ৰ আনন্দ হৈ জিলিকি উঠে চমকিও নুঠে। আজি কিন্তু বন্দিতাৰ সাজপোচাক দেখি চমকি উঠে প্ৰদীপ্ত-- এয়া কি সাজ পিন্ধিছে আজি বন্দিতাই ! এয়া যে একেবাৰে —

কথা কৰলৈ গৈ প্ৰদীপ্তৰ ভিভিৰ কথাৰেই যেন চমকি উঠি হাঁহি হৈ ওলাই আহে "এয়া কি বন্ধু ! তুমি চোন হঠাতে একেবাৰে মৌচুমী ভূঞাৰ দৰে, ডবল বেনী বান্ধি, চেলাউৰি আৰু চকুৰ পতাত গাঢ় পেইণ্ট কৰি ... ... ... ... কি আচৰিত, তুমি বাৰু বন্দিতা, সেই মোহময়ী মৌচুমীক কেতিয়াবা দেখিছা নেকি ? "বন্দিতাই হাঁহে আৰু হাঁহি হাঁহিয়ে উত্তৰ দিয়ে, "দেখিছো, বদালী ষ্টৰত চাহপাত কিনিবলৈ গৈ দেখিছিলো। ৰতনে কৈছিল মিচ ভূঞাই হল লিভুৰ অন্যতম কয়লা খনিৰ মালিক দিবাকৰ ভূঞা চাহাবৰ ছোৱালী বুলি !!

চমকি উঠিবৰে কথা— বন্দিতাই যেন বৰ্ণে বৰ্ণে আৰু ছন্দে ছন্দে মৌচুমী ভূঞাৰ সাজ-পোচাক আৰু প্ৰসাধনৰ নকল কৰিছে। খুব পাতল, ফিৰফিৰীয়া নীলাৰঙৰ চিফ শাৰী পিন্ধে মৌচুমীয়ে। বন্দিতায়ো আজি তাকে পিন্ধিছে আৰু ঠিক মৌচুমীৰ দৰেই শাৰীৰ আচলটো টানি কৰ্কাঁলৰ ওপৰত এপাক মেৰিয়ায়ো লৈছে।

কিন্তু বন্দিতাৰ মুখৰ ফালে আৰু নাচায় প্ৰদীপ্তই— হাতঘড়ীৰ ফাললৈ চাই লগে লগে ব্যস্তভাৱে গুচিও যায়।

আৰু বন্দিতাৰ এই সাজ-পোচাক বাৰু প্ৰদীপ্তৰ মুকলিমুৰীয়াকৈ বাহিৰলৈ ওলাই যোৱাৰ পথ বন্ধ কৰি, ঘৰতে বন্দী কৰি ৰখাৰ এটা করুণ আবেদন নেকি ? ওহো, সেইটো বুলি নাভাবে প্ৰদীপ্ত চলিহাই ! ভৱাৰ কোনো কাৰণো নাই, কাৰণ প্ৰদীপ্তই চোন দেখেই কিমান নিবিড় শান্তি আৰু সীমাহীন আনন্দই বন্দিতাৰ দুচকুত লুকাভাকু খেলি থাকে। প্ৰদীপ্ত যেতিয়া সাজি-কাচি বাহিৰলৈ যাবলৈ ওলাই আহে !! প্ৰদীপ্তই কৈ উঠে তোমাৰ চকুত বাৰু কেৱলমাত্ৰ মৌচুমী ভূঞাঁহে ধৰা পৰিল নেকি ? পৃথিবীত ইমানবোৰ ছোৱালী থাকোতেও, তুমি বাৰু বাচি বাচি কেৱল মাত্ৰ মৌচুমীৰ সাজ হে যে নকল কৰিলা ?"

বন্দিতা : "মৌচুমী ভূঞাঁ যে সচাকৈয়ে বৰ অদ্ভুত !"

প্ৰদীপ্ত : "তাৰ মানে ?

'বন্দিতা : "মানে অদ্ভুত ষ্টাইল !"

প্ৰদীপ্তই এই বাৰ জোৰেৰে হাঁহি দিয়ে আৰু কয়, "অ' তাকে কোৱা ! তোমাৰো ছাগে তেনেকুৱা অদ্ভুত ষ্টাইল কৰাৰ চখ এটাও হৈছে নহয়নে বন্দিতা ?"

আকৌ এদিন, সেইদিনা ৰাতিপুৱাতেই যেতিয়া বাহিৰলৈ ওলাই যাবলৈ, সাজ-পোছাক পিন্ধি নামি আহে প্ৰদীপ্ত, তেতিয়াই প্ৰদীপ্তই দেখিবলৈ পায়, বাৰাণ্ডাৰ চিৰিৰ কাষতে থিয় হৈ আছে বন্দিতা ! – লগে লগে চুচকুৰ দৃষ্টি গভীৰ কৰি, অলপ বেছি আচৰিত হৈ বন্দিতাৰ ফালে চাই থাকে প্ৰদীপ্তই — "ই কি ? তুমি জানো কোনোবা-দিনা সেই গৰাকী মহিলাকো দেখিছা নেকি বন্দিতা ? আমাৰ কটকী-চাহাবৰ খুলশালী মোহনা দেৱীক ?" বন্দিতাই হাঁহে আৰু কয়, "ওঁ, নাগিনীজানৰ কাষৰ পৰা ফুৰি আহোতে দেখিছিলো। টেনিচ ৰেকেট হাতত লৈ থকা এগৰাকী জিলিকি থকা মহিলাক দেখুৱাই ৰত্নে কৈছিল, "তেখেতেই হল কটকী চাহাবৰ আগৰ গৰাকী পৰিবাৰৰ ভনীয়েক !" "অ' তাকেই কোৱা !" —প্ৰদীপ্তৰ মনৰ বিস্ময়টোয়ে যেন স্বস্তিৰ এটা এটা উশাহ লৈ কথা পাতি উঠে। সঁচাকৈয়ে কিন্তু আচৰিত নহয়ো নোৱাৰে প্ৰদীপ্তই ! ঠিক মোহনা দেৱীৰ দৰেই, গোলাপী ৰঙৰ চোলি পিন্ধিছে আজি বন্দিতাই— মূৰৰ ওপৰত চূড়াৰ দৰে সৰু খোপা বান্ধি যেহু টিক টিক্কৈ ৰঙাকৈ লিপষ্টিকো দুই ওঠত বোলাই লবলৈ পাহৰা নাই বন্দিতাই ! প্ৰদীপ্তই হাঁহে আৰু কৈয়ো উঠে, 'তুমি কিন্তু সঁচা-কৈয়ে আৰ্টিষ্ট দেই বন্দিতা ! নহলে ইমান সুন্দৰ নকল— সঁচাকৈয়ে তোমাক এতিয়া দেখিলে সাইলাখ মোহনা দেৱী যেন নালাগি নোৱাৰে !!" শুনি, বন্দিতাৰ চকুৰ পটা অকণিও নকপে ! দুই ওঠৰ মাজৰ ৰঙীন হাঁহিও সকলো বিচলিত নহয় ! মনে মনে থিয় হৈ, কেৱল মাত্ৰ বন্দিতাই চায়ে ৰয়। গাড়ীৰ চাবি হাতত লৈ, নচুৱাই নচুৱাই গেৰেজৰ ফালে আগবাঢ়ি যায় প্ৰদীপ্ত।

এইবাৰ বন্দিতাও আঁতৰি যায়। বাৰাণ্ডাৰ পৰা আঁতৰি গৈ ঘৰৰ ভিতৰ, তাৰ পৰা চিৰিৰে ওপৰ মহলালৈ উঠি, এখন খিৰিকিৰ কাষত ৰয়গৈ বন্দিতা—সেইখন খিৰিকী, যিখন খিৰিকিৰ কাষত থিয় হলে, মাকুমৰ নীলা আকাশখন বৰ ধুনীয়াকৈ চাব পাৰি !

ওহো, নাই, আজি আৰু ইচ্ছা কৰিলেও, সেই দূৰৰ পাহাৰ-তলীৰ কাষলৈ গৈ, পথাৰত থিয় হৈ, মুকলি আকাশৰ তলত, মুকলি বতাহ হিয়া ভৰাই লবৰ ইচ্ছা আৰু নহয়েই আজিকালি বন্দিতাৰ ? তাতে ৰতন ড্ৰাইভাৰো নাই, গুৱাহাটীলৈ গৈছে ৰতন, লগত ঘৈণী-য়েককো লৈ গৈছে. ৰতনৰ খুৰাক ঢুকুৱাৰ খবৰ আহিছে। কিন্তু কতা ? ইমান পৰেও চোন প্ৰদীপ্তৰ গাড়ীৰ শব্দ শুনা নগল। প্ৰদীপ্তই এতিয়াও গাড়ীৰ গেৰেজৰ পৰা গাড়ী উলিওৱা নাই নেকি ? গাড়ীখন গেৰেজৰ পৰা উলিয়াবলৈ জানো এঘণ্টাতকৈয়ো বেছি সময় লাগে ? লগে লগে—আকাশৰ ফালে নহয়— গেৰেজৰ ফাললৈ চাই পঠিয়ায় বন্দিতাই। —গেৰেজৰ দুৱাৰ খোলা। সেয়ে দেখিবলৈ পোৱা যায় গাড়ীখনৰ আগফালৰ আইনাত বাহিৰৰ ঝাওবনৰ সেউজীয়া সৰু সৰু প্ৰতি-চ্ছবিয়ে নাচি থকা। গেৰেজৰ আগত বা কাষত কোনো নাই—প্ৰদীপ্তও নাই।

মাকুমৰ মিলননগৰৰ এইখন ঘৰৰ বৰ মৰমৰ টেৰিয়াৰ—যাৰ নাম জেম—সিও বা প্ৰদীপ্তৰ সৈতে কলৈ গল ? কুকুৰটো চোন সদায় প্ৰদীপ্তৰ গাড়ীৰ সঙ্গী হৈ গাড়ীতেই ওলাই যায়। আজি সি কলৈ গল ? প্ৰদীপ্তৰ কাষ নহলেচোন থাকিবই নোৱাৰে টেৰিয়াৰ জেম।

বাগানৰ একেবাৰে শেষ মূৰত সেই যে দুটা ঘৰ—সেয়া ড্ৰাইভাৰ ৰতনৰ সপৰিয়ালে থকাৰ ঘৰ। ঘৰৰ চালৰ পৰা এসোপা লতা যেন কটা পৰ্দাৰহে ছিগা সূতা হৈ ওলমি আছে বাৰাণ্ডাখন ঢাকি। ৰতন আৰু তেওঁৰ পৰিবাৰ ফুলকুমাৰীতো এতিয়া গুৱাহাটীত। কিন্তু সেই দুটা ঘৰৰ কোনোবা এটা ঘৰত তো এতিয়া চামেলী আছে। ৰতনৰ

ডাঙৰ ককায়েকৰ ছোৱালী চামেলী। মেজৰ গুপ্তৰ ঘৰত চামেলীয়ে আয়াৰ কাম কৰে। আজি তো দেওবাৰ। অ' হয়, সপ্তাহটোৰ ভিতৰত কেৱলমাত্ৰ আজি দেওবাৰৰ দিনটোতে চামেলী কামলৈ যাব নালাগে। সেয়ে প্ৰায় গোটেই দিনটো ঘৰতে সোমাই, গুণ গুণকৈ গান গাই, ঘৰৰ কামবোৰ কৰি ফুৰে। কিন্তু ই কি? কি আচৰিত? হঠাতে বন্দিতাই দেখে, টেৰিয়াৰ জিম দেখোন চুপেচাপে সেই ঘৰটোৰ বাৰাণ্ডাতে বহি আছে।

—মিলন নগৰৰ ঘৰৰ ঝাঁওবনৰ শিৰত আকৌ ৰাতিপুৱাৰ ৰদে হাঁহিৰলৈ ধৰে। দুপৰীয়াৰ গৰম বতাহজাকে, বাগানত ফুলি থকা গোলাপৰ সুৰভি বহুদূৰলৈ কঢ়িয়ায় নিয়ে। আবেলিৰ আকাশত বগা বগা মেঘে নাচি নাচি লুকাভাকু খেলে। সাঁজিয়া হয়—মাজে মাজে দুটা এটা জোনাকী উৰি আহি লনখনৰ ঘাঁহনিৰ ওপৰত পৰি চিক্‌মিক্‌কৈ জ্বলি উঠে।

নেজানে বন্দিতাই, কুকুৰ জিম কেতিয়া চামেলীৰ ঘৰৰ বাৰাণ্ডাৰ পৰা উলটি আহিল আৰু বন্দিতাৰে কোঠাত সোমাই লাভিপুঁতিকৈ এখন তিতা কমাল কামুৰি লৈ ওলাই গৈছে। প্ৰদীপ্তয়ো নাজানে বন্দিতাই কিমান সময় ওপৰমহলাৰ এই কোঠাৰ বিছনাখনত সেইদৰে এটা নিস্পন্দ শৰীৰ হৈ শুই আছে।

কিন্তু গধূলী যেতিয়া গাঢ় হৈ আহে, প্ৰদীপ্তই যেতিয়া বাহিৰলৈ যোৱা পোচাক পিন্ধি, সাজি কাচি আৰু খুব ব্যস্ত হৈ তলৰ মহলালৈ নামি আহে তেতিয়া প্ৰদীপ্তই আকৌ এবাৰ থমকি ৰৈ চমকি উঠে আৰু ৰৈ যায়। বাৰাণ্ডাৰ ওপৰত বন্দিতা থিয় হৈ আছে। বন্দিতাৰ চকুদুটাই যেন জিকিমিকি পোহৰৰ দৰে জিলিকি হাঁহিছে। চিঞৰি উঠে প্ৰদীপ্তই, "এয়া কি? তোমাৰ আকৌ আজি হঠাতে এজনী আয়াৰ নিচিনা সাজ পিন্ধিবৰ কি চখ্ হল বাৰু বন্দিতা? কি ভাবিছা তুমি? সচাঁকৈয়ে কোৱাচোন!"— আয়া চামেলীয়ে যি সাজ পিন্ধে, ঠিক সেই

সাজ পিন্ধিছে বন্দিতাই। খোপাতো চামেলীৰ নিচিনাকৈ বগা ফুলৰ মালা মেৰিয়াই লৈছে। ভিভিত এডাল পাথৰৰ মনিও। পাউদাৰো সৰহকৈ সানি মুখখন একেবাৰে বগাও কৰি পেলাইছে বন্দিতাই। আৰু ঠিক হুবহু চামেলীৰ নিচিনাকৈয়ে, বেচমী জালি জালি থকা এখন ওড়্‌নাও, একাবেকাকৈ গাত মেৰিয়াই লৈছে বন্দিতাই।

প্ৰদীপ্তই দেখি কৈ উঠে— "কবই লাগিব তুমি আজি বন্দিতা। তুমি আজি চামেলীৰ দৰে সাজ আৰু চেহেৰা কিয় ধৰিলা বন্দিতা! এইটোও সচাঁকৈয়ে তোমাৰ এটা চখনে ?"

"ইচ্ছা"— বন্দিতাৰ উত্তৰ।

প্ৰদীপ্ত— "অদ্ভুত ইচ্ছা! বাৰু থক দিয়া। মোৰ আৰু এতিয়া বেছি কথা কোৱাৰ সময় নাই। মোৰ আৰু আজি, অ' কৰলৈ পাহৰি-ছোৱেই মোৰ আজি ঘৰলৈ ঘূৰি অহাটো সম্ভৱ নহব। কটকীচাহাবৰ ফেমিলিৰে সৈতে পিক্‌নিক্‌লৈ যাওঁ। কম দূৰ জানো পৰশুৰাম কুণ্ড ? সৌৱা চোৱা!"

দিচটেম্পাৰ কৰা দেৱালত আঁৰি থোৱা পৰশুৰাম কুণ্ডৰ ছবিখন দেখুৱাই কয় প্ৰদীপ্তই ;— "দেখিছা ? সচাঁকৈয়ে বৰ ধুনীয়া লভ্‌লী স্পট নহয় নে বাৰু।" — লগে লগে হাতঘড়ীৰ কালে এবাৰ চায়ে প্ৰদীপ্ত বৰ ব্যস্তভাৱে ওলাই যায়।

দুদিন পাছত যেতিয়া প্ৰদীপ্ত মাকুমৰ মিলনপুৰৰ ঘৰলৈ ঘূৰি আহিল তেতিয়া মেঘে মেঘে আবেলিৰ আকাশ একেবাৰে ভৰি পৰিছে। আহি দেখিছেহি প্ৰদীপ্তই একেবাৰে শান্ত আৰু নিশ্চিন্ত এটা প্ৰাণৰ ছবি হৈ বিছনাত শুই আছে বন্দিতা! আকৌ গধূলি হোৱাৰ লগে লগে, সাজ পোচাক কৰি, গাড়ীৰ চাবি হাতেৰে নচুৱাই নচুৱাই ওপৰ মহলাৰ পৰা তললৈ নামি আহে প্ৰদীপ্ত। চমকি উঠে প্ৰদীপ্ত আকৌ— "এয়া কি? বন্দিতা ?" প্ৰদীপ্তৰ মুখৰ আৰু চকুৰ চাঁহি আজি যেন সঁচাকৈয়ে ভয়ানক এটা আশ্চৰ্য্য হৈ শিলতহে যেন খুন্দা

খাই পৰেছি। তথাপি হাঁহিবলৈ চেষ্টা কৰি প্ৰদীপ্তই কৈ উঠে— "এয়া কি কথা বন্দিতা ? তুমি দেখোন আজি ঠিক ঠিক মধুস্মিতা বাইদেউৰ দৰে সাজ পোচাক পিন্ধিছা ? সচাঁকৈয়ে আজি ঠিক সেই মধুমিতা বাইদেউ দৰেই, এযোৰ অতি সাধাৰণ, আধালেতেৰা বোল যোৱা পাতল হালধীয়া ৰঙৰ মেখেলা-চাদৰ পিন্ধিছে বন্দিতাই ! — চুলিবোৰ আউলি বাউলি, মুখে পিঠিয়ে পৰি আছে। বন্দিতাৰ চুচকুত আজি ঠিক সেই মধুমিতা বাইদেউৰ দৰেই এটা শান্ত দৃষ্টি ! মুখত কিন্তু অকনমানি হাঁহি এটাৰ ছাটোও নাই আজি বন্দিতাৰ ! প্ৰদীপ্তই দেখি হাঁহি উঠে আৰু লগে লগে কৈযো উঠে— "ও, নকলটো আজি একেবাৰে নিখুত হৈছে বন্দিতা ! কিন্তু তুমি ইমান গম্ভীৰ ভীষণ গম্ভীৰ হোৱাৰ কোনো দৰকাৰেই নাছিল বন্দিতা !"

"কিয় ?"— চাবুৱাৰ মিলন নগৰৰ শান্ত "বকৰা হাউচৰ" জীৱনত এই বাৰেই প্ৰথম বন্দিতাৰ মুখত প্ৰশ্ন ইমান তীব্ৰ হৈ বাজি উঠিল !! প্ৰদীপ্ত— মইতো স'চাকৈয়ে ইঞ্জিনীয়াৰ দিলীপ বকৰাৰ দৰে এটা কুৎসিৎ ব্যাধি থকা মানুহ নহওঁ ! মোৰ ওপৰত খং উঠিবৰ তোমাৰ সাধ্যই নাই বন্দিতা !"

শুনিও কোনো কথা নকয় বন্দিতাই ! নিশ্চুপ হৈ সেউজীয়া লন পাৰ হৈ থকা গেটৰ কাষৰ বহল ৰাস্তাটোলৈ চাই ৰৈ থাকে বন্দিতা ! "কি হল ? কথা নোকোৱা কিয় ?" —আচৰিত হৈ চিঞৰি উঠে প্ৰদীপ্তই ! তথাপি কোনো উত্তৰ নিদিয়ে বন্দিতাই ! প্ৰদীপ্তৰ চকুৰ দৃষ্টিৰ লগে লগে মুখৰ ভাবাটে'ৰেও যেন চট্‌ফটাই উঠে— "তুমি, তুমিও তেন্তে ঠিক সেই মধুমিতা বকৰাৰ দৰেই··· ·!"

প্ৰদীপ্তৰ কথা শেষ নহলেই—ঠিক তেতিয়াই এখন টেক্সি আহি বন্দিতা-হঁতৰ গেটৰ ওচৰত ৰয়হি আৰু লগে লগে হৰ্ণো জোৰেৰে বজাই উঠে। চমকি উঠে প্ৰদীপ্ত "এয়া কি ? ঠিক তেনেকৈয়ে এখন টেক্সিও চোন দোৱাৰ আহিছে ?"

টেক্সিৰ ভিতৰত বহি আছে এজন ভদ্ৰলোক। গেটৰ কাষতেই এটা লাইট পষ্ট। সেয়ে লাইটৰ পোহৰটো আহি ঠিক সেই ভদ্ৰলোক জনৰ মুখৰ ওপৰতে পৰিছেহি।

—আৰু হাঁহি উঠিছে বন্দিতাৰ চকু দুটায়ো। সেই লাইটৰ লুকাভাকু খেলা পোহৰ যেন বন্দিতাৰ চকুত্তো পৰিছে – বন্দিতাই হাঁহিছে। ওহোঁ আৰু এক মুহূৰ্ত্তও দেৰী নকৰে বন্দিতাই! গেটৰ কাষত ৰৈ থকা সেই গাড়ীখনৰ ফাললৈ চাই চাই বন্দিতা আগবাঢ়ি গৈ থাকে! চিঞৰি উঠে প্ৰদীপ্তই "তুমি গাড়ীত বহি থকা সেই মানুহটোলৈ চিঠি দিছিলা নেকি?"

—শুনিও একো উত্তৰ নিদিয়ে বন্দিতাই। প্ৰদীপ্তই আকৌ চিঞৰি উঠে, "কি আচৰিত? মধুমিতা বৰুৱাৰ সেই মনৰ মানুহ জনৰ···· দৰেই···· তেওঁ তোমাৰ চিনাকি মানুহ নেকি? তুমিও তেনেহলে····।" অথাপিও উত্তৰ নিদিয়ে বন্দিতাই— প্ৰদীপ্তই নীৰৱ নিমাত হৈ মাথো চাই থাকে। গাড়ীখনত বহি লয়গৈ বন্দিতাই! বেছ জোৰেৰে হৰ্ণ বজাই— গাড়ীখন নিমিষতে থৰ হৈ থকা প্ৰদীপ্তৰ চকুৰ আঁতৰ হৈ গুচি যায়!!!

# নাম তোমাৰ মধুমিতা

সেউজীয়া অসমৰ পৰা বহুত দূৰৈ। সুদূৰ হাৰিয়ানাৰ পাৰ্ব্বত্য স্বাস্থ্য নিবাস। চিমলাৰ স্কেণ্ডেল পইন্টত সেয়া জানো মধুমিতা নহয়! মোৰ এদিনৰ অতি আপোন, মৰম আৰু ভালপোৱাৰ পাত্ৰী সেয়া জানো মধুমিতা নহয়! নীলিম আকাশত চিক্‌মিক্ বিজুলীৰ দৰেই এক মুহূৰ্ত্ততে দেখোন মধুমিতা মোৰ দৃষ্টিৰ পৰা আঁতৰি গল!

তেতিয়া বেলি পাটত ডুবাৰ সময়। চিমলাৰ স্কেণ্ডেল পইন্টত তেতিয়া টুৰিষ্টসকলৰ অতি ভীৰ—গোটেইখন উঠুলিমুঠুলি সেই দেশী বিদেশী নানা টুৰিষ্ট সকলৰ মাজতে মই উদভ্ৰান্ত হৈ মধুমিতাক বিচাৰি ফুৰিলো। বহুবেলি টুৰিষ্ট সকলৰ খুন্দাখুন্দিৰ মাজতো মধুমিতাক বিচাৰি নাপাই এটা চিগাৰেট উলিয়াই ললো—তেতিয়াহে মনলৈ ভাব আহিল ছিঃ ইমান সময়নো কি লৰালি কাণ্ডখন কৰি কটালো!!

মোৰ বয়সতো আৰু এতিয়া বিশ নহয়, বিশৰ লগত আৰু বিশ যোগ কৰি লোৱা বছৰবোৰ কেনেকৈ যে কালৰ বুকুত হেৰাই গল! চুলিও অৱশ্যে এতিয়াও পকা নাই, দাঁতো সৰা নাই তথাপি শৰীৰত মেদ বাঢ়ি আগৰ চেহেৰাৰ বহুখিনি সলনি হল। প্ৰেচ্ছাৰ বা চুগাৰ এটায়ো অৱশ্যে মোক বিপৰ্য্যস্ত কৰা নাই। তথাপিও পঢ়া শুনা কৰিবৰ সময়ত চছমা পিন্ধিব লাগে। অতবছৰৰ পাছত এই শৈলচহৰত মধুমিতাক হঠাতে দেখি মই বলিয়া হোৱাটো ভালো নেদে-

খায়। তাৰোপৰি সেয়ানো সচাঁই মধুস্মিতা হয় নে নহয় তাৰো ঠিকনা নাই। হয়তো বা সেয়া মধুস্মিতা নহয় অন্য কোনোবাহে!!

মধুস্মিতাৰ লগত মোৰ শেষ দেখা হৈছিল সাগৰ পাৰত। আৰু এতিয়া মই এইয়া সমুদ্ৰ পৃষ্ঠৰ পৰা সাতহেজাৰ দুশ চৌত্ৰিশ ফুট ওখ চিমলাৰ স্কেণ্ডেল পইণ্টত।

এবাৰ ভাবিছো সেয়া মধুস্মিতা নহয়। আকৌ পাছমুহূৰ্ত্ততে মনে ধৰিছে যেন সেয়াই মধুস্মিতা! সেই একেই চেহেৰা—ঠিক তেনে-কৈয়ে মুৰ তললৈ কৰি খোজ কাঢ়ি যোৱা। আজিৰ পৰা বিশ বছ-ৰৰ আগতে যেনেকৈ তেওঁক দেখিছিলো আজিও মধুস্মিতা ঠিক তেনে-কৈয়ে আছে। সেয়া জানো সম্ভৱ হব পাৰে? সেয়েহে ভাবিছো সেয়া কিজানি মধুস্মিতা নহয়েই!!

গৰমৰ দিনত এই চিমলাৰ স্কেণ্ডেল পইণ্টলৈ মানুহ আহে তাপত জুৰাবলৈ। জুন মাহৰ এই সন্ধিয়াত গুৱাহাটী ছাগে গৰমৰ তাপত দগ্ধ! —ইয়াত কিন্তু গৰম নাই—বহুতেই গৰম পোছাক পিন্ধিছে—মোৰ গাটো এটা মেকণ ৰঙৰ হাফস্লিভ চুৱেটাৰ। ময়ো জুন মাহৰ দগ্ধ গুৱাহাটীৰ পৰা আন পাচজনৰ দৰেই শান্তি বিচাৰি আহিছো। কিন্তু এই মুহূৰ্ত্তটোত এনেকুৱা এটা ঘটনা ঘটি গল যাৰ বাবে মোৰ মনৰ শান্তিয়ে চোন নষ্ট হৈ গ'ল। প্ৰেম আৰু ভালপোৱাৰ উত্তাপে মোক এতিয়া দগ্ধ কৰি পেলাইছে! ইয়াতকৈ চোন গুৱাহাটীৰ জুন মাহৰ গৰমটোৱেই মোৰ বাবে হাজাৰগুণে ভাল আছিল।

লাহে লাহে সন্ধিয়া গাঢ় হৈ আহিল। ময়ো স্কেণ্ডেল পইণ্টৰ পৰা লাহে লাহে উলটিবলৈ ধৰিলো। কিন্তু কলৈ? এতিয়া কলৈ যাম? হোটেল হৰ্ষৰ তিনিশ ন নম্বৰ কোঠালৈ—ফিট ফাট ধুনীয়া কাৰ্পেট পৰা কোঠা হৰ্ষ হোটেলৰ—খিৰিকিৰ সন্মুখত থিয় হলেই দূৰৰ নীলাভ পাহাৰ দেখি থাকি। মোৰ সেই কোঠালৈ উলটি গলেই জানো মোৰ মনৰ স্বস্তি ঘূৰাই পাম। এঘণ্টা আগতেও

মই যেনেকুৱা আছিলো ঠিক তেনেকুৱাই হৈ থাকমনে বাৰু? —এইবোৰ কথা ভাবি ভাবি আগবাঢ়িছিলো। —হঠাতে বৈ গলো—আই ঔ সৌৱা চোন মধুমিতা! মধুমিতাই চোন পকা আলিবাটেদি খৰ্ খৰ্কৈ খোজকাঢ়ি আগবাঢ়ি গৈছে। সেই একেই তলমূৰকৈ তাহানিখনৰ দৰেই। ইয়াৰ যাত্ৰী সকলোৱে গাত গৰম কাপোৰ কিন্তু মধুমিতা—মধুমিতাৰ কিন্তু কোনো কাৰ্ডিগান বা শাল টাল একো নাই আনকি সক স্কাৰ্ফ এখনো নাই!! —বয়সৰ কথা পাহৰি প্ৰায় দৌৰিয়ে ৰাস্তাটো পাৰ হৈ গলো—পাহাৰী ৰাস্তাত দৌৰাটোও সহজ নহয়। অকণমান বাট দৌৰিয়ে ভাগৰি পৰিলো—দৌৰিবলৈ এৰি কোঁপাই কোঁপাই চিঞৰিলো—"মধু—মি—তা!" মধুমিতা কিন্তু নবল—উলটি নাচালেও—মই কিন্তু জোৰে জোৰে উশাহ লৈ কোঁপাই আছিলো আকৌ এবাৰ যে মধুমিতাৰ নাম ধৰি চিঞৰি মাতিম—সেই শক্তিও ভাগৰত মোৰ নাইকিয়া হৈ গৈছিল! স্পষ্টকৈ দেখিলো মধুমিতাক এই চিমলা শৈল চহৰখনৰ ভীৰৰ মাজত—আকৌ চোন হেৰাই গল সেই ভীৰৰে মাজত!

মোৰ তেতিয়া উচিত আছিল আৰু এটা চিগাৰেট জ্বলাই লোৱা—কিন্তু তেতিয়া আকৌ মোৰ চিগাৰেট এটা খাববো মন যোৱা নাছিল! জেপত হাত ভৰাই কিছু সময় মনে মনে থাকিলো। স্কেণ্ডেল পইণ্টত মধুমিতাক হেৰুৱাই এটা চিগাৰেট খাইছিলো। আকৌ তাৰ পৰা কিছুদূৰ আগবাঢ়ি মধুমিতাক বিচাৰি পাইছিলো আৰু এতিয়া এয়া এক মুহূৰ্ত্ততে মধুমিতা অকৌ হেৰাই গ'ল। চিগাৰেট আৰু খাবৰ মন নগল। হয়তো চাহ বা কফি একাপ পোৱা হলে খাব পাৰিলোহেঁতেন। তেতিয়াই ঠিক মনত পৰিল আৰু অলপ আগবাঢ়ি গলেই কফি হাউচ পামগৈ। চিমলাতো গুৱাহাটী বা আন মহানগৰীৰ দৰেই কফিহাউচ আছে। ঘড়ীত সময় চালো—এতিয়াও চিমলাৰ কফিহাউচ খোলাই আছে—লাহে লাহে কফি-হাউচৰ ফালে আগবাঢ়িলো।

গুৱাহাটীৰ পাণবজাৰৰ কফি হাউচৰ সোমোৱা মুখতে আছিল ৰামজীলালৰ চিগাৰেটৰ দোকান—কটন কলেজৰ ক্লাচৰ পৰা ওলায়েই ৰামজীলালৰ দোকানৰ পৰা এক পেকেট চিগাৰেট কিনো। তাৰ পাছত চিৰিৰে কফিহাউচৰ ওপৰ মহলাত উঠি খিৰিকিৰ কাষতে নিৰ্দ্দিষ্ট টেবুল-খনত বহি আমাৰ বিৰাট আড্ডা! আজি চিমলাৰ এই কফি হাউচত বহি মোৰ সেই তাহানিখনৰ কটন কলেজৰ কাষৰ কফিহাউচৰ আমাৰ আড্ডাৰ কথা মনত পৰিল। যদিও চিমলাৰ এই কফিহাউচৰ লগত গুৱাহাটীৰ পাণবজাৰৰ সেই কফিহাউচৰ কোনো মিলেই নাই!!

কফিৰ অৰ্ডাৰ দি এটা চিগাৰেট ধৰাই ললো। ধোঁৱাৰ লগে লগে এটা বুকুভৰা দীঘল হুমুনিয়াহ ওলাই আহিল।

কফি হাউচ আছে, মই আছো আনকি এইখন চহৰতে মধুমিতাও আছে অথচ আমি কোনো ওচৰাউচৰি নহয়— কিমান দূৰত! ইয়াৰ কফিহাউচৰ বেহেৰাবোৰৰো সেই একেই পোছাক, একেই পাগুৰী। নিশ্চয় ইহঁতৰ মাজতো আমি গুৱাহাটীত ভালপোৱা কোনোবা কাকক বা চাহাবুদ্দিনো আছে!

গৰম কফিৰ কাপত সোহা মাৰি মাৰি ঠিক কৰি পেলালো যিমান সোনকালে পাৰো মধুমিতাক বিচাৰি উলিয়াম। চিমলাখনতো আৰু অতি ডাঙৰ চহৰ নহয়— ইয়াততো বেছিভাগ মানুহেই খোজকাঢ়ি অহাযোৱা কৰে। সিদ্ধান্তটো লোৱাৰ লগে লগে আৰু এটা ভাবনা মোৰ মনৰ মাজত বিয়পি পৰিল ঠিক যেনেকৈ কালকা ষ্টেচনৰ পৰা টয়ট্ৰেনেৰে চিমলালৈ উঠি আহোতে বাটত দেখিছিলো ধোঁৱাৰ দৰে বগা বগা মেঘৰ টুকুৰাবোৰ পাহাৰৰ গাত বিয়পি পৰা!

চহৰখন লাগিলে যিমান সৰুৱেই নহওক কিয় মধুমিতাক বিচাৰি উলিওৱাটো জানো নিচেই সহজ?

কফি হাউচৰ পৰা ওলায়েই আচৰিত হৈ গলো— আলিবাটটোৰ সিফালে হেলনীয়া ঠাই ডোখৰতে মধুমিতা বৈ আছে। মোৰ যেন

এনে লাগিল মই দেখাতহে ভুল কৰিছো, চকুহাল মোহাৰি আকৌ তালৈকে চাই পঠিয়ালো— ওহো ভুল নহয় সচাই মধুমিতা থিয় হৈ আছে। দূৰৈৰ পৰা এনেহে লাগিল যেন মধুমিতাই মোৰ বাবেই তাত অপেক্ষা কৰি আছে।

মনৰ মাজত কিহবাই যেন জপিয়াই উঠিল! লৰালৰিকৈ আলি-বাট পাৰ হৈ মধুমিতাৰ ওচৰ পালোগৈ!

মধুমিতাই মূৰ তুলি চালে— মুখত হাঁহি নাই— বিস্ময়ো নাই এক উদাসীন দৃষ্টিৰে মোলৈ চাই ৰ'ল!

দূৰৈৰ পৰা দেখি এনেকুৱা লাগিছিল যেন তাহানিৰ মধুমিতা আজিও ঠিক একে হৈয়ে আছে— কিন্তু এতিয়া অতি ওচৰৰ পৰা মধুমিতাক দেখি এনে লাগিল যেন এয়া মধুমিতা তেতিয়াৰ মধুমিতাৰ দৰে নহয় বহুত যেন বেলেগ হ'ল।

মধুমিতাই কেইটামান মুহূৰ্ত্ত মোৰ ফালে চাই ৰ'ল। সময়ৰ সোঁতে মানুহৰ মন সলাই তোলায়। কিন্তু তাতো ব্যতিক্রম হৈ কোনো মানুহৰ চেহেৰা অপৰিবৰ্তিত হৈ একে হৈয়ে থাকে, সলনি নহয়!

"তুমি মোক চিনি পোৱা নাই মিতা?"

মধুমিতাই কিন্তু মোক চিনি নাপালে। কলে 'মইতো আপোনাক চিনি পোৱা নাই!" মধুমিতাৰ কথা শুনি মোৰ বাক্‌ৰুদ্ধ হৈ গ'ল। তেনেহলে এতিয়াও মধুমিতা এইখিনিত থিয় হৈ আছে কিয়? তেওঁ জানো মোলৈ অপেক্ষা কৰি নাছিল?

"মই এটা বিপদত পৰিছো, সেয়েহে ইয়াত থিয় হৈ আছো।"

"কি বিপদ?" মই সুধিলো।

"চকচোন, মই মোৰ হোটেলখন চিনি উলিয়াব পৰা নাই!"

মই সুধিলো, 'কোন হোটেল?'

'হোটেল পেলেচ'—

মই কলো 'ব'লক আপোনাক হোটেলত থৈ আগোগৈ!'

—আমি দুয়ো ওচৰাউচৰিকৈ খোজ কাঢ়িবলৈ ধৰিলো। মই জানো এতিয়া মোৰ লগে লগে, মোৰ দাতিয়ে দাতিয়ে যিজনে খোজ কাঢ়ি আছে, তেওঁ মধুমিতাৰ বাদে আন কোনো নহয়! কিন্তু কিয় যে তেওঁ মোক চিনিও নিচিনাৰ দৰে ব্যৱহাৰ কৰিছে মই বুজা নাই! মধুমিতাই বাৰু ইচ্ছা কৰিয়েই মোক নিচিনাৰ ভাও কৰিছে নেকি? হয়তো চিনাকি হেকওৱাটোও তেওঁৰে এটা ছল। হয়তো মধুমিতাই চাব খুজিছে আৰু সেয়ে সেই কফিহাউচৰ আগত মোলৈকে বাট চাই বৈ আছিল। মধুমিতাই নিশ্চয় মোক ষ্টেশ্চন পইণ্টত দেখা পাইছিল। পাহাৰীয়া বাটেদি নামি নামি মই তেতিয়া মধুমিতাক চিঞৰি মাতিছিলো— মোৰ বিশ্বাস মোৰ চিঞৰ মধুমিতাই শুনিছিল। ইচ্ছা কৰিয়েই হয়তো মধুমিতাই মোৰ লগত তেতিয়া লুকাচুৰি খেলিছিল! এতিয়াও তেওঁৰ ছাগে খেলা শেষ হোৱা নাই। লুকাই চুৰকৈ ছাগে মই কফিহাউচত সোমোৱা মধুমিতাই চাই আছিল— মোৰ মুখামুখি হোৱা ইচ্ছাটো ছাগে মধুমিতাই দমন কৰিব পৰা নাছিল · এতিয়াচোন দেখা দিও নিজৰ পৰিচয় গোপন কৰিছে মধুমিতাই!

এনে এটা পৰিস্থিতিত কিবা এটা কৰিবই লাগিব—আৰু তো মই নিৰ্ব্বাক হৈ খোজকাঢ়ি গৈ থাকিব নোৱাৰো! এতিয়া বাৰু মই কি কৰো? দুইহাত মেলি মধুমিতাক ওচৰলৈ টানি আনিম নেকি বাৰু? —তাৰ পাছত কম, 'খুব দুষ্ট হৈছা নহয়—স'চাকৈ কৈছো মধুমিতা এনে ধেমালি আৰু মোৰ ভাল নালাগে। কিমান বছৰৰ মূৰত দেখাদেখি আৰু তুমি মোক নিচিনাৰ ভাও ধৰিছা!'—

পাহাৰীয়া ৰাস্তা একেবাৰে নিৰ্জ্জন! এইবোৰ ৰাস্তাত গাড়ীঘোৰা নচলে। কেৱল মাত্ৰ পাহাৰী দেৱদাৰু আৰু পাইনৰ জংঘলত বতাহ বলাত সোঁ সোঁ শব্দ হৈছে! পাতৰ সেই শব্দ পাহাৰে পাহাৰে ঠেকা খাইছে। এনেকুৱা লাগিছে যেন এই মাত্ৰহে ট্ৰেইন এখনে ষ্টেচন যেন এৰিহে গৈছে। পাহাৰী বতাহ যে গহৰ পাতে

পাতে এনে এটা শব্দ তোলে মই জনাই নাছিলো। হাতত এতিয়াও সময় আছে। হোটেল পেলেচ পাবলৈ আৰু বিশ মিনিটমান লাগিব!

মোৰ কাষে কাষে আগবাঢ়ি অহা মধুমিতালৈ চালো। তেওঁ কিন্তু মূৰ তললৈ কৰি খোজ কাঢ়িয়ে আছে।

— হঠাতে মই বৈ গলো লগে লগে মধুমিতাও বৈ গল! চকু তুলি তেওঁলৈ চালো— অবাক হৈ তেৱো মোৰ ফালে চালে— মোৰ জিভাৰ আগলৈ কথা আহি গৈছিল "মধুমিতা, ইমান দিন পাছত দেখা, এতিয়াও তুমি প্ৰতিশোধৰ কথা নাপাহৰিলা! নহয় মধুমিতা মোৰ আৰু এই লবাধেমালিখন ভাল লগা নাই! কিন্তু সেই কথা কবলৈ গৈয়ো কব নোৱাৰিলো।

"বৈ গল কিয়? ইয়াততো হোটেল পেলেচ নাই? সেই হোটেল খনৰ আগত এটা পোষ্ট অফিচ আছে— মোৰ স্পষ্ট মনত আছে!" মধুমিতাই কৈ উঠিল।

মধুমিতাৰ কথা শুনি মোৰ অন্তৰ জ্বলি উঠিল! ইচ্ছা হল যেন কওঁ— "ইমানেই যদি জানে তেনেহলে মোক কিয় কষ্ট দিছে? বিচাৰি লওক। হোটেলৰ পৰা যেতিয়া অকলেই ওলাইছিল তেতিয়া অকলেই উলটিব লাগিব বুলি মনত নাছিল নেকি? মনে মনে ভাবিও এই কথাটো মই মধুমিতাক কব নোৱাৰিলো— মাত্ৰ কলো "অলপ ৰব, চিগাৰেট এটা জ্বলাই লওঁ! চিগাৰেট জ্বলালো— আকৌ দুয়ো খোজ কাঢ়িবলৈ আৰম্ভ কৰিলো। হোটেল পেলেচৰ সন্মুখ পাই, মধুমিতাই কৈ উঠিল, "বহুত ধন্যবাদ, আৰু আহিব নালাগে।"

মধুমিতা হোটেলৰ ভিতৰলৈ সোমাই গল আৰু চিমলাৰ আলি-বাটত মই এটা মূঢ়ৰ দৰে থিয় হৈ থাকিলো।



হোটেল শৃংগাৰৰ দুশতিনি নম্বৰ কোঠাৰ খিৰিকীৰ কাষত মনে মনে থিয় হৈ আছো। খিৰিকীৰে দূৰৰ ধুনীয়া পাহাৰ দেখি ৰাতিপুৱাৰ পাহাৰ

একধৰণৰ, বেলা আগবঢ়াৰ লগে লগে পাহাৰৰ বেলেগ বেলেগ ৰূপ।

ৰাতিৰ এন্ধাৰত পাহাৰটোক কিবা ৰহস্যময় যেন লাগিছে— অৱশ্যে এনে বেছি ৰাতিও হোৱা নাই। ডিনাৰ আৰম্ভ হৈ গৈছে, ৰাতি আঠ বজাৰ পৰা চাৰে এঘাৰটা পৰ্য্যন্ত হোটেলবাসীসকলক ডিনাৰ চাৰ্ভ কৰা হয়। যিসকলে ৰুম চাৰ্ভিচ বিচাৰে তেখেতসকলক ইণ্টাৰকম ফোনেৰে অৰ্ডাৰ দি দিয়ে।

ইয়ালৈ মানে চিমলালৈ অহা ভালেকেইদিন হ'ল। ডিনাৰ বা লাঞ্চ ডাইনিংহলতেই খাওঁগৈ। আজি আৰু তললৈ নামি গৈ ডাইনিংহলত খাবৰ মন নগল! ফোন ডাঙি কৈ দিব পাৰো ডিনাৰ ৰুমলৈকে পঠাই দিয়ক। ফোনৰ কাষতে খোৱাৰ মেনুকাৰ্ড আছে - কিনো খাম সহজেই ঠিক কৰি লব পাৰো — কিন্তু সেইটোও কৰিবলৈ মন যোৱা নাই চোন! আচলতে মধুমিতায়ে সকলো গণ্ডগোল কৰি দিলে। আনন্দ, ভোক আৰু অৱসৰ যাপনৰ ইচ্ছাক কিবা ইফাল সিফাল কৰি দি থৈ গল অৱনী বৰবৰুৱাৰ ছোৱালী মধুমিতাই! আজি তেওঁক ভালকৈয়ে দেখিলো শিৰতটো সেন্দুৰ নাই! অৱশ্যে আজি কালি বহুত ছোৱালীয়ে বিয়াৰ পাছতো শিৰত সেন্দুৰ নলয়। তথাপিও পুৰুষ সকলে ছাগে বুজিব পাৰে কোন গৰাকী ছোৱালীৰ বিয়া হৈছে আৰু কোন গৰাকীৰ নাই হোৱা! মই বয়সৰ যিটো তাপ পাইছোহি তাত আৰু এইকন চিনি নোপোৱাৰ কোনো কাৰণেই নাই!

বাথৰুমত সোমাই, ৰাণিং হট ৱাটাৰৰ টেপটো খুলি দিলো। হাতৰ তলুৱাত গৰম পানী পৰিল। চমক খাই উঠি গৰম পানীৰ টেপটো বন্ধ কৰি দিলো। সেয়া যেন পানী নহয়—অশ্ৰুহে। মধুমিতাৰ অশ্ৰু এদিন মোৰ হাতৰ তলুৱাতে পৰিছিল তেতিয়াও এনে লাগিছিল!

বাথৰুমৰ পৰা গা-পা ধুই ওলাই আহিলো। তাৰ পাছত ফোনটো তুলি ললো। অপাৰেটৰক হোটেল পেলেচৰ লাইনটো দিবলৈ

কলো। বিচিত্তাৰ নমাই থৈ বিচনাখনত স্থিৰ হৈ পৰি ৰলো— টিলিগুত কোনো ফেন নাই—ঠাণ্ডাৰ ঠাই বুলি ছাগে এইবোৰ ঠাইত ফেনৰ চল নাই। কিয়নো বাৰু হব? আজি ৰাতিপুৱা মাল ৰ'ডৰ যি চেলুন খনত চেভ্ কৰিবলৈ সোমাইছিলো তাততো ফেন আছিল। পিছে এই শৃংগাৰ হোটেলখন পাহাৰৰ বহু ওখত। কেউকাষে খালী পাহাৰ আৰু পাহাৰ! মাল ৰ'ডটো আকৌ দোকানে বজাৰে একেবাৰে থেপা-থেপী। সেই মাল ৰ'ডৰ পৰা অলপ দূৰ গলেই সেই স্কেণ্ডেল পইণ্ট। আকৌ মধুমিতালৈ মনত পৰিল। আৰু ঠিক তেতিয়াই ঝণ্ ঝণ্ কৈ ৰঙা ৰঙৰ ফোনটো বাজি উঠিল !!

টেলিফোন অপাৰেটৰে হোটেল পেলেচৰ লাইন দি দিছে। সেই হোটেলত মধুমিতা বৰবৰুৱা বুলি কোনোবা যাত্ৰী আছে নেকি তেওঁলোকে কব নোৱাৰে! তেনেহলে বাৰু অৰুনী বৰবৰুৱাৰ নামকে কম নেকি? দেউতাকৰ বাহিৰে মধুমিতাৰনো আৰু কোন আছে? তেওঁলোকে জনালে অৰুনী বৰবৰুৱা নেকি নাজানে কিন্তু ওঠৰ নম্বৰ ঘৰত A. Borbora বুলি এজন আছেহি। লগত তেওঁৰ কন্যাও আছে।

মোৰ আৰু বুজিবলৈ বা জানিবলৈ একো বাকী নাথাকিল। ওস্তাদ গোৱেন্দাৰ নিচিনাকৈ ফোনটো নমাই থলো। কাইলৈ ৰাতি-পুৱাই হোটেল পেলেচলৈ যাম!

আৰু তেতিয়াই মোৰ বৰ ভোক এটা লাগিল! কমটো লক্ কৰি ডাইনিংহললৈ নামি গলো। ডাইনিং হল একেবাৰে ভৰপুৰ, একোনত টিপ্তিত ইংৰজী বাতৰি দিছে- একপ্লেট মিক্সড্ ফ্ৰাইড ৰাইচ, একপ্লেট চিলি চিকেন আৰু এবাটী আচপাৰাগাচ চিকেন স্যুপ ললো!

খাই থাকোতে থাকোতে মধুমিতাৰ কথা ভাবিবলৈ ধৰিলো। আজি বিশ বছৰৰ পাছতো মধুমিতা বৰ সলনি হোৱা নাই! মই খাব খোজা চুপৰ বইলৰ পৰা ধোঁৱা ওলাই আছে। এই খিনিৰ পৰাও কাচৰ খিৰিকিৰে দূৰৰ পাহাৰ নেদেখি কিন্তু বাগান খন দেখি।

ফুলবাগানৰ মাজে মাজে লাইটবোৰ জ্বলি আছে, ফুল ফুলি আছে— একাষত কেইখনমান গাড়ী পাৰ্ক কৰি থোৱা আছে। চিমলা চহৰখন বৰ ডাঙৰ চহৰ নহয়, আয়তন মুঠেই ওঠৰ স্কোৱাৰ কিলোমিটাৰ। হোটেল পেলেচলৈ যাবলৈ মুঠ সময় লাগিব বিশমিনিট— অৱশ্যে খোজকাঢ়ি যাব লাগিব।

খাই থাকোতে থাকোতে ডাইনিংহলৰ কেউফালে চাই আছিলো। বহুতো নবদম্পতিয়ে ইয়াত মধুযামিনীৰ বাবে আহিছে। তেওঁলোকে যোৰে যোৰে, ওচৰাউচৰিকৈ বহিলৈ মূৰ তললৈ খাইছে, মাজে মাজে জোৰেৰে হাঁহিছেও! দুইজনে দুইজনলৈ এনেকৈ চাইছে যাতে আনসকলে সহজেই বুজিব পাৰে যে তেওঁলোকৰ নতুনকৈ বিয়া হৈছে। কোৱাই বাহুল্য যে তেওঁলোকৰ জীৱনত এতিয়া প্ৰেমৰ ভৰা জোৱাৰ!

যদি মোৰো লগত মধুমিতাৰ বিয়া হলহেঁতেন, সেইটো কম-পক্ষেও পোন্ধৰ বছৰ আগতেই ঘটিলেহেঁতেন। আমি আৰু তেতিয়া চিমলালৈ মধুযামিনীৰ বাবে আহিবও নোৱাৰিলোহেঁতেন।

তেতিয়া বেকাৰ আছিলো বাবেই বিয়া কৰাব নোৱাৰিলো। তথাপিও তাতকৈয়ো ডাঙৰ কথা আছিল মধুমিতাৰ গোড়া, ৰক্ষনশীল দেউতাক! তেখেতে প্ৰাণ থাকোতে নিশ্চয় একমাত্ৰ ছোৱালীক কেতিয়াও বেলেগ জাতৰ লৰালৈ বিয়া নিদিলেহেঁতেন!

মোৰতো অৱস্থা ভালেই নাছিল। মধুমিতাহঁতো অৱশ্যে আমাৰ দৰেই নিম্ন মধ্যবিত্ত পৰিয়ালৰ আছিল। আমাৰ দুয়োঘৰৰে অৰ্থবল নাছিল কিন্তু প্ৰেম হলে আছিল! আমি দুয়ো মিলি তেতিয়া সদায় স্বপ্ন দেখিছিলো। সেই স্বপ্নৰ কিছু কটন কলেজত, কিছু পান-বজাৰৰ কফিহাউচত!

আমি দুয়ো অনাৰ্চ লৈছিলো অসমীয়া বিষয়ত— মই ফাৰ্ষ্ট ক্লাচেই পাইছিলো—মধুমিতাৰ আঠনম্বৰ কম হৈছিল। তথাপিও মধুমিতাই হয়তো এম, এত ফাৰ্ষ্ট ক্লাচেই পাইছিল— মই! মোৰ আৰু এম, এ পঢ়াই নহল!

লৰাকালত ভাইটিহঁতৰ লগত, আমাৰ ঘৰৰ বাৰাণ্ডাত বহি এটা খেলা খেলিছিলো— ৰবৰৰ বল এটা লৈ চলাই দিছিলো— কিমান দূৰলৈ সেইটো চলি যায়গৈ চাবলৈ—

সেই বলটো বাগৰিযোৱাৰ দৰে সময়ো কত বাগৰি গ'ল। মনটো আকৌ অতীতৰ পৰা ওভোটাই আনি চুপৰ বইলটো আতৰাই চিলি চিকেনৰ প্লেটখন আগলৈ আনিলো। খাই খাই নিজৰ মনেৰেই হাঁহি দিলো- মধুমিতাই আজি ইমান বছৰৰ মূৰতো জানিবলৈ নিবিচাৰিলে— চিমলাত মইনো কোন হোটেলত উঠিছো— অৱশ্যে তেওঁৰ প্ৰয়োজনো নাই – তেওঁতো জনায়ে গৈছে তেওঁ থকা হোটেলখন হৈছে হোটেল পেলেচ—মই যে তেওঁক তালৈকে বিচাৰি যাম তাত অকনো সন্দেহ নাই!

খোৱাবোৱা হৈ যোৱাৰ পাছত, হোটেলৰ বাগান খনলৈ ওলাই গলো। তাত থকা গাৰ্ডেন চেয়াৰৰ ওপৰত আউজি বহি এটা চিগাৰেট জ্বলাই ললো। চকীখনত আউজি, কাতি হৈ হৈ, চিগাৰেটত হোপা একোটা মাৰি মাৰি আকাশলৈ চাই ভাবিবলৈ ধৰিলো- ওপৰত নীলা আকাশ, বুকুতে হেজাৰ হেজাৰ ৰূপালী তৰা—চিকমিকাই থকা —নীলা আকাশখনলৈ চাই থাকোঁতেই সাগৰখনলৈ মনত পৰিল!

কটন কলেজত পঢ়ি থাকোঁতেই আমি দলবান্ধি সাগৰ চাওঁ বুলি এবাৰ পুৰী পাইছিলোগৈ! আমাৰ দলটোত আছিল অধ্যাপক হৰি নাৰায়ণ বৰুৱা চাৰ, আঠজন লৰা আৰু তিনিগৰাকী ছোৱালী।

মাত্ৰ ছদিনৰ বাবে সাগৰ চাম বুলি পুৰীলৈ ফুৰিবলৈ গৈ মোৰ আৰু মধুমিতা বৰুৱাৰ জীৱনৰ স্মৃতিয়ে বদলি হৈ গল। তাত গধূলীসময়ত যেয়ে যলৈকে যায় বুলি সদায় গধূলী সময়ত ওলাই যাওঁ। বৰুৱা চাৰে হোটেলৰ ৰুমত বহি অকলে অকলে কিতাপ পঢ়ি থাকে তেখেত বুদ্ধিমান মানুহ! আমি ওলোৱাৰ লগে লগে তেখেতে কৈ দিয়ে ৰাতি আঠটাত কৈ কাৰো যেন বেছি দেৰী নহয়!

সাগৰ পাৰত বহি, অসহায়ৰ দৰে উটি ফুৰা এখন মাছমৰীয়া নাওলৈ চাই চাই এটা মলিন হাঁহি মাৰি কৈছিল—“সেই নাওখন দশা আমাৰ দৰেই” মধুমিতাৰ কথাত হয়ভৰ দিময়ো কৈ উঠিছিলো, “ও, তাত আৰু জোৰ কৰাটোও নাখাটে”— লগে লগে তীব্ৰ কণ্ঠেৰে ইয়াৰ প্ৰতিবাদ কৰি মধুমিতাই কৈ উঠিছিল, ‘কোনে কয় নচলে বা নাখাটে বুলি। ভালকৈ চোৱাছোন দেখিবা কেনেকৈ নাৱৰীয়াবোৰে প্ৰাণপনে সাগৰৰ লগত যুঁজিছে। চাবা সিহঁত নুডুবে”— ময়ো মূৰ জোকাৰি কৈছিলো, “নহয় মধুমিতা, ইয়াততো যুদ্ধ নচলে— তেওঁলোক নাৱৰীয়া মথাই যিটো এতিয়া কৰিছে সেইটোতো সাহ নহয়— দুঃসাহস”—

খন্তেক পাছত আৰু আমি সেই মাছমৰীয়াহঁতৰ নাওঁখন দেখা নাছিলো—মই কৈছিলো, “মধুমিতা দেখিলাতো—সিহঁত হেৰাই গল—” মধুমিতাই মূৰ জোকাৰি কৈ উঠিছিল,— “কোনে কৈছে সিহঁত হেৰাই গল বুলি? যুঁজি যুঁজি সিহঁত ছাগে বহুদূৰলৈ গুছি গৈছে। —সাগৰৰ বহুদূৰণিত সিহঁতি ছাগে মাছৰ সন্ধান পাইছে’’ -“নহয়—সিহঁত নিশ্চয় ডুবি গল” মই কৈছিলো! “নহয় হে নহয় নহয়, নহয়, সিহঁত ডুবি যোৱা নাই—সিহঁততো আৰু তোমাৰ দৰে কাপুৰুষ নহয়! ”—ঠিক সাগৰৰ বুকুৰ ঢৌৰ দৰেই মধুমিতাৰ কথাকিটা মোৰ বুকুত ঠেকা খাই পৰিছিলহি। তাৰ পাছত আৰু আমি কোনেও কথা পতা নাছিলো বহুবেলি। মনে মনে দুয়ো বহি আছিলো। দূৰত সাগৰৰ গৰ্জ্জন আৰু সাগৰ পাৰৰ বালিচৰৰ ঘূৰ্ণীবতাহৰ মাজত আমি দুয়োজনে মুখামুখিকৈ বহি আছিলো। মধুমিতাই মূৰ তললৈ কৰি বহি আছিল। লাহে লাহে তেওঁৰ মুখখন দুয়োহাতেৰে দাঙি ধৰিলো। টপ্‌কৈ অশ্ৰু এটোপাল মোৰ হাতৰ তলুৱাতে পৰিল!

তাৰ পাছদিনা আমি পুৰীৰ পৰা গুৱাহাটীলৈ বুলি ঘূৰি আহিছিলো! —তাৰ পাছত আৰু মধুমিতাৰ লগত মোৰ দেখাদেখি হোৱা নাছিল!

তাৰ পৰা বিশ বছৰৰ পাছত আজি শৈলনিবাস চিমলাৰ স্কেণ্ডেল পইণ্টত তেওঁক দেখা পালো।



ৰাতিপুৱা শুই উঠাৰ লগে লগেই মধুমিতালৈ মনত পৰিল! —এইমাত্ৰই সাজু হৈ ওলাই যাব লাগিব। গন্তব্যস্থল হোটেল পেলেচ!

ফ'নত ব্ৰেকফাষ্টৰ অৰ্ডাৰ দি বাথৰুমলৈ সোমালো। বাথৰুমৰ পৰা ওলাই কাপোৰকানি সলাই সাজু হলো—ইতিমধ্যে ব্ৰেকফাষ্ট টেবুললৈ আহিয়ে গল!

—"আলিবাটলৈ নামিয়েই এনে এটা অনুভৱ হল যেন আজি দিনটো বৰ সুন্দৰ! হোটেল হৰ্ষৰ ওখ টিলাৰ পৰা ৰাস্তাটো বেছ তললৈ নামি গৈছে। মোৰ সোঁফালে কেৱল পাহাৰ আৰু পাহাৰ। ৰুক্ষ শুকান পাহাৰ কিন্তু নহয়—দীঘল দীঘল চিৰ সেউজীয়া পাইন আৰু দেবদাৰুৰ শাৰীয়ে পাহাৰবোৰ ঢাকি থৈছে। পাহাৰৰ খাপে খাপে ঘৰবোৰ! বেছি ভাগ ঘৰেই কাঠৰ! টিনৰ চাল —শীতকালি গোটেই-খন পাহাৰ বগা বগা বৰফেৰে ঢাক খাই যায়। তদুপৰি সকলোতকৈ সুন্দৰ ইয়াৰ ৰাশি ৰাশি বগা মেঘ! পাহাৰৰ গাত বগা গোলাপৰ ঠোক হে হৈ যেন জিলিকি আছে।

চিমলাৰ ৰাস্তাঘাট বৰ পৰিষ্কাৰ পৰিচ্ছন্ন। ৰাস্তাৰ কুকুৰ-বোৰো চোন বৰ ধুনীয়া ধুনীয়া—গোটেই গাবোৰ নোমেৰে ঢকা—বগা, কলা মুগাবৰণীয়া—কিমান যে কুকুৰ!!

খোজ কাঢ়ি কাঢ়ি চিমলা কালীবাড়ীৰ কাষ পালোহি—ইয়াত আকৌ ঢেৰ বান্দৰ! ৰাস্তাৰ ওপৰতে শকত শকত ওফোন্দা মুখেৰে সৈতে কিমান বান্দৰ! দলবান্ধি গোটেইবোৰ বহি আছে। ৰাস্তাৰে গৈ থকা মানুহবোৰলৈ চালে এনেহে লাগে যেন কোনো বৈ থকা নাই। খালী দৌৰিছো আচলতে ৰাস্তাবোৰেই তেনেকুৱা—এচলীয়া

ওখ চাপৰ খোজ কাঢ়িলেই মানুহবোৰ দৌৰি যোৱা যেন লাগে। কোনো কোনো ঠাইত আকৌ ৰাস্তাবোৰ থিয় হৈ ওপৰলৈ উঠি গৈছে। তেনে ঠাইত লাহে লাহে গাবোৰ টানি টানিহে আগুৱাব পাৰি। পকা ৰাস্তাত দৌৰি দৌৰি আৰু থিয় ৰাস্তাত দেহা টানি টানিহে পাহাৰী ঠাইত খোজ কাঢ়িব পাৰি। এটা সময়ত দেখিলো মই হোটেল পেলেচৰ কাষ পাইছোহি।

যোৱা কালি এই ঠাইতে মধুমিতাক এৰি থৈ গৈছিলো।

এইমাত্র এই হোটেল পেলেচৰ ওঠৰ নম্বৰ কমলৈ গৈ দুৱাৰত টুকুৰিয়াম ! সম্ভৱতঃ মধুমিতায়ে দুৱাৰ খুলি দিব— তেওঁ কিন্তু মোক দেখি আচৰিত নহয় — শান্ত ভাবেৰেই কৈ উঠিব, "আহা, মই জানো তুমি আহিবাই।" —ভাৱপাছত পাছফালে চাই দেউতাকক কব— 'দেউতা চোৱাছোন কোন আহিছে ?' মধুমিতাৰ দেউতাক বাৰু সেই আগৰ নিচিনা মানুহজনেই হৈ আছেনেকি ? তেনেকুৱাই বদৰাগী তেনেকুৱাই জেদী ! তেখেত ছাগে এতিয়া অন্যৰকম হৈ গৈছে - বুঢ়াতো হৈছেই। হয়তো চকুৰে এতিয়া কম দেখা হৈছেই ! মোক হঠাতে ইমান বছৰৰ মূৰত চকুৰ আগত চিমলাত দেখি নিশ্চয় বুঢ়া মানুহজন অবাক হৈ যাব ! নিশ্চয় চিনিবই নোৱাৰিব। — জীয়েকে যেতিয়া চিনাকি কৰি দিব তেতিয়া তেখেতে যেন কঁপা কঁপা হাতেৰে মোৰ হাতকিখন মেৰাই ধৰিব !

এখোজ দুখোজকৈ হোটেল পেলেচৰ ওচৰ পালোগৈ আৰু ঠিক তেতিয়াই মনত ভাব হ'ল সেয়া জানো সত্যই মধুমিতা ! যদি মধুমিতাই হয় তেনেহলে যোৱাকালিৰ দৰে যে নিজৰ পৰিচয় আকৌ গোপন নকৰিব তাৰেই বা নিশ্চয়তা ক'ত ?

হোটেল পেলেচৰ ফালে চাই থাকিলো কিছু সময় ! কতো মধুমিতাৰ কোনো চিনেই নেদেখিলো— আৰু আগ নাবাঢ়িলো ! পাছলৈ ঘূৰি আহি নিজৰ হোটেল হৰ্ষ পাই আলিবাটলৈ চাই বহি পৰিলো !!! ✱

# এজাক আন্ধাৰ আৰু এজাক পোহৰ

নগৰখনত হুলস্থুল। বাটেপথে মানুহৰ জুম। কোনোৱে আলোচনা কোনোৱে সমালোচনাত, কোনোৱে স্বাভাৱিক দুখ প্ৰকাশত ব্যস্ত। হঠাতে নগৰখনৰ সুৰবৰহী সমাজ সেৱিকা তথা স্ত্ৰী-শিক্ষা প্ৰচাৰ আৰু প্ৰসাৰত আগভাগ লোৱা মহিলা মধুমালা নেওঁগৰ আকস্মিক মৃত্যুত গোটেইখন নগৰতে এটা হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি হৈছে মুখে মুখে গুঞ্জন। বাটে পথে আলোচনা!! কালি গধূলীলৈকে যি গৰাকী মহিলাই ব্যস্ততামুখৰ ঘৰখনৰ এশ এটা ঘৰুৱা জঞ্জালৰ ভাগ লোৱাৰ উপৰিও স্থানীয় স্ত্ৰী-জাগৰণৰ বাবেই আয়োজিত হোৱা সভাখনতো সভানেত্ৰীত্ব কৰি সমাজৰ কঠোৰ শাসনৰ পৰা মহিলাসকলৰ দুখ-দুৰ্গতি আঁত-ৰোৱাৰ কাৰ্য্যসূচীত সক্ৰিয় ভূমিকা লবলৈ বুলি যি গৰাকীয়ে উদাত্ত কণ্ঠেৰে আহ্বান জনাইছিল — আজি হঠাতে সেইগৰাকী সৰবৰহী মহিলাৰ এনে আকস্মিক মৃত্যুত নগৰখনত এটা হুলস্থুলীয়া পৰিৱেশৰ সৃষ্টি হৈছে আজি। ৰাতি ঘৰখনৰ সকলোৱে খোৱা-বোৱাৰ তদাৰক কৰি, স্বামীকো আহাৰেৰে পৰিতৃপ্ত কৰি, নিজেও অলপ খাই-বৈ, কাম-কাজ সামৰি, যি গৰাকী মহিলাই শয্যাত আশ্ৰয় গ্ৰহণ কৰিছিল সেই গৰাকী মহিলাই আৰু আজি চকুৰ পতা নেমেলিলে!! শয্যাতে মৃত্যুক নিঃশব্দে আৰু নিঃসাৰে আকোৱালি লোৱা এই মহিলা গৰাকীৰ স্বামী কমল চন্দ্ৰ নেওঁগো এজন বিখ্যাত সমাজকৰ্মী। সমাজৰ প্ৰতি অবিহণা আগ-বঢ়োৱাত নেওঁগ পৰিয়ালৰ ঘৰখনৰ অৱদান, নগৰখনৰ কোনেও দুই

কৰিব খোজাৰে। বিশেষকৈ শ্ৰীমতী নেওগৰ মিঠামধুৰ ব্যৱহাৰ, সমাজৰ ধনী দুখীয়া নিৰ্বিবশেষে অৱহেলিত সকলোকেৱে নেওগনীৰ সমান ব্যৱহাৰে তেওঁক সততেই নগৰখনত সকলো সম্প্ৰদায়ৰ মাজত সৰবৰ্বাহী কৰি তুলিছিল।



ওঁ—হুলস্থূল লগাৰে কথা। সেইদিনাই নহয় তাৰ আগদিনা শ্ৰীমতী মধুমালা নেওগহঁতৰ "নাৰী মুক্তি সংঘই", সেউজপথা পাৰত আয়োজন কৰা সভাখনলৈ কত যে দূৰদূৰণিৰ পৰা অকলা ভাগি গাৱঁৰ মানুহ আহিছিল! নেওঁগণীহঁতে, গাৱঁৰে ডেকা এজনে চলাবলৈ লোৱা গাড়ীখনেৰেই নগৰৰো বিভিন্ন মহিলা সমিতিকে ধৰি সমাজ-সেৱী অনুষ্ঠানৰ গণ্য মান্য মহিলা সমাজ সেৱিকা-সকলৰ সমাবেশেৰে সেইখন "নাৰীমুক্তি সংঘৰ সভা সচাঁকৈয়ে এখন লেখত লবলগীয়া সভা হৈ পৰিছিল। অতি উলহ মালহেৰে, অতি আন্তৰিকতাৰে সৈতে গাৱঁৰ সকলোটি লাগি ভাগি সেই সভাখন আটক ধুনীয়া কৰি তুলিছিল। আৰু সেইখন সভালৈকে মধুমালা নেওঁগহঁত সদলবলে গৈছিল। সেই সভাৰ সকলো ব্যৱস্থাপনাতে আগভাগ লৈছিল গাৱঁৰে শিক্ষিতা জীয়াৰী বোৱাৰী নীলিমা, তৰা আৰু আকাশীহঁতে। মধুমালাহঁতৰ কিন্তু আচৰিত লাগি গৈছিল নীলিমা তৰা আকাশীহঁতৰ কাম আৰু ধৈৰ্য্য দেখি। সভাৰ সকলো কাম নিয়াৰিকৈ চলিছিল আৰু সভাৰ বিশিষ্ট অতিথিৰ আসন অলংকৃত কৰিছিল, বিশিষ্টা সমাজ-সেৱিকা মধুমালা নেওঁগে। সেয়েহে মধুমালাহঁতৰ লগত চা-চিনাকি হবলৈ হেতাওপৰা লাগিছিল। সেউজপথা গাৱঁৰ মানুহৰ। বিশেষকৈ মহিলা সকলৰ, জিয়াৰী বোৱাৰীহঁতৰ! ধুনীয়াকৈ মিহামেখেলা পিন্ধা, গাম্ভীৰ্য্যপূৰ্ণ চেহেৰাৰে, মাজ বয়সীয়া প্ৰতিভা বৰুৱা যি গৰাকী সেই নাৰীমুক্তি সংঘৰ দায়িত্বশীল কৰ্মী—আদবাঢ়ি আহি মধুমালা নেওঁগহঁতৰ ওচৰ পাইছিলহি। দূৰৰ পৰাই নেওঁগনীয়ে তেওঁক লক্ষ্য কৰিছিল। তেওঁ যেন তাত সমবেত হোৱা গাৱঁৰ মহিলা সকল-

ভক্তি অলপ বেলেগ। তেওঁ লাহে লাহে আগবাঢ়ি আহিছিল মধুমালা নেওঁগৰ কাষলৈ। আদৰণি, কাৰ্য্যকৰী সমিতিৰ সদস্যা সকলে চিনাকি কৰি দিছিল। ' এখেত প্ৰতিমা বৰুৱা ' হঠাতে মধুমালাৰ মনত পৰি গৈছিল। মাজে মাজে সমিতি আৰু সংঘৰ কাম কাজৰ অগ্ৰগতিৰ কিছু ছবি, কেইখনমান বিখ্যাত কাকত ছবি ওলাওতে, এখেত প্ৰতিমা বৰুৱা দেখোন সমাজসেৱক কমল নেওঁগহঁতৰ লগত কেতিয়াবা কৰবাত বহি, কেতিয়াবা কৰবাত থিয় হৈ একেলগে আছে!! আৰু মনত পৰিছিল মধুবালাৰ। কমল নেওঁগে মানুহ গৰাকীৰ কাৰ্য্যদক্ষতাৰ শলাগ লৈ কোৱা কথাবোৰ। "চাবা, মধুমালা এও একঠা খাইহে এৰিব! সৌ সিদিনাখন পতা মহিলা সমিতি, নাৰীসংঘৰ সকলো কামকাজ নিয়াৰিকৈ সম্পাদন কৰি ইতিমধ্যেই তেওঁৰ নাম, যশস্যা হৈছেই। আকৌ কৈছিল কমল নেওঁগে "জানা মধুমালা, মানুহ গৰাকীৰ এটিয়েই লৰা, এটিয়েই পুত্ৰ সন্তান। তাকেই তেওঁ প্ৰকৃত মানুহ কৰি গঢ়ি তুলিছে।
—সচাঁকৈ তেওঁকহে ধন্য বুলিব লাগে—"
"—কিয় আকতো তেনে বহুত মাতৃ আছে, যি নিজৰ জীৱনৰ অপৰিমীত কষ্ট, ধৈৰ্য্য আৰু ত্যাগৰ বিনিময়ত নিজৰ লৰাছোৱালী মানুহ কৰি নিজেই নিঃশেষ হৈ গৈছে! মধুমালাই কমল নেওঁগৰ পক্ষপাত মূলক মন্তব্যত উৎকণ্ঠিত হৈ কৈ উঠিছিল।

"থোৱা, থোৱা। সকলোৰে প্ৰেৰণা লাগে দিয়া। মাতৃ হলেই নহব। বহুত ত্যাগ. লাগে মাতৃৰ এটি সজ, গুণবান লৰা গঢ়ি তুলিবলৈ"। তাৰাৰেগত আপ্লুত হৈ কৈ গৈছিল কমল নেওঁগে আৰু নেওঁগৰ এই কৰ্কশ কঠোৰ কথাবোৰে অন্তৰ চুই গৈছিল মধুমালাৰ। এবা জীৱনত বহুখিনি পায়ো মধুমালাৰ আজি বহুখিনি নাই!! এটি সন্তান জন্ম দিব নোৱাৰা, মাতৃ হব নোৱাৰা দুখত মধুমালাৰ সদায় জীৱনটোৱেই মিছা হৈ যোৱা যেন লাগে! সেয়েহে ইমান অফুৰন্ত সময়, ইমান প্ৰতিপত্তি আৰু সম্পত্তি এটা উদাৰ মন লৈ, সমাজৰ কামতে আত্ম-

নিয়োগ কৰি শাস্তি লভিবলৈ এখোজ-দুখোজকৈ আগবাঢ়ি গৈছিল মধুমালা নেওঁগ! বহুতো সময়ত মধুমালাৰ নিজৰ ওপৰতে বিশ্বাস হেৰাই গৈছিল। কিয় বাৰু তেওঁ মাতৃত্বৰ পৰা বঞ্চিত হ'ল? কি পাপৰ বাবে?

—মনৰ সেই অভাৱবোধ কিবা নাইকিয়া, কিবা যেন হেৰুওৱা ভাৱটো আঁতৰাবলৈকে মধুমালাই ঘৰখন চলোৱাৰ দায়িত্ব লোৱাৰ উপৰিও, সমাজ সেৱাকে জীৱনৰ ব্ৰত কৰি ল'লে। সমাজৰ অভাৱগ্ৰস্ত বিভিন্নজন লোকৰ মাজত সোমাই বিভিন্ন স্তৰৰ মানুহৰ দুখ-দুৰ্দ্দশাৰ বুজ লৈ নিজৰ অভাৱী, একাকীত্ব-বোধৰ মনোভাৱ দূৰ কৰি, এগৰাকী সুস্থ মানুহ হৈ জীয়াই থাকিবলৈকে এই সমাজ সেৱাক জীৱনৰ ব্ৰত কৰি ল'লে মধুমালাই। পাৰ্য্যমানে নিজৰ চেষ্টাৰে সততে এনে কাৰ্য্যত ব্ৰতী হৈ থাকে মধুমালা নেওঁগ। অনুভৱ কৰে মধুমালাই গাৱঁৰ জীৱন বিলাকত কিমান যে যাতনা, কিমান যে নিৰ্য্যাতন ভোগ কৰিব লাগে মহিলা সকলে! সমাজ জীৱনৰ বিভিন্ন কু-সংস্কাৰৰ অক্টোপাচৰ মেৰপাকত সোমাই কিমান যে মহিলাই মৃত্যুক আকোৱালি লৈছে কিমানে যে জয়মতীৰ শাস্তিৰ জীয়াতু ভুগিছে, কিমান যে তিলে তিলে দহনত শেষ হৈ গৈছে, কিমান যে জীৱনৰ ভাবসামা হেৰুৱাই একোটা পঙ্গু জীৱন যাপন কৰিছে, সমাজত লাঞ্ছিতা, অপমানিতা হৈ কিমানে যে পশুতকৈয়ো অধম একোটা জীৱন অতিবাহিত কৰিছে। সেইবোৰ দেখি শুনি মধুমালা নেওঁগৰ অন্তৰে কান্দি উঠিছে। আগাৰ পাছ পৰি থকা গাওঁ বিলাকত, সামাজিক ৰীতি-নীতিৰ বশবৰ্ত্তী হৈ, কিমান যে বোৱাৰী, কিমান জীয়াৰীয়ে অৰ্দ্ধমৃতা হৈ জীয়াতু ভুগিছে তাৰ সীমা সংখ্যা নাই আৰু তাকে দেখি মধুমালাৰ কোমল অন্তৰ, অভাৱী অন্তৰ কেতিয়াবা শোকত ম্ৰিয়মান হৈ পৰিছে। কেতিয়াবা স্তব্ধ হৈ জীয়াই থকাৰ আশাকে হেৰুৱাই পেলাইছে। তথাপিও ভাৰতৰ তথা অসমৰ সামাজিক পৰিবেশ আজিও এনেকুৱা

যে মহিলাই নিজৰ যোগ্য সন্মান আহৰণত ব্যৰ্থ হোৱাৰ বাবেই সমাজত আজিও এটা এটা অতি অৱহেলিত জীৱন যাপন কৰিব লগা হৈছে। সেইবোৰ দেখি শুনি, মধুমালাহঁতৰ দৰে সমাজৰ সেৱাক, জীৱনৰ ব্ৰত বুলি আগবাঢ়ি অহা মহিলাৰ অন্তৰে কান্দি উঠে। বুকুৱে হাহাঁকাৰ কৰি উঠে। কিন্তু মধুমালাহঁত নিৰুপায়!

মধুমালাই নিজৰ জীৱনৰ, অভাৱবোধৰ, শূন্যতাখিনি পূৰাবলৈকে, দেশৰ কামত, দশৰ কামত লাগি থাকে আৰু লাগি থাকে কমল নেওগৰ জীৱনৰ অভাৱবোধ আৰু শূন্যতাক পূৰ্ণ কৰাৰ প্ৰয়াসত। কেতিয়াবা মনে মনে ভাৱে মধুমালাই। জীৱনত এগৰাকী স্ত্ৰী হিচাবে, এগৰাকী পতিব্ৰতা নাৰী হিচাবে মধুমালাই বাৰু স্বামী কমল নেওগৰ জীৱন পূৰ্ণ কৰিব পাৰিলেনে নাই ?



তথাপিও জীৱনৰ কোনোবা এটা মুহূৰ্ত্তত মধুমালা অন্যমনস্ক কিবা যেন বিঙা বিঙা বিক্ত উদাস ভাৱ এটাই মনৰ আকাশ ছাটি ধৰে। পৃথিৱীত জীয়াই থকাৰ মোহেই মধুমালাৰ হেৰাই যায়। তথাপিও তেওঁলোকৰ এই সংঘৰ দায়িত্বত থকা অনাথ আশ্ৰমখনৰ কণ কণ শিশুহঁতৰ সেৱাতে ব্ৰতী হৈ থকা, ছোৱালী পৰিচাৰিকাহঁতৰ সকলো কাৰ্য্যৰ মাজতে যেন মধুমালাই নিজৰ জীৱনৰ অভাৱবোধৰ পূৰ্ণতা দেখিবলৈ পায় আৰু সেয়েহে মহিলা সকলৰ মাজত যি কোনো সামাজিক অগ্ৰগতিৰ কামত আত্ম-নিয়োগ কৰি মধুমালাই মনত শান্তি পায় আৰু পায় জীয়াই থকাৰ প্ৰেৰণা!!

তথাপিতো নিজৰ মনৰ দৈন্যতা বোধৰ বেদনাই কোনো কোনো মুহূৰ্ত্তত মধুমালা নেওঁগক একেবাৰে অৱশ কৰি পেলায়। সেয়েহে সেইদিনা সেউজপমা গাঁৱত মহা সমাৰোহেৰে কৰি অহা নাৰী সংঘৰ সভাখনৰ শেষত বৰ উদাস উদাস যেন লাগিছিল মধুমালা নেওঁগক। কি যে বেদনা, কিযে হতাশা। কিবা যেন নাই নাই ভাৱ! মুঠতে

সেই সভাখনৰ পৰা উলটি অহাৰ পাছত মধুমালাৰ মনটো একেবাৰে যেন ভাগি পৰিছিল। তাতে যেন কিবা অজান খং আৰু আৱেগত কমল নেওগে কোৱা কথাখিনিয়ে মধুমালাৰ অন্তৰ যেন চুৰমাৰ কৰি দিছিল। মনৰ নিভৃতত ফল্গুৰ দৰে বৈ থকা বেদনাই মধুমালাক যেন মুমুৰ্ষ কৰি পেলাইছিল। নেওঁগৰ এষাৰ কথা, 'থোৱা থোৱা সকলোতে প্ৰেৰণা লাগে দিয়া কেৱল মাতৃ হলেই নহয় সজ গুণ-বান লৰা গঢ়ি তুলিবলৈ বহুতো ত্যাগ লাগে। কথাকেইটাই কিয় জানো সেইদিনা মধুমালাৰ বুকুত যেন শেলহে মাৰিলে।

মধুমালা মাতৃ হব নোৱাৰিলে। সেয়াতো মধুমালাৰ দোষ নহয়; তথাপিও নিজৰ মৰ্মবেদনা মনতে লুকুৱাই ৰাখি আ'জ অন্তৰত্বে চোন মধুমালাই, সমাজ সেৱাকে জীৱনৰ ব্ৰত কৰিবলৈ, নিজৰ জীৱনৰ অভাৱবোধ, শূন্যতা সকলো পাহৰি আছে জীৱনৰ প্ৰতিটো ক্ষেত্ৰতে এগৰাকী মাতৃৰ দায়িত্বেৰে। এগৰাকী মাতৃৰ চেনেহেৰে ঘৰখন জানো চলোৱা নাই মধুমালাই! কোনোদিনতো মাতৃ হব নোৱাৰা দোষৰ বাবে স্বামী কমল নেওঁগক মধুমালাই মনোকষ্ট দিয়া নাই! তথাপিও আজি বাৰু কিয় এনে হল? পাৰভঙা বেদনাৰ ঢলে মধুমালাৰ জীৱনলৈ আজিহে যেন বহুতো শূণ্যতা নমাই আনিলে। মধুমালাৰ মনটোৱে হাহাঁকাৰ কৰি উঠিল। মধুমালাই ৰাতি নীৰৱে গাৰুটোত মুৰ গুঁজ বহুপৰ উচুপি উচুপি কান্দিলে! পুত্ৰহীনা, কন্যাহীনা, সন্তানহীনা মধুমালাৰ চকুপানীয়ে গাৰুকে তিয়াই পেলালে, মনৰ ভাৱাবেগৰ মাজতে এটা সময়ত মধুমালাৰ চকুৰ পতালৈ টোপনি নামি আহিল মধুমালাই বিৰ বিৰকৈ যেন কৈ উঠিল, "ভগৱান কমলক সুখী কৰা। তেওঁক যি মই দিব নোৱাৰিলো সেয়া যেন তেওঁ পৰজন্মত পায়"।

পুৱাবে পৰা সভা সমিতি আদিত ব্যস্ত হৈ ঘূৰি ফুৰা কমল নেওঁগৰ সেইদিনা যে কি গভীৰ নিদ্ৰা! পুৱা ভালেখিনি বেলি হলতহে নেওঁগে সাৰ পালে আৰু কাষত বিছনাখনতে পৰি থকা মধুমালাক

দেখি নেওঁগ আচৰিত হৈ গল! কোনোদিনতো মধুমালা ইমান পৰলৈ শুই নাথাকে! আজি কি হল? লৰালৰিকৈ খপ্‌জপ্‌কৈ উঠি নেওঁগে আঠুৱাখন দাঙি চালে। মধুমালা যেন অচেতন! গাত হাত দি উচপ খাই উঠিল নেওঁগ। মধুমালা আৰু নাই। গোটেই গা চেচা। একে উশাহতে নেওঁগ বাহিৰলৈ ওলাই আহিল। তেওঁৰ চিঞৰৰ বাখৰত গোটেইখন হুৱাদুৱা লাগিল। সকলো মানুহ গোট খালে। লাহেকৈ ধৰি মেলি মধুমালা নেওঁগক বাহিৰলৈ উলিয়াই অনা হল। লাহে লাহে মধুমালা নেওঁগৰ মৃত্যুবাতৰি বনজুইৰ দৰে বিয়পি পৰিল। গোটেইখন লোকে লোকাৰণ্য হ'ল!

এটা সময়ত, অগনণ গুণমুগ্ধ লোকৰ সমাৱেশত, অশ্রুসিক্তা মহিলা জীয়াৰী বোৱাৰীহঁতৰ ক্ৰন্দন আৰু বিলাপৰ মাজত জীৱনত একোকে নোপোৱা আৰু হয়তো পায়ো হেৰুওৱা এখনি ভগা অন্তৰ লৈ, মধুমালা নেওঁগৰ পাৰ্থিৱ শৰীৰ, চিতাৰ অগ্নিশিখাৰ মাজত বিলীন হৈ গল! ৰৈ গ'ল মাথো স্মৃতি!



# পলাশৰ ৰঙা ৰং

সেইদিনাখন মাঘমাহৰ ৰাসপূর্ণিমা। নীলিম আকাশ বুকুত ৰূপালী জোনবাই যেন এখন ৰূপৰ কাঁহীহে হৈ জিলিকিছে জোনবাইৰ আশে পাশে হেজাৰ হেজাৰ চিকিমিকি তৰাৰ মেলাহে যেন বহিছে। মুঠতে নীলিম আকাশৰ চিকিমিকি তৰাৰ জিলমিলনিয়ে, তলৰ পৃথিবী-খনত সকলোৰে মন মুহিছে। সকলো মানুহৰে মনত এটা মিঠা কোমল-ভাৱ। সকলোৰে অন্তৰবোৰ যেন মিঠা জোনাকবোৰৰ দৰেই কোমল !!

সেই ৰাসপূর্ণিমাতে, নগৰখনৰ বিখ্যাত চাহখেতিয়ক, জগত বৰুৱাৰ প্ৰাসাদোপম অট্টালিকাত মানুহৰ দলদোপ হেন্দোলদোপ। জগত বৰুৱাৰ একমাত্ৰ পুতেক অনুপম বৰুৱাৰ আজি বিয়া' গোটেইখন মানুহ-দুনুহ, গাড়ী ঘোৰাৰে খদ্‌মদম্ ! কেউফালে মানুহৰ ব্যস্ততা। বিৰাট শ্বামিয়ানাৰ তলত মানুহ বহা ৰভা। মানুহেৰে পৰিপূৰ্ণ। অহা আহিছে, যোৱা গৈছে-খোৱাই খাইছে, সঙ্গীতৰ মূৰ্চ্ছনা। তাতে আকৌ ৰভাতলত সকলোৱে কোৱাকুই কৰিছে, কইনা যদিও বৰ অৱস্থাপন্ন ঘৰৰ জিয়াৰী নহয়। তথাপিও যেন সাক্ষাৎ লক্ষী ৰূপবো তুলনা নাই !! কোনো কোনোৱে আকৌ মন্তব্য দিছে, কিজানি অসমৰ ভিতৰতে ধুনীয়া। এনেয়ে নগৰখনত জগত বৰুৱাৰ ঘৰখনৰ এটা ডাঙৰ সুনাম আছে ব্যৱহাৰত অতি অমায়িক জগত বৰুৱা আৰু তেখেতৰ পৰিবাৰ মণিকা বৰুৱাক ভাল নোপোৱা মানুহ নাই। সকলোৱে যেন মাতৃস্বৰূপা মণিকা বৰুৱাৰ বাবে বেছি আগ্ৰহী। মণিকা

বকৰাও অতি চহকী ঘৰৰে সন্তান। তথাপিও কোনো অহঙ্কাৰ নাই। সকলোৰে প্ৰতি সমান ব্যৱহাৰ। ধনী দুখীয়া সকলোৰে প্ৰতি অতি অমায়িক ব্যৱহাৰ। কোনো বিপদতে সহায়ৰ হাত আগনবঢ়োৱাকৈ থকা নাই মণিকা বকৰাই — সকলোলৈকে। সেয়েহে তেখেতৰ একমাত্ৰ পুত্ৰ অনুপম — অনু পোনাৰ মাকদেউতাক দুয়ো মৰমচেনেহেৰে আতোল-তোলকৈ তুলিছে। অনুপমো উপযুক্ত সন্তানেই হৈছে। আৰু সেই বাবেই হয়তো আজি জগত বকৰাৰ ঘৰখন মানুহেৰে উদুলি-মুদুলি! সকৰে পৰা সুশিক্ষাৰে ডাঙৰ-দীঘল কৰা অনুপমো, উপযুক্ত পিতৃ-মাতৃৰ উপযুক্ত সন্তান। সদায় হাঁহি মুখীয়া আৰু বিশেষকৈ অহঙ্কাৰহীন, অমায়িক, মিঠা ব্যৱহাৰে অনুপম বকৰাক সকলোৰে আপোন কৰি তুলিছে। সেয়েহে আজি বিয়াৰ দিনা জগত বকৰাৰ ঘৰখন মানুহেৰে পৰিপূৰ্ণ!! অনুপমে মাকৰ ছত্ৰছায়াতে থাকি, ডাঙৰ-দীঘল হৈ, দেউতাক বাগিছাকিখনৰ পৰিচালনাত লাগি থাকি নিজৰ সংমনৰ পৰিচয় দিছে. বাগিছাবোৰতো অনুপমক বেয়া পোৱা মানুহ খুব কামইহে ওলাব! দেউতাক জগত বকৰা যদিও বাহ্যিক ভাৱে দেখাত গহীন গম্ভীৰ, ভিতৰি ভিতৰি কিন্তু তেওঁৰো এটা উদাৰ বহল মন আছে। আৰু সেই মনৰ পৰিচয়ো সকলোৱে পাইছে। একমাত্ৰ পুত্ৰ-সন্তানৰ সুশিক্ষাৰ ব্যৱস্থা কৰাৰ উপৰিও পৰিয়ালৰ আপোন মানুহৰ বহুতো দুখীয়া লৰা ছোৱালীক সকৰে পৰা আশ্ৰয় দি পঢ়ুৱাই শুনোৱাই, শিক্ষিত কৰি ঘৰলৈ পঠাইছে বকৰাই। এতিয়াও কেবাজনো ভতিজাক, ভাগিনীয়েক বকৰাৰ লগতে থাকে! তেওঁলোকেও পাৰ্য্যমানে বকৰাৰ প্ৰতি, বকৰাৰ ঘৰখনৰ প্ৰতি ঋণী হৈ, ঘৰখনৰ প্ৰতিটো কামতে, যিমান পাৰে সহায় কৰি বকৰাৰ ঋণ পৰিশোধৰ চেষ্টাহে যেন কৰে। মুঠতে একমাত্ৰ ভতিজা অনুপমৰ আজি বিয়া আৰু আগলৈয়ো নাই, পাছলৈয়ো নাই। গতিকে আপোন মানুহখিনিৰ আন্তৰিকতাৰো অন্ত নাই!! সকলো নিজৰ নিজৰ কামত ব্যস্ত। জগত বকৰাই তেওঁলোকৰ বাবেই একো

ভাবিবলগা হোৱা নাই! আলহী অতিথিক সোধপোছৰতো কথাই নাই, বৰুৱা-বৰুৱাণীৰ আন্তৰিক সহজ সৰল ব্যৱহাৰে সকলো অতিথিকে মুগ্ধ কৰিছে। দুহাত তুলি সকলোৱে আশীৰ্ব্বাদ কৰিছে, অনুপমৰ উজ্জল ভৱিষ্যতৰ বাবে আক আন্তৰি গৈছে একো একোটা পৰিতৃপ্ত মনলৈ। ভুৰিভোজনেৰে পৰিতৃপ্ত হোৱা দুখীয়া লোক সকলৰ তো কথাই নাই। পৰিতৃপ্ত হৈ মুৰৰ চুলি চিঙি আশীৰ্ব্বাদ দিছে দবাকইনাক !!

মুঠতে সেই শুভবিবাহৰ দিনটোত সকলোৰে মুখত কেৱল প্ৰশংসা। তাৰোপৰি যেতিয়া কইনা অকনিমাই, ৰঙা পলাশবৰীয়া বুটা বচা কাপোৰ জোৰ পিন্ধি, পলাশৰ ৰঙাফুল যেন সেন্দুৰৰ কোটলৈ ৰভাতলীলৈ ওলাই আহিল তেতিয়া ৰভাতলীত বহি থকা মানুহখিনি নিৰ্ব্বাকেই হৈ পৰিল। সকলোৱে একেমুখে নকইনাৰ ৰূপ শলাগিলে। ইমান ধুনীয়া চেহেৰাৰ ওখ লনী শৰীৰেৰে এয়া যেন কোনোবা দেৱকন্যাহে। সকলোৱে পৰি পৰি আশীৰ্ব্বাদ দিলে — 'হৰগৌৰী' বসতি হওঁক বুলি। অকনিমাই মূৰ দোৱাঁই সকলোকে প্ৰণিপাত জনালে। কাষতে বগা পাটৰ পাঞ্জাবী, বগা ধুতি পিন্ধি থিয় হৈ থকা অনুপমক দেখিও সকলো উচ্ছসিত হৈ পৰিল। জীৱনত যেন মন জুৰ পৰি যোৱা এই কামটোকে অতি নিয়াৰিকৈ সম্পন্ন কৰিলে জগত বৰুৱাই। পত্নী মনিকা বৰুৱানীয়ে ভাবিলে —

"এৰা, এয়াচোন সাক্ষাৎ লক্ষ্মী। ইমান ধুনীয়া ছোৱালী আমি এই খনত দেখাই নাই?" — এগৰাকী বয়সীয়া আত্মীয়ই মন্তব্য দিলে। "হয়, বুইছেনে সাদৰী পেহী। কইনা লক্ষ্মী যি লক্ষ্মীয়েই—চোৱাচোন অনুপমাৰ কাষত কইনাক কিমান শুৱাইছে! মণিকা বাইদেউৰ কপাল অতি ভাল দেই"—আন এগৰাকীয়ে লগে লগে উত্তৰ দিলে!

"হেৰা, আইদেউহঁত – ৰবকৈ নকবা, কথবাত মুখচুৰকে লাগিব"—কইনাৰ কাষতে মূঢ়াত বহি থকা নবীনৰ মাক বায়ে মাত দি উঠিল! তথাপিও মহিলা সকলৰ মাজত গুঞ্জনৰ অন্ত নাই! 'সচাঁকৈয়ে উপযুক্ত ছোৱালী

বাচিলে সেই ' মনিকা বাইদেৱে। সততে প্ৰতিটো কামতে মণিকা বৰুৱাৰ লগত লাগি থকা চলিহাণীয়ে মন্তব্য দিলে। আনকি মণিকা বৰুৱাৰ লগৰ ভূঞানী, বৰানীহঁতো অভিভূত হৈ পৰিল নকইনা দেখি। বেতৰ চকীখনত আউজি বহি থকা মোহনী আইতাই তো কৈয়ে উঠিল, " এবা অ' যাৰ যেনে কপাল—চোৱাচোন পলাশৰ বঙা ফুল যেন সেন্দুৰৰ ফোটটোৱে আমাৰ বোৱাৰীৰ মুখখন কেনে ধুনীয়া কৰি তুলিছে " ! এনেধৰণৰ লগৰ মহিলা সকলৰ মন্তব্যত মণিকা বৰুৱানীৰ অন্তৰখন উজ্জ্বলি উঠে। একমাত্ৰ পুত্ৰৰ বাবে উপযুক্ত বোৱাৰী বিচাৰি বৰুৱাণীয়ে জানো কম ঘুৰিছিল ! কতো ছোৱালী পছন্দ নহয় নে নহয়। শেষত যেনিবা যোৰহাট, তিতাবৰৰ কাষৰ এয়া ৰূপত লখিমী যেন বোৱাৰী অকনিমাক পালেগৈ বৰুৱানীয়ে।

মুঠতে সেইদিনা বিয়াঘৰৰ চৌহদত গোট খোৱা মানুহৰ মুখে মুখে নৱইনাৰ কথা। ছোৱালী বিলাকৰো মুখে মুখে সেয়ে কথা। লৰা হঁতৰো জাকে জাকে একেই আলোচনা। মহিলাবো দলবোৰৰ মাজত নকইনা অকণিমাৰহে কথা ! ক'ত যে বিচাৰি বিচাৰি পালেগৈ মণিকা জেঠায়ে। এই সাইলাখ অপেচৰী যেন বোৱাৰীজনী !! তৃপ্তিত মণিকা বৰুৱাৰ অন্তৰ শাত পৰি যায়। হওঁক তেন্তে ঘৰখনলৈ শান্তি আনিব পাৰিলে নিজেই ছোৱালী বিচাৰি ফুৰোতে ফুৰোতে অনুপম যেন বুঢ়া হৈহে যাব এনে ভাব হৈছিল সকলোৰে আৰু আজি এনে এটা ধুনীয়া জোনাকেৰে ৰাসপূৰ্ণিমাৰ এই পবিত্ৰ ক্ষণত। অনুপমে সাক্ষাৎ লক্ষ্মী যেন এই কইনা সুমুৱালেহি ঘৰখনত !!

* * * * *

পাখি লগা কাড়ৰ দৰে পৃথিবীৰ কোলাত দিনবোৰ বাগৰি যায়। পুত্ৰবোৱাৰীৰে সৈতে জগত বৰুৱা, মণিকা বৰুৱানীয়ে এখনি সোণৰ সংসাৰ গঢ়ি তোলে। অনুপমহঁতৰ ঘৰখনৰ। আভিজাত্যৰ মাজত নিজকে সুন্দৰকৈ খাপ খুৱাই, অকনিমায়ো নিজৰ সংসাৰখন নিয়াৰিকৈ চলাই,

সকলোৰে লগত সুন্দৰ সম্পৰ্ক ৰাখি, সুন্দৰ ব্যৱহাৰ কৰি, সমগ্ৰ নগৰ খনেৰে এজনী উপযুক্ত বোৱাৰী হৈ পৰে। সকলোৰে মুখে মুখে অকনিমাৰ ৰূপৰ বৰ্ণনা ব্যৱহাৰৰ বৰ্ণনা মুঠতে জগত বকৱাৰ ঘৰৰ একমাত্ৰ বোৱাৰী, অকনিমাক সকলোৱে আদৰ্শ বোৱাৰী বুলি দেখুৱাই। মুঠতে সকলোৰে মানত অকনিমা যেন অসমৰে এজনী আকতজিলিকা বোৱাৰী ! নগৰখনৰ কোনোবা শাহুৱে যদি বোৱাৰীৰ উপমা দিব খোজে, তৎক্ষনাতে দিব অকনিমাক। জগত বকৱাৰ একমাত্ৰ বোৱাৰী ! অকনিমা বকৱা মুঠতে সেই ঠাইৰ অপৰূপা বোৱাৰী। শুনি শুনি কেতিয়াবা আকৌ কোনোজনী বোৱাৰীৰ শাহুৱেকৰ ওপৰত খং উঠি যায়। মাজে মাজে অভিমানো হয়। তথাপিও তেওঁলোক আৰু অকনিমাৰ মাজত যেন এখন বিৰাট ব্যৱধানৰ প্ৰাচীৰ !!

* * * * *

দিনবোৰ গৈ থাকে— আৰু গৈ থাকে মন। এদিন দুজিনকৈ অনুপমহঁতৰ বিয়াৰ এতিয়া চাৰিবছৰেই সোমালহি ! বছৰবোৰ পুৰণা হল, পুলি পুলি গছবোৰ বৰ বৰ এজোপা হ'ল, ফলেফুলে জাতিস্কাৰ হৈ পৰিল। বয়সৰ পৰ্য্যায়ত জগত বকৱা আৰু মনিকা বকৱা আৰু বৃদ্ধ অৱস্থালৈ আগবাঢ়ি গল। অকনিমাও আগতকৈ কিছু শকত আৱত হৈ পৰিল, অনুপমো যেন আগতকৈ কিছু গহীন, কিছু গম্ভীৰ হল। কিন্তু জীৱন চোন আজিও অপূৰ্ণ হৈয়ে ৰল। দিনে ৰাতিয়ে ভাবে আৰু আশা কৰে মনিকা বকৱাই। এটি শিশুৰ কলকলনিয়ে যেন ঘৰখন মুখৰিত কৰি তুলিব। ঘৰখন গুঞ্জৰিত হব। কিন্তু সেই আশাও চোন পূৰণ নহয় মণিকা বকৱাৰ ! বহু আশাৰে বহু কামনাৰে মনিকা বকৱাই, সৰ্ব্ব সুলক্ষনীয়া চাই বোৱাৰী আনিছিল ঘৰলৈ। আজি চোন অন্তৰতা হাঁহাকাৰেৰে গোঁসাইঘৰৰ থাপনাৰ কাষত আকুল হৈ পৰি থাকে মনিকা বকৱা। এটি সন্তান দিয়া প্ৰভু, এটি সন্তান দিয়া। ঘৰখন জিলিকি উঠক !! ঈশ্বৰ কিন্তু এইক্ষেত্ৰত নিৰুপায় যেন লাগি যায় মনিকা বকৱাৰ।

বিয়াৰ পাছৰে পৰা লক্ষী নাম পোৱা অকনিমা যেন লাহে লাহে কুলক্ষনীয়াহে হৈ পৰে। জগত বৰুৱা পুৰুষ হলেও কেতিয়াবা তেওঁৰ মনোভাবো বেলেগ হৈ পৰে। ইস্ নাতিপুতি এটা হোৱাহলে অনাগত বংশধৰৰ আশাত ব্যাকুল হৈ উঠে জগত বৰুৱা আৰু মনিকা বৰুৱা ! কিন্তু অলক্ষিতে হাগে হাঁহে বিধাতাই। এৰা পৃথিবীখন এনেকুৱাই। একালে যদি সুখ, ঐশ্বৰ্য্য বিভূতি সকলো হয় আনকালে কিবা এটা অপূৰণীয় অভাৱ বৈ যায় ! এটি শিশুৰ কলকলনিৰে ঘৰখন মুখৰিত কৰি তোলাৰ কথা ভাবি থাকোতে থাকোতে আৰু এটা বছৰ পাৰ হৈ যায়। সময়তো কাৰো বাবে বৈ নাথাকে। অন্তৰকিখন তেওঁলোকৰ ক্ষোভ আৰু হতাশাৰে ভৰি পৰে জগত বৰুৱা আৰু মণিকা বৰুৱা দুয়োৰে ভবিষ্যত বংশধৰ নহলে। এইখন ঘৰৰ মান মৰ্য্যাদা, যশস্যা সকলোবোৰ দেখোন ফুটুকাৰ ফেন যেনহে হব !!। পুৰণিকলীয়া ৰজাদিনীয়া বৰুৱাবংশ চোন উত্তৰাধিকাৰী বিহীন হৈ ৰব। কিয়জানো আজিকালি অপৰূপা ৰূপ লাৱণ্যময়ী অকণিমাক দেখিলে মণিকা বৰুৱাৰ মুখখন যেন কোচ খাই যায়। কিবাযেন কুলক্ষণীয়া, দেখিব নলগা বস্তুহে দেখিছে তেনেকুৱা কৰে— বিয়াঘৰৰ মন মুহি নিয়া কইনা এতিয়া যেন বন্ধ্যাহে। মণিকা বৰুৱাৰ বুকুখনে হুমহুমাই যায়। ইমান লক্ষীযেন ছোৱালী বিয়া কৰাই আনিও তেওঁৰ আজি এইটো কি অৱস্থা হল ? লাহে লাহে দিনবোৰ আৰু আগবাঢ়ি গল। প্ৰায়েই বাগিছাকিখনৰ কামত অনুপমে কলিকতা দিল্লী, গুৱাহাটী হৈ ঘূৰি ফুৰিব লাগে। কেতিয়াবা এতিয়াৰ অকলশৰীয়া বোৱাৰী অকণিমাৰ অকলে অকলে আমনি লাগি যায়। সংসাৰখনততো চকু দিলেই হয়। কামবন একো কৰিবই নালাগে তথাপিতো অনুপম নাথাকিলে অকণিমাৰ মনটো তেনেই বিভা বিভা লাগে। ঈশ্বৰে ইমান সুখৰ মাজতো বাৰু এয়া কি যাতনা দিছে তাইৰ জীৱনত। কেতিয়াবা হতাশাত, কেতিয়াবা অনুশোচনাত, লক্ষীপ্ৰতিমা যেন অকণিমাৰ মনৰ

আনন্দ নাইকিয়া হৈ যায়। জীৱন বৰ কৰ্কশ, কঠোৰ যেন লাগি যায় !! —

সেইদিনা আছিল মঙ্গলবাৰ ! চাহবাগিছাৰ কামতে কলিকতা, শিলচৰেদি গুৱাহাটীলৈ ঘূৰি অহাৰ কথা অনুপমৰ। ৰাতিপুৱাৰে পৰা ঘৰখনত খদ্‌মদ্‌। দেউতাক জগত বৰুৱা ঠিক সময়তে ৰৱাবলৈ পুতেকক অনাৰ ব্যৱস্থাতে ব্যস্ত হৈ আছে। সাধাৰণতে ঘৰতে থাকিলে, কৰবাৰ পৰা অনুপম ঘূৰি আহিলে গাড়ীত জগত বৰুৱায়ে যায়। কেতিয়াবা নাথাকিলে মাক মণিকা বৰুৱা. কেতিয়াবা লগতে বোৱাৰীয়েক অৰুণিমাও যায়— আজি কিন্তু মাক মণিকা বৰুৱা আৰু পত্নী অৰুণিমা ঘৰৰ সকলো কামকাজ ঠিকঠাক কৰাত ব্যস্ত হৈ থকাত, জগত বৰুৱাই নিজেই যাবলৈ ওলাল। মণিকা বৰুৱাই বাৰে বাৰে বোৱাৰীয়েক কৈছে লবাই ভালপোৱা বস্তু কিপদ ৰান্ধি বাঢ়ি থবলৈ। উস্ কিমান দিনৰ মূৰত যে অনুপোনা আহিব এইবাৰ। এনেয়ে ঘৰখন উকা উকা লাগে, তাতে এইবাৰ অনুপোনা প্ৰায় ডেৰমাহমান বাহিৰত। উস্ আমনি লাগি যায়গৈ আৰু !

প্লেন আহি পোৱাৰ ডালেখিনি সময়ৰ আগতেই, ধুনীয়া বগা ৰঙৰ নতুন মাৰুতীকাৰখন লৈ জগত বৰুৱা ড্ৰাইভাৰেৰে সৈতে এয়াৰপৰ্টলৈ বুলি ওলাই যায়। বাটো দূৰ আগতে যোৱাই ভাল। সেয়ে আগতেই গৈ জগত বৰুৱা গহীন গম্ভীৰ খোজেৰে ইফালে সিফালে ঘূৰি ফুৰে। সেইদিনা যাত্ৰীৰো ভিৰ বেছি আৰু সেয়ে নিবলৈ অহা মানুহৰো বেছ ভীৰ ! যাবলৈয়ো আহিছে বহুতো যাত্ৰী— বস্তু মালপত্ৰ জোখাত ব্যস্ত যাত্ৰীসকল। ইপিনে যাত্ৰীসকলক. চিকিউৰিটি চেকলৈ যোৱাৰ কথা ঘোষণা কৰি আছে। যাত্ৰীসকলো আগবাঢ়িছে। ইপিনে শিলচৰৰ পৰা অহা 'ফকাৰ ফ্ৰেণ্ডশ্বিপ' খন লেণ্ড কৰাহিয়ে নাই ! অনুপম 'চিলচৰৰ পৰাহে আহিব ! উণ্ডস থুণ্ডল লাগে মনটো জগত বৰুৱাৰ। সদায়তো প্লেন সময়মতেই আহে। আজি কিন্তু ফকাৰখনৰ দেৰী। দেৰী প্ৰায় এঘণ্টাই

হল। দেবীহলেতো ঘোষণা কৰি দিয়ে আজিনো আৰু' কি হল ? প্লেনৰ যাত্ৰী ঘৰলৈ নিবলৈ অহা ভাগেখিনি মানুহ লগ পালে জগত বকৰাই। সকলোৰে লগত কথা বতৰা হৈ, কেন্টিনতো চাহ একাপ খাই আহিলগৈ ভতিজাকৰ সৈতে। নাই, তেতিয়াও কিন্তু প্লেনখন অহাৰ কোনো উমঘামেই নাই ! এঘণ্টাৰ পাছত আৰু সময় আগবাঢ়ি গ'ল। কিন্তু প্লেনখন পোৱাহিৰ কোনো সংকেত নাই ! সময় গৈ গৈ প্ৰায় দুঘণ্টাই হবৰ হল। নাই প্লেন অহাৰ কোনো ঠিকেই নাই !` কিবা অজান আশংকাত বুকুখন দুক দুক কঁপি উঠে জগত বকৰাৰ। পোনাটোৰ কিবা হোৱা নাই তো ? বাৰে বাৰে অফিচত খবৰ কৰে, অফিচতো ব্যস্ততা। নাই কন্ধাৰখনৰ লেণ্ডিং কৰাৰ কোনো খবৰেই নাই ! এয়াৰপৰ্টৰ ৱায়াৰলেচতো কোনো সংকেত ধ্বনি নাই ! গতানুগতিক ভাৱে কাম কৰি থকা এয়াৰপৰ্টৰ মানুহখিনিৰ হয়তো তাৰবাবে কোনো উত্তেজনা নাই। কিন্তু জগত বকৰা ? কিয় জানো আজি জগত বকৰাৰ অন্তৰ খনে যেন কান্দি উঠিছে। কিয় জানো আজি একো ভাল লগা নাই ! ! প্লেনখনে শিলচৰৰ এৰোড্ৰামৰ পৰা বহুতো যাত্ৰী লৈ উৰা মাৰিলে। কিন্তু তাৰ আঠমিনিট পাছতে এয়াৰ পৰ্টৰ লগত যোগাযোগ হেৰাই গল প্লেনখনৰ ! উৎকণ্ঠাৰে মনবোৰ ভৰি পৰে জগত বকৰা আৰু যাত্ৰীৰ বাবে বৈ থকা আপোন মানুহবোৰৰ মন ! ইতিমধ্যে বহুতো বেলি হোৱা দেখি ঘৰৰ পৰা মনিকা বকৰাই দুবাৰ ফোন কৰিলে মণিকা বকৰাই ! বৰ আচৰিত কথা আজি বাৰু কি হ'ল ? এয়াৰ পৰ্টৰ লগত যোগাযোগ বিছিন্ন হল কেনৈ ? মনৰ শান্তি নোহোৱা হৈ পৰে জগত বকৰাৰ। কিয় জানো বাৰে বাৰে মনত পৰি যায় অকনিমাৰ মুখখন। মনটো বাৰু চঞ্চল হৈ উঠিছে কিয় ? মনত অকনো শান্তি নোহোৱা যেন লাগিছে ! শিলচৰ এয়াৰপৰ্ট কেতিয়াবাই এৰিলে অথচ গুৱাহাটী নাপায়হি কিয় ? সময় কিন্তু পাখিলগা কাড়ৰ দৰে গৈয়ে আছে, গৈয়ে আছে। বোৱা নাই ! !

লাহে লাহে ছুৰুন্টাও পাৰ হৈ গ'ল। আন্ধাৰো নামি অহাৰ উপক্ৰম। প্লেনখনৰ কিন্তু গুৱাহাটীৰ লগত কোনো যোগাযোগেই নহল? ব্যস্ত হৈ লৰাঢপৰা আৰম্ভ কৰি দিলে এয়াৰপৰ্টত গোটখোৱা মানুহখিনিয়ে। উত্তেজনা বাঢ়ি গল আৰু এটা সময়ত সকলোখিনি মানুহ স্তব্ধ হৈ গ'ল যেতিয়া শুনিলে শিলচৰ এয়াৰপৰ্ট এবাৰ মাত্ৰ আঠমিনিটৰ পাছতে 'ফকাৰ ফ্ৰেণ্ডশ্বিপ' প্লেনখনৰ এয়াৰ অফিচৰ লগত যোগাযোগ হেৰাই গ'ল। উত্তেজনা আৰু বাঢ়িল। মানুহখিনিৰ ধৈৰ্য্য হেৰুওৱাৰ উপক্ৰম হল। নাই প্লেনৰ কোনো খবৰ নাই। বহুতৰে আশা, কিজানিবা প্লেনখন নাহিলেই, তাতে বৈ গ'ল— লাহে লাহে গধুলীও হ তেতিয়াও কোনো খবৰ নাই। তাৰ পাছতহে খবৰ কৰাত উত্তৰ আহিল অফিচলৈ। ফকাৰ ফ্ৰেণ্ডশ্বিপ প্লেনখন মিচিং। শুনি জগত বৰুৱাৰ যেন সম্বিতেই হেৰাই গ'ল। ঘৰত অৰুনিমা আৰু মনিকাৰ চিন্তা দূৰ কৰিবলৈকে বাৰে বাৰে ফোন কৰিলে সকলোৱে প্লেনখন পাবহিয়েই। মনিকা বৰুৱাৰ মনে কিন্তু নেমানিলে। কঁপা অন্তৰেৰে গোসাঁই ঘৰত সোমাই সহস্ৰ নাম জপিবলৈ ধৰিলে, মোৰ বোপাইক, মোৰ অমূপোনাক ঘূৰাই আনা প্ৰভু, ঘূৰাই আনা প্ৰভু—। আৰু অৰুনিমাই, বলিয়া মানুহৰ দৰে এবাৰ বাহিৰলৈ, এবাৰ ভিতৰলৈ দৌৰাদৌৰি কৰিবলৈ ধৰিলে। কামৰ মানুহ বৰাইঁত গেটৰ কাষতে বৈ যিমান দূৰলৈকে পাৰি মালিক জগত বৰুৱাৰ গাড়ী দেখিবলৈ বৈ থাকিল। নাই গাড়ীও নাই, কোনো খবৰো নাই!

লাহে লাহে পৃথিৱীলৈ ৰাতিৰ আন্ধাৰ নামি আহিল আৰু তীব্ৰ অন্ধকাৰ নামি আহিল জগত বৰুৱাৰ আত্তোলতোল ঘৰখনলৈ; এয়াৰপৰ্টত বৈ বৈ, এটা ভগা মন, এখন থকাসৰকা হোৱা অন্তৰলৈ ঘৰলৈ ঘূৰি আহিল জগত বৰুৱা। ৰাতি মিচিং প্লেন যাব নোৱাৰা বাবে অধীন আগ্ৰহেৰে সকলোৱে বাট চালে ৰাতিপুৱালৈ। খোৱা শোৱা টোপনি সকলো গল অৰুনিমা মনিকা বৰুৱা

হ'তব। কেৱল নিদ্ৰাহীন ঘোলা চকুৰ দৃষ্টি লৈ, অন্তৰ ভৰা উৎকণ্ঠাৰে ৰৈ গল তিনিও অনুপম ঘৰলৈ ঘুৰি অহাৰ আশাৰে !!

ৰাতিপুৱাতে, হুলস্থুল লাগি পৰিল। দলেদলে মানুহ এয়াৰ পৰ্টলৈ গৈছে, পুৱাতেই ফাৰ্ষ্ট এইড্ লৈ হেলিকপ্টাৰ উৰিলেই কিন্তু তথাপিও কোনো খবৰ নাই প্লেনখনৰ। সেই দুৰ্ভগীয়া প্লেনখনৰ যিখনত অনুপমৰ দৰেই আৰু বহুতো যাত্ৰী আহিছিল ঘৰলৈ বুলি !!

নাই, দিনটো পাৰ হওঁ হওঁ প্লেনৰ কোনো খবৰ নাই। পাছ-দিনা আবেলিলৈ অফিচলৈ খবৰ আহিল। সেই দুৰ্ভগীয়া ফকাৰ ফ্ৰেণ্ড-শ্বিপ প্লেনখনৰ ধ্বংসাৱশেষ দুটা পাহাৰৰ মাজত দেখিছে অন্য প্লেনে। বৰাইল পৰ্ব্বতৰ কাষত, কক'পিট পাহাৰৰ মাজলৈ সোমাই যোৱা অৱস্থাত প্লেনখন দেখা গল। লগে লগে তাৰ মানুহবোৰৰ খদমদম লাগিল, যাত্ৰী সকলৰ আপোন মানুহখিনিৰ শোকৰ মিনমি উঠিল। জগত বৰুৱাই তাৰ পৰাই যাত্ৰা কৰিলে শিলচৰৰ ফালে। অনুপোনাক বিচাৰি আনিবলৈ। বহুজনে হেৰুৱা আপোনজন বিচাৰি পাহাৰৰ সেই ঠাইখিনিলৈকে বগুৱা বাই বাই উঠিল। কিজানি কোনোবা যাত্ৰী জীৱিত হৈ আছেই ! কিন্তু সেই ঠাইত পৰি আছিল প্লেনখনৰ নজ্বলা, নভগা কিছুমান অংশ। গছে পাতে লাগি আছিল কিছুমান কাপোৰ-কানি কিন্তু তালৈ কোনো মানুহে আৰু তাত অনুপম বৰুৱাৰ কোনো চিন নাপালে ! — শেষ হয় উঠি অহা জীৱন !

আৰু এইদৰেই শেষ হৈ গল লখিমী বোৱাৰী অৰুনিমাৰ জীৱনৰ সোণোৱালী দিনবোৰ। গোটেইখন নগৰৰ মানুহেৰে চোতাল ভৰি পৰিছে জগত বৰুৱা ঘৰৰ। জগত বৰুৱা অৰ্থৰ. বাকহীন হৈ পৰি আছে। মনিকা বৰুৱাৰ অচেতন দেহাৰ কাষত মহিলা সকলে কান্দি কান্দি বহি আছে। আৰু অৰুনিমাৰ গাততো জীৱনৰ কোনো লক্ষনেই নাই ! দীঘল কলা চুলিকোচা মেলখাই আছে। দুচকুত অৰ্থহীন নিৰ্বাক চাৱনি। মুখৰ মাত বোল হেৰাই গল। কি ঘৰখন যে কি হৈ গল ?

উচুপি উচুপি কান্দি উঠিল মণিকা বৰুৱাই—বংশধৰ হীন জীৱন—কি যে যন্ত্রণা—ঈশ্বৰে বাৰু কিয় এনে কৰিলে ?

আৰু অৰুণিমা—নিস্তব্ধ, বোবা মূর্ত্তি যেন হৈ পৰিল—নগৰৰ মানুহেৰে ঘৰ ভৰি পৰিল—আৰু পাৰভঙা অশ্রুৰ ঢলেৰে লেতুসেতু হৈ পৰা অৰুণিমাক দেখি সকলো স্তব্ধ হৈ গ'ল—কিন্তু জগৃত বৰুৱাৰ সুন্দৰ ঘৰখন দেখি হিংসা হোৱা ঘৰৰ বাণী আইতাই মাত লগালে অৰুণিমালৈ চাই, "আই, হাতৰ কাণৰ খুলি পেলোৱা—এইবোৰৰ আৰু প্রয়োজন নাই—কোনোবা এগৰাকীয়ে অৰুণিমাৰ হাতৰ বাখৰপতা খাৰুজোৰ সোলোকাই নিলে—অৰুণিমাৰ মনে কিন্তু মনা নাছিল—কিন্তু নাই, যি অৰুণিমাক, প্ৰথমতে সকলোৱে দেখি একে আষাৰতে লক্ষ্মী প্ৰতিমাযেন বুলি কৈছিল, তেওঁলোকেই এতিয়া অৰুণিমাক কুলক্ষণীয়া, স্বামীহন্তা বুলি কবলৈ ধৰিলে।

"ইস্ ইস্ এই কুলক্ষণীয়া যোৱাৰী ঘৰখনত সুমুওৱাৰ বাবেই আজি এই সোণৰ সংসাৰখন শেষহৈ গল"—বিধবা পেহী চাৰুলতাই চিঞৰি উঠিল, আৰু অৰুণিমাৰ জীৱনটোতো শেষেই হৈ গ'ল—জীয়াই থকাৰ বাসনাই হেৰাই গ'ল—দিনবোৰ পাৰ হৈ গ'ল আৰু লাহে লাহে মচ্ খাই গ'ল, সাক্ষাৎ লক্ষীযেন অৰুণিমাৰ শিৰৰ ৰঙা সেন্দুৰ আৰু কপালৰ ৰঙা ফোট—যেন পলাশৰ ৰঙা ৰঙে, বেদনাত ৰঙকে হেৰুৱাই পেলালে—আৰু এখন উকা কপালেৰে, উকা সেওঁতাৰে, গাখীৰ যেন বগা ৰঙেৰে অৰুণিমা মাথো জীয়াই বল জীৱনজোৰা অভিশাপৰ দহন সহ্য কৰিবলৈ—"

— —

# সেন্দুৰ পমাৰ স্বপ্ন

এইখন লুইত পৰীয়া—উৰ্ব্বৰ ধানৰ পথাৰেৰে সাকৰা· সেউজ সুন্দৰ সেন্দুৰ পমা গাঁও—উত্তৰ গুৱাহাটীৰ পৰা ভালেখিনি নিলগত, লুইতৰ বালিচাপৰি ভাঙি ভাঙি, লুইতৰ কাষে কাষে পাৰহৈ পোৱা, এইখন এখন অসমৰ আটকধুনীয়া গাঁও! গাঁওখনত বহুত জীৱন্ত আৰু প্ৰাণ থকা মানুহৰ ঘন বসতিৰে পূৰ্ণ এইখন এখন অসমৰ সোণসেৰীয়া গাঁও। গাৱঁৰ কিছু দূৰে দিয়ে বৈ যোৱা লুইতৰ পানীৰে সাকৰা হৈ পৰা এইখন এখন অসমৰ, জীৱন্ত, জাগ্ৰত মানুহেৰে, প্ৰাণ প্ৰাচুৰ্য্যেৰে ভৰা মানুহৰ গাঁও—বাৰিষা যদিও বৰ লুইতৰ দোকোলটকা বানৰ, সৰ্ব্বগ্ৰাসী প্লাৱণত মাজে মাজে সংকটৰ একো একোটা ঢৌ উঠে গাঁওখনৰ সৰল সহজ মানুহখিনিৰ জীৱনত, তথাপিও যেন তেওঁলোকৰ দুখ আৰু দুৰ্গতিলৈ কোনো ভ্ৰুক্ষেপ নাই—গোটেইখিনি মানুহৰ জীৱনৰ ধাৰা যেন একে সোতেই বৈ গৈছে- একেটানেই বৈয়ে আছে !!— নাই কোনো পৰিয়াল— নাই কোনো হাই কাজিয়া—সকলোটি যেন মিলিজুলি, ধানখেতি, মাহখেতি আলুখেতি, কুঁহিয়াৰ খেতি কৰা আদি এশ এটা কথাতে ব্যস্ত হৈ থাকি গাৱঁৰ সাৰ্ব্বজনীন নাম ঘৰ', সপ্তাহত একেটা বাৰতে সকলোটি সমাবেত হৈ, ভগৱানৰ স্তুতি-গীতৰ লহৰেৰে এই সেন্দুৰ পমা গাৱঁৰ আকাশ-বতাহ মুখৰিত কৰি তোলে—এয়ে যেন একেটা প্ৰাণ একেটা তান আৰু যেন এটা আৱহমান কালৰে পৰা চলি অহা, বৈ অহা—চিৰমিলনৰ সুৰ—!! কোনোবাই যদি কয় এইখন গাঁও পৰম্পৰাহীন, এইখন গাঁও সংহতিহীন— তেতিয়া কিন্তু কোনেও প্ৰমাণ কৰিব নোৱাৰিব—এইখন অসমীয়া সেউজ সুন্দৰ গাৱঁত নাই কি? —ইয়াত আছে বিভিন্ন সম্প্ৰদায়ৰ মাজত

অকুৰন্ত মিলাপ্ৰীতি, একতাৰ দৃঢ় বান্ধোন—গাঁওখনৰে একাষে কেইবাঘৰো মুছলিম সম্প্ৰদায়ৰ লোকৰ বাস—কোনোদিন কিন্তু কোনো কথাতে, তেওঁ লোকৰ মাজত কোনো খুটিয়াখুটিও লগা নাই—মনো মালিন্যও হোৱা নাই !! —লুইতৰ ইকাষলৈ কেইবাঘৰো জনজাতীয় লোকৰো বাস, কোনোবা সময়ত কিবা বিপদত পৰি অসহায় হৈ ইয়ালৈ উঠি আহিছিল, কোনোবা দুৰ্য্যোগৰ দিনত ! —এইখন সেন্দুৰ পমা গাৱঁৰ, মুকলি মনৰ, উদাৰ মনৰ মানুহখিনিয়ে সকলোটিকে সাৱটি লৈছিল একেলগে মিলিজুলি থাকিবলৈ। একেলগে সমাজত বহিবলৈ —এৱা এইখনেই ছাগে তাহানিৰ সংহতিৰে ভৰা ঐতিহ্যপূৰ্ণ এখনি আটকধুনীয়া অসমীয়া গাঁও—যিখনত কোনোদিনে মনৰ সংকীৰ্ণতাৰ কলুষ কালিমাই কাৰো মন কলুষিত কৰা নাই—এইখন যেন আমাৰ অসমী আইৰ, অতি চেনেহৰ, অতি হেপাহৰ এখনি আদৰ্শ অসমীয়া গাঁও—এই চিৰ সেউজ সেন্দুৰ পমা গাঁও—কাষতেই যাৰ চিৰপ্ৰবাহ মান্য ৰবলুইত—!!

*  *  *  *  *

গাঁওখনৰ এমূৰে আহল বহল মুকলি পথাৰখন সন্মুখত লৈ থকা সেন্দুৰপমা উচ্চ মাধ্যমিক বিদ্যালয়খনিত পঢ়িবলৈ আহে মীনা ইংতি, মানি, ইলামণিহঁত, তেজৰঙা মুখৰ ৰূপহী ছোৱালী ইভা ৰংপী, মালা পেগু আৰু বন্তিহঁত—সেই একেখন সহশিক্ষাৰ অনুষ্ঠানতে পঢ়ে সেন্দুৰ পমা গাৱঁৰ ৰচকী, ৰাংঢালী ফুলেশ্বৰী, অমিয়া, নীনাহঁতে—আৰু পঢ়ে মৰম লগা মুখেৰে চৰবিনা, চাবেৰা আৰু মাহমুদাহঁতে—একেলগে উমলি জামলি, হহাঁ কন্দাৰ মাজেৰে সেন্দুৰ পমা গাৱঁৰ দিনবোৰ বাগৰি যায় !!

সেইদিনা আছিল শনিবাৰ !—অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনত, অসমৰ আকাশ বতাহ মুখৰিত হৈ উঠিছে—'জয় আই অসম' ধ্বনিৰে —সমগ্ৰ অসম উথল মাথল—দুলীয়াজানত তেল অৱৰোধৰ বাবে অসহ যোগ—ৰবপেটাত শহীদ হোৱা খৰ্গেশ্বৰৰ আত্মদানত সমগ্ৰ অসমৰ উঠি

আঁহা যুৱক-যুৱতীসকল দেশপ্ৰেমত উদ্বুদ্ধ হৈ উঠিছে—অসমৰ আকাশে বতাহে মাথো সমবেত কণ্ঠৰ ধ্বনি নিনাদিত হৈ উঠিছে—'তেজ দিলেও তেল নিদিওঁ—'জীয়ে অসম, মৰে কোন, এই জুই জ্বলিছে, জ্বলিছে জ্বলিবই মুঠতে লৰা বুঢ়া ডেকা কাৰো গাত তত নাই—আৰু তত নাই সেন্দুৰ পৰা গাৱঁৰ জীয়াৰী বোৱাৰীহঁতৰো—আজি শণিবাৰে বিদ্যালয়ৰ ছুটীৰ পাছতে বিদ্যালয়ৰ চৌহদতে এখনি মুকলি সভা - সকলো যাবলৈ সাজু হৈ আছে—জীয়ৰী বোৱাৰীসকলে সোণকালে বান্ধনিঘৰৰ পৰা আজৰি হবলৈ উখল-মাখল লগাইছে। ইফালে আকৌ চৰকাৰৰ ঘৰৰ পৰাও বেলেগ উখল মাখল—চি আৰ পিৰ বুটজোতাৰ গেৰেপ গেৰেপ খোজত গাৱঁৰ আলিবাটৰ ধূলি উৰি গোটেইখন ধূৱলী কুঁৱলী হৈ পৰিছে—সভালৈ কেবাজনো ছাত্ৰ নেতা আহিবও--তাতে 'এনেয়ে বুঢ়ী নাচনী, তাতে নাতিনীয়েকৰ বিয়া' হোৱাৰ দৰে এটা অৱস্থাৰ সৃষ্টি হৈছে। —গাৱঁৰ আশীবছৰীয়া ককা আইতাৰ পৰা, ছয় সাত বছৰীয়া ভাইটি ভনটিহঁতলৈকে কাৰো গাত গোঁসাই নাই! বিদ্যালয়ৰ বাৰাণ্ডা খনতে থিয় হৈ ইভা, মালা ৰংগীহঁতে, ফুলেশ্বৰীহঁতক চিঞৰি চিঞৰি কৈছে—"চা, আজি হলে আৰু ছুটীৰ পাছত ঘৰলৈ নাযাওঁ—ইয়াতে টিফিন খাই মিটিঙলৈ ৰৈ যাম"—

"ও পাই, মোৰ যে আজি ভোকেই লগা নাই"—লগে লগে উত্তৰ দিয়ে চৰবিনাই—"ও মইতো ভাত খায়ো অহা নাই আৰু নাখাওঁৱো—আজি দেখোন ভোকেই নলগা হ'ল"—"অহঁতে যে কি কথাবোৰ কৰ! আজি আৰু খোৱাবোৱাৰ কথা নাভাবিবিয়েই - আজি মিটিঙত আমি ছোৱালীবোৰহে স্বেচ্ছাসেবিকা। আজি আৰু খোৱাবোৱাবো সময়ো নাই"—ইজনীয়ে সিজনীয়ে কোৱা মেলা কৰে।

"ওঁহো মই হলে অকণমান ঘৰৰ পৰা আহিবগৈ লাগিব দেই—বৌ হেনো ওলাই থাকিব—মই লৈ আহিবগৈ লাগিব, ককা নাই,

টাউনলৈ গৈছে”—চাবেৰাই লগে লগে কলে। “এই চাবেৰা, তই অকলে যাবই নালাগে। আমি গোটেইবোৰেই গৈ দৌৰি আহিমগৈ। ইস্ মনটো যে কেনেকুৱা লাগিছে—আজি সাংঘাতিক মিটিঙ হব দেই”—!! ছোৱালী হ’তৰ চিঞৰৰ বাখৰত বৰ বাইদেউ শশীপ্ৰভা বৰাই ধমক দি কৈ উঠে,” হেৰা, তোমালোকে গণ্ডগোল নকৰিবা—মিটিঙ ছুটীৰ পাছতহে হব—এতিয়াৰ পৰাই উত্ৰাৱল নহবা—তথাপি মিনতি আৰু চামচাদ বাইদেউ হ’তক সুধি ফুলেশ্বৰী, মালাহঁতে ফুলৰ মালা, ফুলদানী আৰু টেবুলক্লথ গোটাই থয়।

* * * * *

এক বাজি যোৱাৰ লগে লগে বিদ্যালয়ৰ ছুটীৰ ঘণ্টা পৰে। —লগে লগে ঘৰাঘৰি যাবলৈ বুলি কিছু লৰা-ছোৱালীয়ে উখল-মাখল লগায়—সোনকালে ঘৰলৈ গৈ অলপ কিবাকিবি খাই মিটিং ২ বজাৰ পৰা আছে, আহিবৰ চোন হলেই !!—এই দৰেইসেইদিনা গাৱঁৰ ইমূৰৰ পৰা সিমূৰলৈ সকলোৰে গাত গুৰু গোঁসাই নাইকিয়া হৈ পৰিল! তথাপিও টাউনৰ পৰা অহা জ্ঞানকাকা আৰু মোলাৰাম ককাইদেৱে যেতিয়া ট্ৰাকৰ’ডত হোৱা বাইজৰ ওপৰত চি, আৰ, পিৰ অত্যাচাৰ আৰু বেতৰ কোবৰ কথা কলেহি তেতিয়াও কিন্তু সেন্দুৰপমা গাঁৱৰ কাৰো মনতে ভয় বা শঙ্কাই দেখা নিদিলে—লগে লগেতো লৰাহঁতে চিঞৰিয়ে উঠিল,

“চৰকাৰে নো দিলে কি ?”

উত্তৰ,

“লাঠী গুলী চি, আৰ পি !!”

—লগে লগে সেইখিনিতে সমবেত হোৱা গাৱঁৰ বাইজৰ উখল-মাখল লাগিল— সভাৰ কাম কৰিবলৈ — কাৰোবাৰ বা ঘৰৰ মানুহ-দুমুহৰ খবৰ কৰাৰ, কাৰোবাৰ ঘৰৰ বা পৰিয়ালৰ মানুহক অনাৰ ব্যস্ততাৰে

সেন্দুৰপমা গাৰঁৰ গোটেইখনতে হুলস্থুলীয়া পৰিবেশ এটাৰ সৃষ্টি হ'ল— ইপিনে গাৰঁৰ সভাৰ আয়োজনো খৰতকীয়া হৈ আহিল, সিপিনে শাসক দলৰ চৰকাৰখো চোকা দৃষ্টি পৰিল সেন্দুৰপমা গাৰঁৰ ওপৰত। তৎপৰতাৰে খবৰ আহিল, সেন্দুৰপমা গাৰঁৰ ওচৰে পাজৰে চি, আৰ, পি আৰু মিলিটেৰীৰ ফ্লেগ মাৰ্চৰ—তথাপিও সভাৰ কাম কিন্তু পাছপৰি নাথাকিল— ফুল আৰু মালাৰে সুসজ্জিত সভাঘৰৰ মঞ্চৰ পৰা ছাত্ৰনেতা সকলে উদাত্ত কণ্ঠেৰে ৰাইজক আহ্বান জনালে— সেই আহ্বানত সজাগ হৈ উঠিল সেন্দুৰপমা গাৰঁৰ আৰু ওচৰ চুবুৰীয়া গাৰঁৰ ৰাইজ!! আবাল-বৃদ্ধ বনিতাৰে সেন্দুৰপমা গাঁও উদুলি-মুদুলি হৈ পৰিল। চাবেৰাজ ফুল, ইভাহঁতৰ স্বেচ্ছাসেবিকা, সেৱকহঁতৰ দলবোৰৰ গাত থৰকাচুটি হেৰাই গৈছিল। মানুহ আহিয়ে আছে— আহিয়ে আছে— ইমান বিৰাট পথাৰখনতো মানুহে নোজোৰা হ'ল! কঁকাল পৰা আইতা ককাৰ পৰা কলকলোৱা অকনি শিশুলৈকে সকলো উত্ৰাৱল— বহিবলৈ পোৱা নাই, থিয় হৈয়ে আছে হৈয়ে আছে— কিন্তু হঠাতেই কি? — হঠাতে চোন ভুতৰ ওপৰত দানহ পৰাদি চি, আৰ, পিৰ লাঠী চাৰ্জ আৰম্ভ হৈ গ'ল। সকলো মানুহ পলাব লগা হ'ল— যেয়ে যি পিনে পাৰে পিয়াপি দিলে— কঁকাল পৰা বৰানী আইতাযে কত পৰি থাকিল— ভৰিভগা কনপাই দদাইদেৱো কত যে লুকাল লেঙুৰীয়াই লেঙুৰীয়াই — কোনেও গমকে নাপালে!!— কিন্তু অসীম ধৈৰ্য্যশীল স্বেচ্ছাসেৱক, স্বেচ্ছাসেৱিকাইতে মাৰ খায়ো ৰাইজক সহায় কৰিবলৈ লাগি থাকিল!— কিন্তু অতবোৰ চি, আৰ. পি, মিলিটেৰীৰ আগত নিৰস্ত্ৰ, সহজ সৰল গাৰঁৰ ৰাইজ কিমান পৰ তিষ্ঠিব?—লাঠীৰ আঘাতত পৰা মানুহ পৰিয়ে থাকিল— ক্ৰন্দণৰত শিশুৱে কান্দিয়ে থাকিল— চিঞৰি চিঞৰি লৰা-ছোৱালী, নাতি-নাতিনী বিচাৰি ফুৰা আইতা ককা, মাক-দেউতাকহঁত থৰ হৈ ৰল— পুলিচী অত্যাচাৰ আৰম্ভ হৈ গ'ল।— কথা বিষম যেন দেখি স্বেচ্ছাসেৱক বিপ্ৰ, নগেন, খলিলুৰ, ভুবন বংপীহঁতে চাবেৰাহঁতক

ৰাবে ৰাবে চিঞৰি চিঞৰি আঁতৰি যাবলৈ ধৰোতে— চাবেৰাৰ ভৰিত লাঠীৰ কোব পৰিল— তাই 'আম্মাআম' বুলি চিঞৰি আলিবাটতে লুটি খাই পৰিল!— তাইক পৰা দেখি ফুল, নীৰুহত দৌৰি তাইৰ কাষ পালেগৈ!!— মুঠতে নিমিষতে হেজাৰজন নিৰপৰাধী গাৱঁৰ বাইজৰ মূৰত খন্তেকতে আকাশী স্বৰগ ভাগি পৰিল— !!

ঘটনা সিমানতে শেষ নহল! তাৰ পাছতো গাৱঁৰ ঘৰে ঘৰে হুলস্থুল লাগি পৰিল— হঠাতে আকৌ হল কি?— নিষ্ঠুৰতা আৰু বৰ্ব্বৰতাৰ প্ৰতীক চি, আৰ, পি আৰু মিলিটেৰীৰ অত্যাচাৰ আৰম্ভ হৈ এইখন সোণ-সেউজীয়া সেন্দুৰপমা গাৱঁৰ অসহায়, জনগন আৰু জিয়াৰী-বোৱাৰীৰ ওপৰত! হেজাৰজনী অসহায় জিয়াৰী-বোৱাৰীৰ ক্ৰন্দনেৰে, সভা বুলি ব্যাকুল হৈ থকা প্ৰতিজন সেন্দুৰপমা গাৱঁৰ মানুহৰ অন্তৰে হাহাঁকাৰ কৰি উঠিল!!— দ্বিধাগ্ৰস্ত ঘৰলৈ বুলি ঘূৰি অহা মানুহখিনিয়ে নিজ নিজ ঘৰৰ অৱস্থা দেখি মূক হৈ ৰল!!— প্ৰতি ঘৰে ঘৰে থকা অসহায়া বোৱাৰী, অসহায়া জীয়াৰীৰ ওপৰত চি, আৰ, পিৰ কি যে অবৰ্ণনীয় অত্যাচাৰ— কত যে ধৰ্ষণৰ করুণ ছবি— কত যে অত্যাচাৰ— কত যে অমানুষিক ধৰ্ষণ নিৰীহ জিয়াৰী বোৱাৰীৰ ওপৰত— কোলাত মাত্ৰ ছমহীয়া কেচুৱা লৈ থকা বোৱাৰী অনিমাই— অচেতন হৈ মজিয়াত পৰি আছে— আঠমহীয়া পোৱাতী তৰামাই, ঘৰৰ চোতালত এটা মৰাশ পৰাদি পৰি আছে— আনকি ভৰিত দুখ পাই পৰি থকা চাবেৰাও সেই উন্মত্ত নৰপিশাচহতঁৰ হাতৰ পৰা সাৰি যাব নোৱাৰিলে— আনকি ডাঙৰ ডাঙৰ লৰা-ছোৱালীৰ মাক নীলিমা বাইদেৱো সাৰি নগল সেই বৰ্ব্বৰহতঁৰ হাতৰ পৰা— মুঠতে পুৰুষ সকল আৰু ঘৰৰ ডাঙৰ ডাঙৰ মানুহখিনি নথকাৰ সুযোগতে, এই নৰপিশাচ চি, আৰ, পি আৰু মিলিটেৰীয়ে নিৰপৰাধী অসমৰ গাভৰু জিয়াৰী-বোৱাৰীৰ জীৱনৰ পবিত্ৰতা শেষ কৰি থৈ গ'ল—

এনে মহা কলঙ্কৰ চিনলৈ বাৰু আৰু কিমানদিন জীয়াই থাকিব এই নিলীমা বাইদেউ, তৰামাই বৌ, অনিমাই মাহীহঁতৰ অত লাঞ্ছিতা হৈ!— মিছা কলঙ্কৰ টীকা কপালত লৈ কিমান বাৰু নীৰবে লাঞ্ছনা সহি এওঁলোক জীয়াই থাকিব এইখন অন্ধকাৰ পৃথিৱীত!!

*        *        *

আৰু এনেকৈয়ে এদিন অসমৰ চিৰ সেউজীয়া গাঁও সেন্দুৰপমাৰ চিৰ আনন্দৰ স্বপ্ন, স্বপ্ন হৈয়ে ৰ'ল— এয়া পবিত্ৰ মহত্বৰ চিনাকি নোপোৱা আৰু কোনোবা ভণ্ড কাপুৰুষ, প্ৰৰোচনাকাৰীৰ প্ৰৰোচনাৰ কবলত পৰি সেন্দুৰপমা গাৱঁৰ মধুৰ স্বপ্ন স্বপ্ন হৈয়ে ৰ'ল— হেজাৰ মাতৃ কলঙ্কিতা হ'ল— হেজাৰ জীয়াৰী-বোৱাৰী ধৰ্ষিতা হ'ল— হেজাৰ নাৰীয়ে জীৱনত জীয়াই থকাৰ মোহকে হেৰুৱাই পেলালে আৰু হেৰুৱাই পেলালে জীৱনৰ সোঁত-জীয়াই থকাৰ বাসনা—যি বাসনাতে উদ্দীপ্ত হৈ ওলাই আহিছিল সেন্দুৰপমা গাৱঁৰ হেজাৰ যুৱক-যুৱতী এই অস্তিত্ব ৰক্ষাৰ সংগ্ৰামলৈ—

আৰু আজি শেষ হৈ গল সেন্দুৰপমাৰ সেন্দুৰী স্বপ্ন— শেষ হৈ গল সোণ সেউজীয়া সেন্দুৰপমা গাৱঁৰ সৰল নিষ্পাপ মনৰ চাৰেকা ফুলহঁতৰ নতুন জীৱনৰ স্বপ্ন— হেৰাই গল অসমীয়া জীয়াৰী-বোৱাৰীৰ অযুত আশাৰ স্বপ্ন— নতুন আশাৰে, নতুন প্ৰাণেৰে, জীয়াই থকাৰ স্বপ্ন!!



# সোঁত সলনিৰ সোঁত

ইচ্ছা কৰিয়েই যেন আজি মনৰ খেয়ালত অলপ বেছিকৈ সাজ-সজ্জা কৰিছিলোঁ। সাধাৰণতে প্ৰায় চল্লিশ বছৰ বয়সত। মোৰ বিটো সাজ-সজ্জাৰ প্ৰয়োজন তাতকৈ যেন বহু বেছিকৈ সাজিছিলোঁ আজি! বেছিও বৰ সজা নাই, আকৌ কমকৈয়ো নহয়—মইতো দেখাত অলপো ধুনীয়া নহওঁ তথাপি মোৰ চকু দুটা সকলোৰে অতলস্পৰ্শী, ধুনীয়া বুলি কয়—চুলি বোৰো কিবা উজ্জ্বলতা এটাবে সনা—চেহেৰাতো তেনে-কুৱা অস্বাভাৱিকতা নাই—মানে সেইবুলি আকৌ কৰ্কশ কলা, লেকৰা ওঁঠ মূৰৰ আগফালে চুলি সেৰেঙা. সৰু সৰু হাত ভৰি, দুচকুৰ পতাত বগা দাগ—সেইবোৰ কিন্তু মোৰ এটাও নাছিল। লিখাপঢ়াও একেবাৰে নোহোৱা নহয়—পঢ়ি শুনি হায়াৰ ছেকেণ্ডৰীটো পাছ কৰিছিলোঁ—সেয়েহে নেকি মনৰ গুপুতত থকা আত্মবিশ্বাসটো মোৰ হেৰাই যোৱা নাছিল।

এই আত্মবিশ্বাসৰ জোৰতেই মই এতিয়া কোমেশ্বৰ বকৰাৰ কাষলৈ আহিছোঁ। পৰবৰ্ত্তী বছৰীয়া ব্যৱসায়ী এই কোমেশ্বৰ বকৰা বোলা মানুহজন। চুলিত তেলে টুপটুপীয়া হৈ থকা কোমেশ্বৰ বকৰা প্ৰায় সত্তৰ, আশী লাখ টকাৰ মালিক! মোকনো বাৰু কোমেশ্বৰ বকৰাই ইমান টকাৰ মাজৰ পৰা চল্লিশ হাজাৰ টকা দিব নোৱাৰিবনে? এখন টিলাই আৰু কাটিঙৰ দোকান খোলাৰ মোৰ ইচ্ছা বহুদিনৰ! নিদিবনে?

কোমেশ্বৰ বকৰাৰ লগত মোৰ এমাহৰহে চিনাকি। ইয়াৰ মাজতে কিজানি বকৰাই মোক ত্ৰিশ বত্ৰিশবাৰ মান কৈছে "ইমান মানুহৰ লগত সভায় দেখা হৈয়ে থাকে, কথা পাতো—ক'তা আপোনাৰ প্ৰতি হোৱাৰ দৰে ভাল চোন কাকো নলগাপেই"—

ময়ো গম্ভীৰ হৈ উত্তৰ দিওঁ—কেনেকৈ হয় বাৰু কওকচোন। আপোনাৰ লগতভো মোৰ জন্ম জন্মান্তৰৰ সম্বন্ধ—সেইটো জানো আপুনি বুজা নাই ?—কোমেশ্বৰ বৰুৱাই, পকাকেচা মিহলি চুলিৰে মূৰটো জোকাৰে—তেখেতৰ চকুৰে মুখে নানা ভাবৰ খেলা—অলপ যেন তন্ময়তা আৰু অলপ যেন আবেগ। তাৰ পাছতে মূৰটো জোকাৰি বৰুৱাই কৈ উঠে, "সকলো ঈশ্বৰৰ ইচ্ছা ! তেওঁ ইচ্ছা কৰিছিল বুলিয়ে আপোনাৰ লগত দেখাদেখি হল হঠাৎকৈ—নহলে বাচে গাড়ীয়ে কতজনৰ লগতেইতো পৰিচয় হয়। কাৰোৰ লগতে বৰকৈ কথাই নাপাতো—

কোমেশ্বৰ বৰুৱা সাধাৰণতে এক বা ডেৰবজাৰ ভিতৰত দোকানখনত ৰহেহি। আজি চোন এতিয়াও পোৱাহি নাই—প্ৰায় দুই বাজো বাজো হলেই !

দোকানখনৰ বেৰৰ কাষত থকা টুলখনতে মই বহি পৰো। চাদৰখন গাত ঠিককৈ লৈ লৈ মই বৰুৱাৰ পুতেকক সোধো 'আপোনাৰ দেউতাক এতিয়াও পোৱাহি নাই' ?

দেউতাৰ লৰা বিনন্দৰ মুখশ্ৰী বৰ নিৰ্বিকাৰ একেবাৰে কৌতুহল হীন ! বয়স কিজানি পয়ত্ৰিশ মানেই হব। কিন্তু ব্যক্তিত্বহীন বাবেই বয়সটো ধৰিব নোৱাৰি। মানুহজন দেখিলে স্ত্ৰীৰ লগত সহবাস কৰা যেনেই নালাগে অথচ দুটি সন্তানৰ পিতৃ এই মানুহজন ! দেউতাকৰ দোকানত, দেউতাকৰ অধীনত কাম কৰে বুলিয়ে নেকি কিবা এটা যেন দাসত্ব সুলভ ছাপ আছে চেহেৰাত !

"দেউতা বেঙ্কলৈ গৈছে, আপোনাক বহিবলৈ কৈ থৈ গৈছে – চাহ খাব নেকি ? "চাহ ?"

"হয়, চাহ, দেউতাই কৈ থৈ গৈছে"—মানুহজনে উত্তৰ দিলে।

চাহ দিয়াৰ কথাওনো দেউতাকে কৈ থৈ যাব লাগে নে ? বেচেৰাৰ বাৰু বুদ্ধিটো পৰিপক্ক হোৱা নাই নেকি ?

—নালাগে, 'এগিলাচ পানীহে খাম' মই কলো।
অই, এবটল পানীলৈ আহচোন—

দোকানৰ সৰু কাম কৰা লৰাটোৱে পানী এবটল আৰু গিলাচ এটা লৈ আহিল—ইয়াক আদেশ দিবৰ সময়ত যেন বিনন্দৰ মাতটো কৰ্কশ যেন লাগে!

এই দোকান থকা ঠাইদোখৰ বেছ গণ্ডগোলীয়া—বি, বৰুৱা পথৰ এনেকুৱা ঠাইতে ইমান ডাঙৰ এইখন দোকান কোবেশ্বৰ বৰুৱাৰ। দোকান ভৰ্তি বস্তুবাহানি—থাকে থাকে সজোৱা কিছুমান চৌখিন—কেতিয়াবা মই বহি থাকোতেই দেখো দোকানৰ কেচ বাকচ ভৰ্ত্তি হৈ পৰে টকাৰে। ইমান যাৰ টকা, তেওঁনো মোক আৰু চল্লিশ হাজাৰ মাত্ৰ টকা দিব নোৱাৰিবনে?

মইতো প্ৰায়ে সদায়েই অহাযোৱা কৰিছো। কত ভাললগা সুখ দুখৰ কথা বৰুৱাৰ লগত পাতিছোঁ। এদিনতো বৰুৱাই অনুৰাধা চিনেমা হলত, মোৰে সৈতে চিনেমা এখনকে চাই আহিলেগৈ। দামী হোটেলত খুৱাইছেও--কিন্তু সেই বিলাকততো মোৰ লোভো নাই, আকাংক্ষাও নাই? মোক লাগে মাত্ৰ চল্লিশ হেজাৰ টকা। নিজৰ ভৰিত থিয় দি এখন চিলাই আৰু কাটিঙৰ দোকান খোলাৰ বাবেই কৰ নোৱাৰা হৈ আছো! লিখা পঢ়াও বেচি কৰিব নোৱাৰিলো। চিলাই কিন্তু ভালেই কৰিব পাৰো। তথাপিও দুজনী, তিনিজনী ছোৱালী চিলাই মেচিন এটা বা দুটা—সেই বিলাকৰ উপৰিও দোকান ঘৰটোৰ বাবে ভাড়াও জানো কমগাল লাগিব! মোক নো কোনে টকা দিব?

নিজৰ বুলিবলৈ কোনো নায়েই। মা দেউতা দুয়ো সকতেই ঢুকাল। থকাৰ ভিতৰত আছে এজনী বাইদেউ। তেওঁলোকৰ অৱস্থা বেছ ভালেই—মোৰ দৰেতো আৰু বাইদেৱে চিলাই ফিলাই লৈয়ে ব্যস্ত নাছিল—

লিখা পঢ়া যথেষ্ট শিকিছিল। চাকৰিও কৰিছিল আৰু চাকৰি কৰি থাকোতে থাকোতেই বিয়া হৈ গৈছিল। এই গুৱাহাটী মহানগৰীতে ভেওঁলোক থাকে। তথাপিচোন সম্পৰ্কক বাখিব নোখোজে! কেতিয়াবা যদি যাও, কয়, ঔ আই! তই নিমাত দেখোন—এই পিনে কৰবাৰ্লৈ আহিছিলি নেকি? বন্ধু চন্দ্ৰৰ ঘৰলৈ—বাঃ তইতো খুব মজাতেই আছ—বিয়া বাৰুও কৰা নাই! তোৰ ভাগ্য ভাল! বিয়া যে কৰা নাই!—অকবাৰ নিচিনাকৈ বিয়া বলীয়া নহবি—বিয়া পতাৰ নিচিনা মূৰ্খামী আৰু একোৱেই নাই আমাৰ কাৰণে'—

কেতিয়াবা কেতিয়াবা তেজৰ সম্বন্ধও বৰ অসাৰ, বৰ মূল্যহীন হৈ পৰে। আৰু সেই তেজৰ সম্পৰ্কৰ বাবেইহে সেই বেদনা যেন বৰ যন্ত্ৰণাদায়কহে হৈ উঠে।

নাই—বিয়া যে আজিও কৰা নাই বা হোৱা নাই তাৰ বাবে মোৰ খুব এটা বেদনাবোধো নাই! মইতো চকুৰ আগতে দেখিছো কিমান সুন্দৰ সুন্দৰ বিবাহিত জীৱন ধংস হৈ যোৱা—জীৱনবোৰ নষ্ট হৈ যোৱাও দেখিছো গতিকে মোৰ আৰু বিয়া নোহোৱাৰ দুঃখ মনত এতিয়া নাইয়েই! তাবোপৰি নিজৰ গাভৰু কালতো অৱহেলাতে কটাই দিলো। অকলে অৰণ্যে নাথাকো—থাকো বেলতলাৰ ফালে—দেউতাৰ দদায়েকৰ ছোৱালী বীণা পেহীৰে সৈতে। আমিতো বীণা পেহীৰ ওচৰতে ডাঙৰ দীঘল হোৱা! পেহাই বৰ কষ্টৰে সংসাৰখন চলায়—ঘৰৰ এটা অংশ ভাড়াত দি পোৱা সামান্য টকাৰেই ঘৰখন চলাব লাগে—তথাপিও হাতৰ কাম মোৰ ভাল বাবেই তাৰ পৰাও কিছু আয় হয়।

নাই—এনেকৈ আৰু নোৱাৰি! ঘৰে ঘৰে ঘূৰি ঘূৰি বৰ কম টকাতে চিলাই শিকাব লগা হৈছে—মানুহবতো স্বভাবেই এনেকুৱা—যিমান কম দি খটাব পাৰে তাকেই বিচাৰে! একোজনক শোষণ কৰি একোজনক তৃপ্তি!।

বীণাপেহীয়েই মোক বৰ বুদ্ধি দি আছে যে এখন দোকান খোলা নামো হব কামৰ দামো পাবি। মই যেতিয়া প্ৰয়োজনীয় টকাৰ কথা কলো তেতিয়া পেহীয়ে কলে—"তোৰ ইমান মানুহৰ লগত চিনাকী —কোনেও নো তোক দোকান এখন খোলাত সহায় কৰি নিদিবনে? তাৰ পাছত চোন পেহীয়ে মোলৈ চাই হাঁহি এটা মাৰি কৈছিল— "তোৰ চোন এতিয়াও ৰূপৰ চমক আছে—ইচ্ছা কৰিলে তই পাৰিবি।" কিয় জানো বীণাপেহীয়ে দেখোন আজিকালি মোক আৰু বিয়াৰ কথা নকয়। ওভোতাই কেতিয়াবা কয় হে,"

বিয়া কৰায়েনো কি স্বৰ্গবাস হব অ' মাজনী—পুৰুষক জানো বিশ্বাস কৰিব পাৰি! মোৰতো লৰা ছোৱালী নায়েই, নহলেই, গোটেই জীৱনটো ক'ত যে ভয়ে ভয়ে কটালো—কিজানি এয়া পেহাৰে আৰু কাৰোবাক বিয়া কৰি আনে! দোষটো মোৰ নহয়—পেহাৰৰ গাতহে— কিন্তু কোনোবাই জানো সেইটো বিশ্বাস কৰিব! মোকহে দোষ দি থাকে সকলোৱে।

সঁচাকৈয়ে বীণাপেহীৰ জীৱনটোতো মই দেখিছোৱেই, পৰ্য্যবেশন কৰিও চাইছো—সদায় ৰান্ধনিঘৰ, ৰন্ধা বঢ়া, দিয়া থোৱা—তাতেই সীমাবদ্ধ! তাৰ বাহিৰে একো নাই--!!

পেহীৰ বিবাহিত জীৱনটো চাওতে চাওতে আৰু কতজনৰ বিবাহিত জীৱন মই চালো—পৰ্য্যবেশনো কৰিলোঁ। মুঠতে সকলো শূণ্যতাৰে ভৰা—সেইদিনাখনতো ওচৰৰে মোহন খুৰাই চিনেমা চাবলৈ গৈ মোৰ বয়সৰে খুড়ীক বৰ দামী কাপোৰ এযোৰকে কিনি দিলে—ঘূৰি আহি উৰ্ম্মিলা খুড়ীয়ে মোক কাপোৰ যোৰ দেখুৱাই হাঁহি হাঁহি, ৰঙ মিলাই ব্লাউজ এটাৰো অৰ্ডাৰ দি থৈ গলহি। সেই মোহন খুৰায়ে এদিন আবেলি মুখখন কিবাযেন কৰি মোক কৈছিলহি- "বলাচোন ললিতা, এদিন বাতিপুৱাই গৈ উত্তৰ গুৱাহাটী ফুৰি আহোঁগৈ"।

মোৰ লগত যাবৰ মন নাযায়নে?
যাবা ?"—

মোৰ আৰু সকলো বিশ্বাস পুৰুষৰ প্ৰতি হেৰাই গৈছিল। মই খুব ভালকৈ লক্ষ্য কৰি দেখিছো যে দুই তিনি বছৰৰ ভিতৰতে বিবাহিত জীৱনবোৰ কেনেকৈ যেন মৰি যায়। মৰমৰ সম্পৰ্কৰ মাজত সাংসাৰিক লেনদেন আৰু নিমখ হালধি মচলাৰ গোন্ধ একাকাৰ হৈ যায়। তাতকৈ মই এতিয়াও যে কুমাৰী, মোৰ স্বাস্থ্যও অতি ভাল, মোকতো কোনো পুৰুষেই স্পৰ্শ কৰা নাই—এইবোৰ ভাবি মোৰ মনটো ভাল লাগি থাকে। বহুতো বোৱাৰীৰ চকুত সেইকাৰণেহে মই খঙো দেখিছো। পুৰুষৰ ব্যস্ততা, মুগ্ধতাও মোৰ চকুত নপৰাকৈ থকা নাই— মই কিন্তু সেইবোৰ উপভোগ কৰিব পৰা নাই। মোৰ কেতিয়াবা দুখো লাগে! তথাপিও যি কোনো কাৰণতেই নহওক, মই এইবাৰ মৰীয়া হৈ কোষেশ্বৰ বৰুৱাৰ লগত সম্বন্ধ পাতিছো— ভাবৰ আদান-প্ৰদান কৰিছো— কোষেশ্বৰ বৰুৱা বৃদ্ধ, গৃহস্থ আৰু সৰ্বোপৰি ধনী। ঈশ্বৰৰ নাম কীৰ্ত্তনত কেতিয়াবা মগ্ন। মই তেখেতক ইমান মন ভাল লগোৱা কথা বোৰ কৈ থাকো তেখেতেনো মোক মাত্ৰ চল্লিশ হেজাৰ টকা তাৰ বিনিময়ত নিদিবনে? মোৰ দোকান খন ভালকৈ চলিলেই মই লাহে লাহে টকাখিনি পৰিশোধ কৰি থাকিম!

কোষেশ্বৰ বৰুৱাক মই টকাৰ কথা পোনে পোনে কোৱা নাই কেতিয়াও— কেৱল মাত্ৰ মাজে মাজে কানহে চুৱাইছো। "দোকানখন" মুখুলিলে আৰু নোৱাৰিছো! খুব চেষ্টা কৰি আছো, বুজিছে"— হঠাতে মোৰ বুকুখন ঢকঢকাই উঠে— আজি বাৰু কোষেশ্বৰ বৰুৱাই মোক এৰিব-লৈকে দোকান এৰি কৰবাত বহি আছেগৈ নেকি বাৰু?— মোৰ আকৌ পিয়াহ লাগে, অণ্ঠ কণ্ঠ শুকুৱাই নিয়ে। আকাশী ৰঙৰ কাপোৰজোৰত পানী ওচলি পৰে— মোৰ উশাহ লোৱাতো কষ্ট যেন অনুভৱ হয়—

মোৰ জীৱনত আৰু নিজৰ বুলি একোৱেই নহয়গৈ বাৰু ? কতজনে কত কি পায়, টকা পইচা, চাকৰি, লটাৰী— মই বাৰু একোৱেই নাপাম নেকি ?

পানীৰ গিলাচটো নমাব খোজোতেই দেখো কোমেশ্বৰ বৰুৱা। মুখত এমোকোৰা হাঁহি— অকনমান যেন লজ্জিত হোৱা ভাব – "অলপ বেলিহৈ গল বুজিছে ! বেক্কত যিহে ভীৰ, বহুত দেৰী হল নেকি আপোনাৰ অহা ? চাহতাহ খালে তো ?—"

মই মূৰ জোকাৰো। হাঁহি মুখ— চকু তুলি বৰুৱালৈ চাওঁ— আজি যেন কোমেশ্বৰ বৰুৱা বৰ সুখী— !

বৰুৱাই পিন্ধা ধুতি পাঞ্জাবীটো আজি যেন মাৰ বেছি দি বঢ়িয়াকৈ ইস্ত্রি কৰা !— গাতো পাৰফিউম— মুখত বিৰাট ইলাচীৰ গোন্ধ !

কোমেশ্বৰ বৰুৱা বেচত বহে। পুতেক মহাজনৰ কাষলৈ যায়।

আকৌ একাপ চাহৰ কথা কৈ, বৰুৱাই কৈ উঠে, "এতিয়া কওঁক-চোন, আপোনাৰ কথা শুনো ! সচাঁকৈ আহিবৰ সময়ত ভাবি আহিছিলো আপোনাক ঈশ্বৰেহে মোক মিলাই দিছে। মই আপোনাৰ বাবে মন্দিৰতো পূজা দি আহিছো, যাবৰ সময়ত প্ৰসাদ দিম, লৈ যাব। চাব আপোনাৰ মনৰ বাসনা পূৰ্ণ হব। তৎক্ষণাৎ বিয়াবাৰু হৈ যাব। নোহোৱাৰতো কোনো কথাই নাই। কিমান বয়স হৈছে আপোনাৰ ? পয়ত্রিশ ? চেহেৰা তেহেৰাটো ভালেই, গাঠি নালাগে খালী দৰাপক্ষই হয়তো কিবা বিচাৰিব। না বুলিতো কৰ নোৱাৰিম— আপুনি ব্ৰাহ্মণ কন্যা— মই অলপ দিম, ও, সেয়া মই দিবই লাগিব"— বৰুৱাই কৈ উঠিল। "ওহোঁ, ওহোঁ— বিয়াচিয়াৰ কথা নকব। তাৰোপৰি আপুনিতো জানেই মই নিজৰ ভৱিত নিজে থিয় দিবলৈ বিচাৰিছো। আৰু এইটো বয়সত সেইবোৰ বিয়াবাৰুৰ কথা ভাবিবলৈ আৰু মনো নাই।"— মই কওঁ।

মই ইচ্ছা কৰিয়ে কোৰেশ্বৰ বৰুৱাৰ মুখৰ ফালটৈলে চাওঁ। চকুৱে মুখে আবেগ সানি কৈ উঠো— "আপোনাক আজি বৰ ধুনীয়া লাগিছে! কি পাৰফিউম লৈছে?"
"আপোনাৰো— কাপোৰযোৰ নতুন নেকি?"— লগে লগে উত্তৰ দিয়ে বৰুৱাই।

"নহয়, আপোনাৰ কাৰণেই পিন্ধিছো। আকাশী ৰঙৰ কথা সেইদিনা কৈছিলেই নহয়! অনুৰাধাত চিনেমা চাই থাকোতে থাকোতে—"
"ওঁ— সাত বছৰ পাছত চালো সেইদিনা— সময় নাপাওৱেই। ঘৰদুৱাৰ ব্যৱসায় লৈয়েই দিনবোৰ চলি যায়। আহকচোন দেওবাৰে দুপৰীয়া— মোৰ ঘৰলৈ—নতুন ঘৰ বনাইছো ৰুক্মিনী নগৰত—উলুবাৰীৰটোও ৰাখিছো।"
"আপোনাৰ উলুবাৰীৰ ঘৰটোত তো কোনো নাথাকে? ৰাস্তাৰ কাষতে ঘৰ—দিবনে মোক তাৰ এটা কোঠা?"—
"এটা কোঠা?"—বৰুৱা আচৰিত হল! "ওঁ মানে মই এটা চিলাই আৰু কাটিঙৰ স্কুল খুলিম।—মানুহে ইমান টকা বিচাৰে, মইনো কেনেকৈ দিম? বিশ্বাস কৰক, মই যে আপোনাক ইমান ভাল পাই পেলাইছো যে আপোনাৰ ওপৰত মোৰ এটা অধিকাৰ হৈ গৈছে। সকলোকে বা যাকে তাকেতো 'আৰু কব নোৱাৰো"—
"আপুনিনো কব কেলেই? মোকেইতো কব। অকনো নাভাবিব—মই তো আছোৱেই—" দুক দুক ভয়ত মোৰ ওঠ কঁপি উঠে। মই বঙ্কিম চকুৰ দৃষ্টিৰে কোৰেশ্বৰ বৰুৱাৰ ফাললৈ চাই চাই কৈ যাওঁ—"সঁচাকৈয়ে আপুনি বৰ ধুনীয়া—বলক আপোনাক অলপ ফুল কিনি দিওগৈ।"— দেওবাৰৰ দিনা দুপৰীয়া, কোৰেশ্বৰ বৰুৱাৰ ঘৰত নিমন্ত্ৰণ আছে বুলি শুনি বীণাপেহীয়ে বৰ ভাল পায়। হাঁহি কৈ উঠে—"বুঢ়াটোৰ মূৰত এটা ভাল টুপী পিন্ধা। অলপ মৰম লগাকৈ মিহি কোমল কথা কবি, বুঢ়াই সকলো পাহৰি যাব।"-

তোৰ এটা ব্যৱস্থা হৈ গলে মোৰো এটা উপায় ওলায়। তোৰ পেহাৰ তো মতিগতি অকনো ভাল নহয় – কোনে জানে কোনদিনা কি কৰি পেলায়! পেহাই হেনো এতিয়াও বিয়া কৰি কৰবালৈ গুচি যোৱাৰ কথা কৈ পেহীক ভয় খুৱাই থাকে। – কেৱল সন্তানৰ বাসনাতে – হায় জীৱন! ইপিনে আকৌ পেহাই দাঁতৰ বিষত পোন্ধৰ বিশ দিন বিছনাৰ পৰা উঠিবই নোৱাৰে। পেহীয়ে কিন্তু নেমানে – পেহীৰ মতে এইবোৰ সব পেহাৰ ছল চাতুৰী – পেহীক খটাই খটাই মাৰিবৰ উপায়হে! আন একো নহয়!

কোষেশ্বৰ বৰুৱাৰ ঘৰদুৱাৰ চাব লগীয়া। খুব যে আধুনিক সেইটোও নহয় – অকমান পুৰণা গৃহস্থৰ ঘৰৰ ধৰণে সজোৱা ঘৰ দুৱাৰ।

কেউপিনে সজোৱা মেলোৱা – খুব দামী চোফাচেট ডিভান চিভান নাই – বেৰত দামী দামী পেন্টিং, ছবি ফুলদানী, টেবুল লেম্প নাই! আনকি চেণ্টাৰ টেবুলখনো তেনেই সাধাৰণ। ফ্রিজটো ছাগে চেকেণ্ড হেণ্ড বস্তু কিনা নতুন যেন মুঠেই নালাগে—তথাপিও ঘৰ দুৱাৰ কিন্তু পৰিস্কাৰ পৰিচ্ছন্ন—কোঠাই কোঠাই বিছনা, ওখ ওখ-চাফ-চিকুণ—আলনা ভৰ্ত্তি ভৰ্ত্তি কোঠাই কোঠাই কাপোৰেৰে — ৰান্ধনিঘৰ, ভঁৰালঘৰ বস্তুৰে ভৰ্ত্তি। বাচন পত্ৰ সজাই থোৱা হৈছে। ঘৰখনত লক্ষ্মীশ্ৰী আছে—গোসাঁই ঘৰ, পিতলৰ ডাঙৰ ডাঙৰ কলহ, বাল্টী দেখিলে চকু জুৰায়।

ঘৰত মানুহ বুলিবলৈ বিনন্দ আৰু বিনন্দৰ পৰিবাৰ। লৰা-ছোৱালী দুটি—তেওঁলোকো আজি নাই—বিনন্দৰ শহুৰেকৰ ঘৰ সোনাপুৰত তালৈকে গৈছে—কোষেশ্বৰ বৰুৱাৰ বাকী তিনিজন লৰাটো গাল্‌ফ্‌ কান্ট্ৰিত—আবুধাবী—কোষেশ্বৰ বৰুৱাই কেতিয়াবা দুখ কৰে! দেউতাকৰ ব্যৱসায়ত সিহঁতৰ মুঠেই মন নাই! লোকৰ ঘৰত, অফিচত খাটিছেগৈ। এই লৰা বিনন্দওতো তালৈ যাওঁ যাওঁ কৈয়ে বুলি ঠেঙ দাঙিয়ে আছে—যাব খুজিছে যদি যাওঁক—থাককগৈ ককায়েকহঁতৰ লগতে—আগতে কোষেশ্বৰ বৰুৱাই বাধা দিছিল—আজিকালি আৰু নিদিয়ে।

ছুজনী ছোৱালী—দুয়োজনীকে বিয়া দিলে। তাহাঁতি অৱশ্যে মাজে মাজে আহি থাকে।

"মোৰ পৰিবাৰ—ঘৰ দেখুৱাই থকা কোবেশ্বৰ বৰুৱাই মোলৈ চাই কলে, "কিয়—গোসাঁই ঘৰত জানো নেদেখিলে? পূজা সেৱাতে তেওঁ ব্যস্ত!'—তাতে তেওঁৰ গাটোও সিমান ভাল নহয়—? কেৰোকেহে ঁকৈ কৈ উঠিল কোবেশ্বৰ বৰুৱাই—ওঠৰ বছৰ বয়সতে বিয়া হৈছিল কোবেশ্বৰ বৰুৱাৰ—পত্নীৰ বয়স তেতিয়াই চৌবিশ বছৰ—এই ব্যৱসায়ো শহুৰৰে আছিল—অৱশ্যে আজিতকৈ সৰু আছিল। বৰুৱাইহে বঢ়াইছে—আৰু স্ত্ৰীৰ আছিল বিৰাট গৰম মেজাজ—ৰোগত ভূগি ভূগি এতিয়া অলপ তেওঁ কোমল হৈছেই—

মই ছদ্মকোপেৰে চকু মুখ উজ্জ্বলাই কৈ উঠো—"স্ত্ৰী বোলোতে নিশ্চয় বলীয়াই আছিল আপুনি—ইমানবোৰ ল'ৰা-ছোৱালী। খুব ছাগে প্ৰেম চেম আছিল আপোনালোকৰ। তাকেই যাওক—মই যাওঁ'--

কোবেশ্বৰ বৰুৱাই উদাস ভাৱে উত্তৰ দিলে," প্ৰেম, ভালপোৱা? সেই বোৰতো তেতিয়া বুজাই নাছিলো। ল'ৰা-ছোৱালী হৈছে---সেয়াতো দুজন একেলগে থাকিলে হয়েই---কিন্তু আপোনাক মোৰ যেনেকুৱা লাগিছে......

"মই আপোনাক ভাল পাওঁ কোবেশ্বৰ বৰুৱাদেৱ—সেয়াতো মই জানোৱেই—সেই বাবেইতো আপোনাক এৰি......"—

তৎক্ষণাত মই দুটা বাক্য কৈ উঠো—'আপোনাক বৰুৱাদেৱ—ইমান ভাল পাওঁ আপুনি আৰু মোক উলুবাৰীৰ ঘৰৰ কোঠা এটা নিদিবনে? আৰু দহহেজাৰ টকা—বিশ্বাস কৰক মই আপোনাক শোধ কৰি দিমেই—।" উলুবাৰীৰ এটা কোঠা কিয়? গোটেইটো ঘৰেই আপোনাৰ নামত লিখি দিম—আৰু কি লাগে আপোনাক? কিমান টকা লাগে, তাকেই লৈ যাব। আপুনি কেৱল মোৰ হৈ থাকিব—ঈশ্বৰেই যেতিয়া জেলে কৰিছে তেতিয়া মইতো আৰু আপোনাক এৰিব নোৱাৰো! বুজিছেনে;

আপোনাৰ লগত দেখা দেখি হোৱাৰ পৰাহে মই, এইয়া প্ৰথম গাত চেণ্ট সানিলো, ভাল পোচাক পিন্ধিলো, চিনেমা চালো। আপুনিয়ে মোক ফুল কিনিবলৈয়ো শিকালে। কি আছিল মোৰ জীৱনত ? এজনী বেমাৰী খিঙখিঙীয়া পত্নী আৰু দোকান! —সেই ওঠৰ বছৰ বয়সৰ পৰা একেমুৰীয়া জীৱন। মই আপোনাক বিয়া কৰিম। আপোনাৰ লগত মোৰতো জন্ম জন্মান্তৰৰ সম্পৰ্ক, আপুনিয়ে কৈছিল তেতিয়া ইমান দকৈ ভৰা নাছিলো, এতিয়াহে বিশ্বাস কৰিছো"—এতিয়া আৰু বৰুৱাক দেখি পয়ষষ্ঠি বছৰীয়া বৃদ্ধ যেন নালাগে—যুৱকৰ দৰে আৱেগত যেন বৰুৱা কঁপি উঠিছে।

মই ভয়ত সন্ত্ৰস্ত— "আপোনাৰ পৰিয়ালে শুনিব"—

—ওহোঁ, তেওঁ কাণেৰে একেবাৰে নুশুনেই - তাৰোপৰি বহুত কৰিলোঁ মই এওঁলোকৰ কাৰণে -- মৰিবলৈ চালা—সংসাৰে মোক কিটো দিলে"!- মই উপায় নাপাই কৈ উঠো - "হিন্দু কোড বিল মতে আপুনি আকৌ বিয়াবাক কৰিলে জেল হব আপোনাৰ!"-

"দৰকাৰ কি সেইবোৰ মিছা কথাত লাগিবৰ! আপুনি মোৰ ওচৰত থাকিব - তেতিয়াই সকলো হব! বুজিছেনে আপুনি - আজিলৈকে মানে কোনো ছোৱালীয়েই মোক কোৱা নাছিল সুন্দৰ বুলি, কোনেও কোনো কালে আপোনাৰ নিচিনাকৈ হাতত তুলি খুৱাই দিয়া নাছিল। মই কিমান চখ কৰি ইহঁতৰ বাবে বস্তু কিনিছো কিন্তু ইহঁতে মোক - নাই - একোৱেই দিয়া নাই!!

কোষেশ্বৰ বৰুৱাৰ এখন ভৰা সংসাৰৰ ফালে মই চাই পঠিয়াও। স্ত্ৰী, পুত্ৰ, কন্যা - গুৱাহাটী চহৰত দুখনকৈ ঘৰ - ইমান ডাঙৰ অথচ মানুহটোৰ অন্তৰৰ কি হাহাঁকাৰ! কোনে জানে কিমান সত্য, কিমান অসাৰ বৰুৱাৰ জীৱন। কিন্তু মই! মই এয়া আজি চল্লিশ বছৰ বয়স পৰ্য্যন্ত মোৰ শৰীৰ আৰু মনক একেবাৰে নিখুত কৰি ৰাখিছো - নিজকে অটুট

কৰি বথাৰ প্ৰতি মোৰ প্ৰচণ্ড দুৰ্বলতা! সেই তাকেই ইয়াত এতিয়া বিসৰ্জন দিব লাগিব? মাত্ৰ কেই হাজাৰমান টকাৰ বিনিময়ত? সঁচা কৈছো মই আৰু কোনোদিন কোষেশ্বৰ বৰুৱাক ভাল পোৱা নাছিলো। বৰুৱাকতো মই অকনো ভাল নাপাওঁ - এয়াতো ভাল লগা, পছন্দ কৰাৰ কোনো কথাই নহয়? তাৰোপৰি ওঠৰ বছৰ বয়সৰ পৰাই এই মানুহজনে নাৰীৰ শৰীৰ চিনিছে - সাতোটাকৈ লৰা-ছোৱালীৰ বাপেক - এওঁৰ পৰিবাৰে কাণেৰে নুশুনে - চকুৰে নেদেখে - গোটেই দিন এই মানুহজনে কেচ বাকচ সামৰি, দোকানত টুলত বহি থাকে। টুলৰ ওপৰত— টুলত বহা মানুহতো মই দেখিবই নোৱাৰো -

শুনি বীনা পেহীৰো খুব খঙ উঠি যায়। 'তোৰ মূৰ গৰম হৈছে নেকি অ'? ইমান টকা বুঢ়াটোৰ - লগত থাকিবলৈ কৈছিল, থাকিলিহেঁতেন কিছুদিন- বুঢ়া নো আৰু কিমানদিন বাচি থাকিব? বুঢ়া সিপুৰী পালেগৈ চব তোৰ। কোনোমতে চকু কাণ মুদি এইকিটা দিন কটাই দিব নোৱাৰ? যা যা বুঢ়াক মাতি আনগৈ - মই কথা পাতিম' - বীণাপেহী একেবাৰে অস্থিৰ -বীণাপেহাৰ মতিগতি দেখি বোবা হৈ গলো - মইনো কি কথা কম? কি কোৱাৰেই বা আছে মোৰ? কোষেশ্বৰ বৰুৱাই টকা দিলেওতো সেই একে ঘটনা - কেচ বাকচ সামৰি টুলত বহি থকা - মইতো তাকেই কৰি থাকিব লাগিব! টুলত বহি, কেচ বাকচ - সামৰি, মই জানো মোৰ বাকী জীৱনটো এনেদৰে কটাব পাৰিম? জীৱনৰ সোঁত সলনিৰ সোঁতত মই জানো বাৰু উটি বুৰি নাযাম?

# কাজিৰঙাত গধূলী

সেউজসুন্দৰ, গছৰ শাৰীৰে গোটেইখন ধুনীয়া হৈ পৰা, বহুল বিলৰ পানীখিনিত হেঙুলীৰহন সানি এখন কাঁহীযেন হৈ বিলীন হৈ যাবখোজা বেলিটোৰ পোহৰে তেতিয়া কাজিৰঙা খন ৰঙা-ৰাঙলী কৰি তুলিছে— সেইখিনি সময়তে আমি, সেই বিৰাট অমনিবাচখনত, আমাৰ সংঘৰ প্ৰায় ত্ৰিশ গৰাকী সভ্যা— কাজিৰঙাত বনভোজ খাই উলটি অহাৰ কথা ভাবিছিলো।— তেতিয়াই আমাৰ মাজৰ দুগৰাকীমানে, বিলৰ পাৰৰ সেই ঘাঁহনিখনত ৰহি এটা প্ৰস্তাৱ দিছিল— আমাৰ বিদায়ৰ আগমুহূৰ্ত্তত সকলোৱে নিজৰ নিজৰ জীৱনৰ (ৰোমাঞ্চকৰ) অনুভূতি আৰু সংসাৰৰ কথা এজন এজনকৈ বৰ্ণনা কৰিব লাগিব— বাছৰ ড্ৰাইভাৰহঁতে তেতিয়া খোৱাবোৱা কৰি, উলটি যোৱাৰ ব্যস্ততাতে বাছত ইটো সিটো চাইছে— সৰু সৰু লৰা-ছোৱালী খিনিয়ে মনৰ আনন্দতে কাজিৰঙাৰ সেউজী পৰিবেশত লৰাঢপৰা কৰি ফুৰিছে। আমাৰ লগত আছিল সংঘৰ মণিমা বৰা, ফুলেশ্বৰী শইকীয়া, ৰেৱী চলিহা তুলিকা বৰদলৈ, অনামিকা দত্ত, বৰ্ণালী চৌধুৰী, নিভা বৰুৱা, মৈত্ৰেয়ী শৰ্ম্মা, হিমাদ্ৰী ভূঞা, জ্যোতিৰেখা গগৈ, কাকলি গোহাঁই আৰু বহুতো!

আমি অৱশ্যে আগতেই ঠিক কৰি থৈছিলো যে কাজিৰঙাত যদি বালিভোজ খোৱা দল সেইদিনা সৰহ হয় তেতিয়া আমি নতুনকৈ পতা 'ৱাইল্ড গ্ৰাচলৈকে'— যাম— কিন্তু আমি আগতে যোগাযোগ নকৰাৰ ফলতে তাত ব্যৱস্থা কৰিব নোৱাৰি, কিছু নিৰিবিলি কিছু আওহতীয়া

চাই, কাজিৰঙাৰ বনানী আৰু অৰণ্যৰ কাষতে ঠাই এডোখৰ বাচি ললো— নমাৰ লগে লগে আমাৰ মাজৰ কমবয়সীয়া সভ্যা খিনিয়ে তো মিঠা সুৰেৰে বিহুগীত জুৰিলেই —!! ভূপেন হাজৰিকাৰ দুই এটা গীতৰ লহৰেও তেতিয়া ঠাইখিনি মুখৰিত কৰি তুলিছিল— আমিও যি পাৰো লগতে উজ্জান দিছিলো।

—বনানীৰ কাষেদি, অৰণ্যৰ মাজেৰে আমি অলপ মুকলি ঠাই এডোখৰ বাচি, আমাৰ দলিচা পাৰি দিছিলো আৰু তাতে নিজৰ নিজৰ বস্তু বেগ আদি লৈ সংঘৰ সদস্যাসকল বহিছিল! আমি লগত নিয়া গেচেৰে, আমাৰ লগত যোৱা বাই ছুয়োগৰাকীকে চাহ-জলপানৰ যোগাৰ কৰিবলৈ কৈছিলো! লাহে লাহে উখল-মাখল বাঢ়িছিল— সৰু লৰা-ছোৱালীখিনিয়ে আনন্দত জপিয়াই জপিয়াই দৌৰি ফুৰিছিল— মুঠতে সেইখিনিতে এটা অতি ধুনীয়া পৰিবেশৰ সৃষ্টি হৈছিল আৰু আমাৰ মনবোৰো ফৰকাল হৈ পৰিছিল।— কোনোবাই কথা পাতিছিল, কোনোবাই গান গাইছিল -- কোনোবাই ৰন্ধাবঢ়াৰ দিহা পৰামৰ্শত লাগিছিল -- মুঠতে চিৰসেউজী কাজিৰঙাৰ উন্মুক্ত প্ৰান্তৰত আমি ইমানখিনি মহিলাই ব্যস্ততামুখৰ সংসাৰৰ কথা পাহৰি, আনন্দত নিজকে উটাই দিছিলো -- এয়াই ছাগৈ সেউজীয়া প্ৰাকৃতিক পৰিবেশৰ সেউজী প্ৰভাৱ!!

খোৱাবোৱা হোৱাৰ পাছত আমি গাড়ীৰেই কাজিৰঙাৰ অৰণ্যৰ মাজে মাজে বনৰীয়া জন্তু চাই ফুৰিছিলো-- সেই সময়ত জন্তু কিন্তু বেছি দেখা নাছিলো -- তাতে বাচো বেছি দূৰলৈ নিবলৈ নিদিয়ে -- আমি দূৰণিৰ সেউজীয়া ঘাঁহনিত, মুকলি মনেৰে ঘাঁহ খাই থকা এজাক হৰিণা দেখি উৎফুল্লিত হৈ উঠিছিলো -- নীলা পানীৰ বিলৰ দাতিত বহুদূৰত পানী খাই থকা যেন দুটি কাজিৰঙাৰ বিশেষত্ব গড় দেখা পাইছিলো -- মনবোৰ আমাৰ উৎফুল্লিত হৈ পৰিছিল।

লাহে লাহে বেলি লহিয়াবৰ হলত আমি আগৰ কথামতেই, বিলৰ কাষৰ সেউজীয়া ঘাঁহনিত বহি পৰিছিলো -- সক সক লৰা-ছোৱালী খিনিয়ে তেতিয়া, ছাগে ভাগবত বাছৰ ভিতৰত বহি পৰিছিল -- আৰু আমি আমাৰ নিজৰ নিজৰ জীৱনৰ ৰোমাঞ্চকৰ কাহিনী, সংসাৰৰ কাহিনী কোৱাৰ অধ্যায় মুকলি কৰিছিলো !!

আমি কাজিৰঙাত; এই মিঠাকোমল গধূলী। আমাৰ মাজতে আমাৰ অন্তৰবোৰ মুকলি কৰি দিয়াৰ সুযোগ আমি লব খুজিছিলো আৰু সেয়েই প্ৰথমতে মৈত্ৰেয়ী বাইদেউক নিজৰ জীৱনৰ ৰোমাঞ্চকৰ কথা কবলৈ ধৰিছিলো --

আৰু মৈত্ৰেয়ী বাইদেৱে কৈগৈছিল "সৰুৰে পৰা মনত এটা উচ্চ শিক্ষাৰ প্ৰতি আগ্ৰহ থকা বাবেই, স্নাতক হোৱাৰ পাছত, গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহিছিলো এম, এ, পঢ়িবলৈ। শিক্ষাবিভাগত নামভৰ্ত্তি কৰি -- ক্লাচ কৰিবলৈ লৈছিলো -- আৰু গতানুগতিক ভাৱে আমাৰ জীৱনবোৰো চলি গৈছিল -- আমি তেতিয়া আজিৰ দৰেতো মুকলিমুৰীয়াকৈ সমাজত চলিব নোৱাৰিছিলো -- তথাপিও কেতিয়াবা কেতিয়াবা লগৰ লৰাখিনিৰে সৈতে ফুৰাচকা কৰিবলৈয়ো এৰা নাছিলো। এবাৰ আমি ঠিক কৰিছিলো আমি উমানন্দলৈ যাম। -- তেতিয়াতো আজিৰ নিচিনা ব্যৱস্থা নাছিল -- নাৱেৰে যোৱা ব্যৱস্থা -- আমি আনন্দত অধীৰ হৈ উঠিছিলো -- কি পিন্ধি যাম, কি কৰিম ভাবি আমাৰ গাত গুৰু গোঁসাই নাইকিয়া হৈছিল! -- তেতিয়া কিন্তু শৰাইঘাটৰ দলঙো হোৱা নাছিল -- আমি নাৱেৰেই গৈছিলো লগত খোৱাবস্তুও নিছিলো -- আমাৰ সৰু সৰু পিকনিকেই এটা হৈছিল --

সাতুৰিবও নাজানিছিলো -- তথাপি লগত লৰাখিনি থকাৰ বাবে নিৰ্ভয়ে নাৱেৰেই উমানন্দলৈ যাবলৈ ওলাইছিলো। -- আৰু তেতিয়াই মোৰ

জীৱনৰ সোঁত সলনি হোৱাৰ ঘটনাটো ঘটিছিল -- আমাৰ নাওখিন আগবাঢ়িছিল আৰু লুইতৰ লহৰে লহৰে আমি মিলিত কণ্ঠেৰে গাইছিলো -- কত গীত- কত হাঁহি -- কত কথা -- কিন্তু হঠাতে চোন কি হল? আমি যোৱা নাওখন টুলুং ভুটুং কৰিবলৈ ধৰিলে -- আমাৰ মাজত চিঞৰ বাখৰ লাগিল -- হঠাতে যেন এবাৰ নাওখন পাকেই খাই গল -- পানীত পৰিছিলোৱেই -- হঠাতে দেখোন লগৰ মণিদীপে মোক গধা মাৰি ধৰিছিল -- আৰু মই, মহো তেতিয়া সকলো পাহৰি গৈছিলো কিয় জানো মন মোৰ চঞ্চল হৈ উঠিছিল আৰু চঞ্চল হৈ উঠিছিল সদায় গহীন গম্ভীৰ হৈ থকা মণিদীপৰ মন !-- আৰু সেয়াই ৰোমাঞ্চ আৰু তাৰেই পৰিণতিত, শিক্ষা শেষ হোৱাৰ লগে লগে -- মণিদীপৰ লগত মোৰ বিবাহ-বান্ধোন-- আৰু আজি তোমালোকে দেখিছাই আমাৰ দুয়োৰে সুখৰ সংসাৰখন-- কথাখিনি কওতে মৈত্ৰেয়ীৰ মনটো যেন সেমেকি উঠিছিল চকুত যেন চকুপানী ওলাব খুজিছিল-- লগে লগে আমাৰ মনবোৰো সেমেকি গৈছিল--- মণিদীপ মৈত্ৰেয়ী সুখৰ সংসাৰত আজি অত বছৰেও কোনো শিশুৰ আনন্দমুখৰ কলকলনিৰ সৃষ্টি হোৱা নাই আৰু হাগে নহবও !-- বাহিৰে বাহিৰে মৈত্ৰেয়ী বাইদেউক দেখিলে সুখী যেনেই লাগে কিন্তু ভিতৰে ভিতৰে এটি চিৰন্তন মাতৃমনলৈ মৈত্ৰেয়ী বাইদেউ আজি বিক্তা-- !!

মৈত্ৰেয়ী বাইদেউৰ কথাবোৰ শেষ হোৱাৰ লগে লগে আমাৰ মনবোৰো সেমেকি উঠিছিল বাবেই সদা হাস্যময়ী। আমাৰ মাজত থকা, একালৰ নামজ্বলা সুন্দৰী মিতালীক-- মিতালী হুৰৰাক,. নিজৰ জীৱনৰ কাহিনী শুনাবলৈ কৈছিলো আৰু মিতালীয়ে কৈ গৈছিল," তোমালোকেতো জানাই, তেতিয়া বিশ্ববিদ্যালয়ত মোৰ কিমান নাম ? সৌন্দৰ্য্য কুঁৱৰী আখ্যাও দিছিল আমাৰ লগৰ লঁৰাখিনিয়ে -- মহো,

সেয়ে সৌন্দৰ্য্য চৰ্চ্চাতো আকৃষ্ট হৈ পৰিছিলো -- লগৰ ল'ৰাখিনিৰ মাজত কতজনে মোক প্ৰেমনিবেদন কৰিছিল-- কিন্তু আপোনভোলা হৈ, নাৰ্চিচাছৰ দৰে নিজৰ সৌন্দৰ্য্যত, নিজেই মগ্ন হৈ দিনবোৰ পাৰ কৰিদিছিলো-- কথা-বতৰা ব্যৱহাৰৰ মাজেদি কাকো মোৰ মনৰ বতৰা দিয়া নাছিলো -- কিন্তু মই ঠিকেই শুনিছিলো ল'ৰাখিনিৰ মাজত মোক লৈয়ে কিধা-জিদাজিদিৰ ভাৱ এটাৰ সৃষ্টি হৈছিল-- কিন্তু সকলোকে পৰাভূত কৰি, সেইবাৰৰ বিশ্ববিদ্যালয়ৰ মেধাবী, জাকতজিলিকা ছাত্ৰ মদন ভৰালীৰ লগত এটা সময়ত মোৰ বিয়া হৈ গৈছিল-- আমাৰ দিনৰ ৰোমাঞ্চবোৰ কেনেকুৱা যে আছিল ? মিতালীৰ ছাগে মনে খন্দা পুখুৰীত পানী খোৱাতো ভাগ্যত লিখা নাছিল-- মদনৰ লগত এই বিবাহত কিন্তু ঘৰখনৰ আপত্তি আছিল মিতালীৰ-- জাতকুলো নিমিলে-- ঘৰখনৰ প্ৰতি যেন অৱহেলা দেখুৱায়ে মিতালীয়ে এদিন, বান্ধৱীহঁতেৰে সৈতে গৈ, মদনৰ লগত কৰ্টমেৰেজ কৰি আছিল !-- সেয়া হেনো মিতালীৰ জীৱনৰ প্ৰথম ৰোমাঞ্চ-- দিন যোৱাৰ লগে লগে মদনে কিন্তু জীৱনত সু-প্ৰতিষ্ঠিত হব নোৱাৰিলে ! তুবাৰ মান আই, এ, এচ, এ, চি, এচৰ পৰীক্ষাত বহিও কিয় জানো মদন কৃতকাৰ্য্য নহল !-- মদনৰ ভবিষ্যত অফিচৰ সামান্য চাকৰি এটাৰে, অফিচৰ চাৰিবেৰৰ মাজতে সীমাবদ্ধ হৈ থাকিল আৰু ইয়ে মিতালীৰ জীৱনলৈ দুৰ্গতিও নমাই আনিলে-- অনিন্দ্যসুন্দৰী মিতালীয়ে জীৱনটো সুখৰ কৰি লব নোৱাৰিলে-- অনভিজ্ঞ সংসাৰী মদনেৰে সৈতে সংসাৰ যাত্ৰা সুচাৰুৰূপে লোৱাত ব্যৰ্থ হৈ মিতালীয়ে "ডাইভোৰ্চ" ললে মদনৰ লগত সম্পৰ্ক হেৰাই গল— আৰু এতিয়া সুখ্যাতিৰে আই, এ এচত নিৰ্ব্বাচিত হৈ, অতিৰিক্ত উপাযুক্ত হোৱা পৰিমল কাকতিৰহে এতিয়া পৰিয়াৰ মিতালী আৰু সেই সূত্ৰেই আমাৰ সংঘলৈ সদস্যা-ৰূপে আহি, আজিৰ এই কাজিৰঙাত গধূলী— নিজৰ জীৱনৰ ব্যৰ্থতাৰ কাহিনী আমাৰ আগত কৈ গল মিতালীয়ে— নাজানো মিতালীৰ মনত

তেতিয়া কি আৰু কোনেতাৰৰ উদয় হৈছিল ? মিতালীকো কথাবোৰ কৈ যাওঁতে কিছু অন্যমনস্ক হৈ পৰিছিল !!

মিতালীৰ কাহিনী শুনি কিছুপৰ নিতাল মাৰি থকাৰ পাছত, আমি ধৰিছিলো, আমাৰ মাজৰ সৰবৰহী সভ্যা কাবেৰী দাধৰাক, নিজৰ জীৱনৰ ৰোমাঞ্চকৰ কাহিনী কবলৈ—সদা হাস্যময়ী কাবেৰী যেন কিছুপৰ স্তব্ধ হৈ কৈছিল, অলপ গহীন হৈ পৰিছিল - কাবেৰীলৈ চাওতে যেন চকু কিটাত কান্দোনৰ ছবিহে দেখা পাইছিলো - কাবেৰীয়ে কৈ গৈছিল, "দেউতাইঁতে যেতিয়া, নগৰখনৰ বিখ্যাত ব্যৱসায়ী বিমান দাধৰাৰ একমাত্ৰ পুতেক সুদীপ্তৰ সৈতে কাবেৰীৰ বিয়া পাতি দিছিল কিমান ৰোমাঞ্চেৰে ভৰা আছিল সেই দিনবোৰ - কিমান মিঠা কিমান সুন্দৰ - কৈ যাওঁতে কাবেৰীয়ে যেন উচুপি উঠিছিল আৱেগত - মই ভাবিছিলো গোটেইখন পৃথিবী সুন্দৰ আৰু ইয়াৰ সকলোবোৰ মানুহৰে মনবোৰ সুখেৰে ভৰা - জীৱনটোৰ - সুখৰ আৰু' - কিন্তু মোৰ সেই ভুল ভাঙিবলৈ বেছি দিন লগা নাছিল !" কিন্তু বিয়া হোৱাৰ মৌমিঠা দিনবোৰ পাৰ হোৱা এবছৰ নহলেই প্ৰায় - হঠাতে কাবেৰীৰ জীৱনলৈ দুৰ্য্যোগ নামি আহিল। হঠাতে কাবেৰীহঁতৰ মিলিত ঘৰখনত ধুমুহাৰ সৃষ্টি কৰি ওলালহি চিলঙৰ খাছী মহিলা মীনা খাৰকংগেৰ ! —কেতিয়াবাই বোলে চাকৰি জীৱনৰ প্ৰথম ছোৱাত চিলঙত থাকোতেই সুদীপ্ত বৰুৱাৰ লগত মীনাৰ প্ৰেম আৰু তাৰ পৰিণতিতে দুটি লৰাছোৱালীৰে সৈতে মীনা আৰু সুদীপ্তৰ সংসাৰ - মীনাৰ সৈতে এই গোপন বিবাহ সুদীপ্তই কিন্তু গোপনেই ৰাখিছিল ঘৰখন আৰু কাবেৰীৰ পৰা - !! বিবাহৰ সময়ত, সুদীপ্তহঁতৰ ঘৰখনৰ গোপনীয়তা আৰু সৰ্তকতাৰ বাবেই তেতিয়া কথাটো সদৰি হোৱা নাছিল ! - কিন্তু এতিয়াতো আৰু সত্য লুকাই থকা নাই ! - দুটি সন্তানৰ মাতৃ মীনাই এদিন জীৱনৰ অৱলম্বন

বিচাৰি কাবেৰী সুদীপ্তহঁতৰ ঘৰকে ওলালহি ! সুদীপ্ত ভেতিয়া টুৰত গৈ 'শিলচৰত ! —মীনাৰ মুখেৰে সকলো কথা শুনাৰ পাছত কাবেৰীৰ আৰু বিবাহিতা জীৱন কটাবলৈ, সুদীপ্তৰ লগত মিলিত জীৱন কটাবলৈ ঘৃণা উপাৰ্জিছিল। মীনা যোৱাৰ পাছত, জীৱনৰ সকলো বোমাঞ্চৰ শেষ কৰি কাবেৰী আতৰি আহিছিল সুদীপ্তহঁতৰ ঘৰখনৰ পৰা - সুদীপ্তই বহু চেষ্টাৰে দৃঢ়মনা কাবেৰীক আৰু ঘূৰাই আনিব নোৱাৰিলে —আজিও নাজানে ক'বেৰীয়ে— মীনাৰ লগত সুদীপ্তৰ এতিয়া কেনেদৰে সংসাৰ চলিছে ? কেনেদৰে কাটিছে সুদীপ্তৰ বহুমুখী মন ! - সংসাৰৰ প্ৰতি সকলো মোহ হেৰাই যোৱা কাবেৰীয়ে এতিয়া, কলেজৰ প্ৰবক্তাৰ চাকৰি লৈ এটি অকলশৰীয়া জীৱন কটাইছে - সেয়েহে আমি লগ ধৰাত কাবেৰী আহিছিল কাজিৰঙালৈ— এই সংসাৰত খন্তেকীয়া দাম্পত্য জীৱন, খন্তেকীয়া সুখ পাহৰি যাবলৈকে কাবেৰীক এই চেষ্টা - সেয়েহে জীৱনটো এনেদৰে চলাই দিয়াৰ চিন্তাতে চিৰপ্ৰবাহমানা কাবেৰীৰ মন - !! কোনে জানে কাবেৰীৰ কপালত আৰু বা কি লিখা আছে ? -কাবেৰীৰ কথাত সেমেকি গৈছিল আমাৰ মন ! - পুৰুষেৰে আধিপত্য চলোৱা আমাৰ সংসাৰ বোৰত, নাৰীৰ বা মূল্যাই কিমান ? নাৰী যেন পুতলা—যেনেকৈ মন যায় তেনেকৈ নচুৱাব পাৰি ?

আৰু কাবেৰীৰ কাষতে, কাবেৰীৰ দুখভৰা, মোহ ভঙ্গ হোৱা অন্তৰৰ পৰা ওলাই অহা কথাবোৰ শুনি শুনি বাহ থকা মেঘালী বৰদলৈ—যি মেঘালীয়ে নিজৰ জীৱনৰ ভাল পোৱাৰ গৰাকী সুব্ৰতৰ বাবেই নিজৰ ঘৰখন, পৰিয়াল সকলোকে জলাঞ্জলী দি একবস্ত্ৰেৰে ওলাই আহিছিল - সুব্ৰতৰ বাবেই নতুন সংসাৰ পাতিবলৈ সুব্ৰতৰ হাতত ধৰি – সংসাৰ অভিজ্ঞা মাকে বুজাইছিল, মাহীয়েকে বুজাইছিল - কিন্তু সেই বুজনিয়ে মেঘালীৰ মনৰ প্ৰেম আৰু ভাল পোৱাৰ পোহৰ আতৰাব নোৱাৰিলে -!!

মেঘালী একমাত্ৰ সুব্ৰতাক জীৱনৰ সাৰথি কৰি, এককাপোৰে ওলাই আহিছিল সুব্ৰতৰ কাষলৈ - ঘৰখনে সেই সময়ত মেঘালীক আশীৰ্বাদ দিছিল নে নাই আজিও মেঘালীয়ে নেজানে কিন্তু জীৱনৰ সেই ৰোমাঞ্চকৰ মুহূৰ্ত্তত - সুব্ৰতৰ লগত এখন সুখৰ সংসাৰ ৰচনা কৰাৰ অভিপ্ৰায়েৰে জীৱন যুদ্ধত নামি পৰিছিল - দেউতাক পুলিচ অফিচাৰ চন্দ্ৰ বৰদলৈয়ে গৰজি উঠিছিল - মাকে দেউতাকৰ ভয়ত নীৰৱে কান্দিছিল - আৰু শেষত সকলোৰে চকুৰ আগেদিয়ে মেঘালীয়ে এককাপোৰে সুব্ৰতৰ লগত ওলাই আহিছিল — আৰু আজি কিয় জানো এনে হল ? - মেঘালীয়ে উদাস মনেৰে সদায় ভাবে আৰু ভাবি কোনো ওৰ নেপায় !! - "মেঘা, অলপ বেগেতে বজাৰৰ পৰা আহোঁগৈ বুলি মেঘালীক মাত লগাই ওলাই যোৱা সুব্ৰত আৰু পুনৰ বাৰ ঘৰ সোমাবহি নোৱাৰিলে। - কোনোবা নাৰ্চিং হোমৰ কাষত সুব্ৰতৰ স্কুটাৰখন আৰু এখন মিনিবাচৰ সংঘৰ্ষত সুব্ৰত বৰদলৈ ছিটিকি পৰিল দূৰৰ শিলৰ দমত—মূৰত প্ৰচণ্ড আঘাত - লৰালৰিকৈ নাৰ্চিং হোমলৈকে নিয়া হল - ডাক্তৰ সকলে আপ্ৰাণ চেষ্টা কৰিও সুব্ৰতক আৰু ঘূৰাই আনিব নোৱাৰিলে - "বজাৰৰ পৰা আহোঁ দেই মেঘা, লাহে লাহে ৰান্ধিবা" - সেইষাৰেই আছিল মেঘালীৰ লগত জীৱিত অৱস্থাৰ শেষ কথা ! - বুকুভগা বিননিৰে মেঘালী উন্মাউল হৈ লৰি গৈছিল নাৰ্চিংহোমলৈ তেতিয়া কিন্তু সকলো শেষ হৈ গৈছিল - আৰু আজি এয়া মনোবিকাৰ গ্ৰস্তা, মহা দুখে ভৰা জীৱন লৈ মেঘালী ক্লান্ত হৈ পৰিছে—সহায় যে কোনো নাই—খিলৰ পাৰৰ দূৰণিত, সেউজীয়া হৈ থিয় হৈ থকা দীঘল দ.ঘল গছবোৰ চাই, কথাবোৰ কৈ কৈ চকুপানী টুকিছিল মেঘালীয়ে আমি সান্ত্বনা দিছিলো আৰু কৈছিলো মানুহৰ মাজতে মিলি সকলো পাহৰি যাবলৈ জীৱনটোৱেই যে কেনেকুৱা ? কিছু পালেও কিছু হেৰুৱাব লাগে এককাপোৰে ওলাই অহা পিতৃ গৃহলৈ ঘূৰি যাবলৈ

মেঘালীৰ মোহো নাই—আৰু বাটো নাই—!! এয়েই আয়ৰজীৱন—কিবাকিবিবোৰ বিৰ বিৰকৈ বকি মেঘালী হঠাতে থিয় হৈ বাচখনৰ [illegible] আগবাঢ়ি গৈছিল—আমি বাধা দিয়া নাছিলো—সকলো হেৰুওৱাৰ বেদনা পাহৰি যাওকচোন মেঘালীয়ে—!!

আৰু এয়া—বিলৰ কাষৰ সেউজীয়া শিলছটাত বহি থকা মনীষা ভাগৱতী জীৱনত একো নোপোৱা এটা শূন্য মন লৈ মনীষা' যেন জীয়াই আছে পৃথিবীৰ নাটঘৰৰ নাটৰ শেষ সমাপ্তি চাবলৈ—আমি কবলৈ কওঁতে, মনীষাই কৈ গৈছিল জীৱনৰ ৰোমাঞ্চকৰ কাহিনীবোৰ—"কেনেকৈ জীৱনৰ মধুৰ বসন্তৰ ক্ষণতে লগ পাইছিল বিজিত গোস্বামীক আৰু বিজিতেও মনীষাৰ মাজত বিচাৰি পাইছিল প্ৰকৃত প্ৰেম—কিন্তু সেই প্ৰেম জানো চিৰস্থায়ী হল? —চিলঙৰ গ'লফ লিঙ্কৰ কাষৰ, সেউজীয়া পাইনৰ শাৰীৰ মাজত ফুৰি থাকোতে, থাকোতে হঠাতে আবেগৰ বশৱৰ্ত্তী হৈ মনীষাই জীৱনৰ চৰম ভুলটোকে কৰি পেলালে—কোনোবা অৱশ মুহূৰ্ত্তত, বিজিতৰ আলিঙ্গনাবদ্ধ হৈ মনীষাই পাহৰি গল বাস্তৱৰ পৃথিবীখনৰ কথা—কথাও দিলে বিজিতে—মনীষাক বিয়া কৰাবই, চাকৰিৰ নিয়োগ পত্ৰ অহাৰ লগে লগে—দিনবোৰ আগবাঢ়ি যোৱাৰ লগে লগে মনীষাৰ স্বভাৱ আৰু শৰীৰৰ অৱস্থা দেখি মাক স্থিৰ হৈ বল—মনীষাই কাৰোবাৰ মুখে শুনিলে—সেই কথা দি থৈ মনীষাৰ সৰ্ব্বস্ব হৰণ কৰি—বিজিতে নতুন চাকৰি পাই কলিকতালৈ গুচি গল। নিজৰ জীৱনৰ প্ৰথম প্ৰেমিকা মনীষাক একেবাৰেই পাহৰি গ'ল!—আকৌ শুনিলে মনীষাই, কলিকতাতে কোনোবা সম্ভ্ৰান্ত বঙালী পৰিয়ালৰ ছোৱালী—এতিয়া তাও চৰিত্ৰবান হৈ থকা বিজিতে বিয়া কৰালে বুলি—আকতো উপায় নাই!—সময়তো কালৈকো ৰৈ নাথাকে, পাখিলগা কাঁড়ৰ দৰে গৈয়ে থাকে, গৈয়ে থাকে—যথা সময়ত মাকৰ যত্নতে, গাৱলৈ বুলি

কুৰিবছৰৰ যোৱা মনীষাই এটি পুত্ৰ সন্তানৰ জন্ম দিলে।—আৰু সেই সন্তানক অন্যৰ হাতত প্ৰতিপালিত হ'বলৈ দি, মনীষা মাকৰে সৈতে আকৌ নগৰ পালেহি! বহু চেষ্টা কৰি, পঢ়াশুনা কৰি এটি স্বনিয়োজিত কোম্পানীৰ পৰিচালিকা হৈ জীৱনটো কটাই আছে—একমাত্ৰ সন্তানক দাৰ্জিলিঙত থৈ পঢ়ুৱাইছে আৰু আজি এয়া কাজিৰঙাৰ গধূলী বেলিকা, মনৰ নিভৃতৰ দুখ পাহৰিবলৈকে যেন আমাৰ লগত মিলি বহিছেহি আৰু আমাৰ অনুৰোধতে—জীৱনৰ সংঘাতৰ কথা কৈ গৈছে। বাৰে বাৰে মনত পৰিছে মনীষাৰ—দাৰ্জিলিঙৰ হষ্টেলত থকা অকনমানি ময়ূৰটোলৈ—তাহাতৰ হুষ্টেলখনলৈ—উস্ আৰু নোৱাৰি—মৰ্ম্ম বেদনাত চিঞৰি উঠিছিল মনীষাই, যেনেতেনে ময়ূৰক আনি, লগতে ৰাখি পঢ়ুৱাই, জীৱনৰ দুখেভৰা, নিৰাশাই আৱৰা অধ্যায়বোৰ পাৰ হব লাগিব।—এয়ে কোম্পানীৰ গহীন গম্ভীৰ, গাম্ভীৰ্য্যৰে পৰিপূৰ্ণ ব্যৱহাৰৰ পৰিচালিকা মনীষা বৰুৱাৰ—জীৱন—বাহ্যিকভাৱে অতি সুন্দৰ, কলঙ্কৰ পৰশ নলগা কিন্তু অন্তৰেদি—কিমান যে দুখৰ ফল্গুধাৰা কিমান যে অন্তৰ ভগা ক্ৰন্দন!!—আমি সদায় গহীন গম্ভীৰ বুলি শ্ৰদ্ধা কৰি অহা মনীষা বৰুৱাৰ কথা শুনি হতবাক হৈ গৈছিলো—লাহে লাহে ৰঙা কাঁহীখন যেন হৈ, ৰঙা বেলিতো ভেতিয়া কাজীৰঙাৰ বননিৰ সিফালে পানীৰ মাজত মাৰ যাব খুজিছিল!!—



# "এজাক পখিলা উৰে"

যেৰৰ কাষৰ খাৰাণ্ডাখনৰ, নীলবৰণীয়া লোহাৰ গ্ৰীলখনত হাত দুখনেৰে ধৰি, একাগ্ৰ মনেৰে বন্দিতা দুৱৰাই চাই থাকে বাহিৰৰ ৰঙ-বিৰঙৰ ফুলেৰে সুশোভিত হৈ থকা ফুলনিখনলৈ—ইস্ ফুলনিখনত যে কিমান ফুল ফুলি জিক্‌মিকাই আছে অথচ—আজি নীৰবে প্ৰকৃতিৰ শোভা চাই থকা বন্দিতাৰ মনত সুখৰ অকনি লেশো নাই—ফুলনিখনত নীলা, বগা, হালধীয়া, ৰঙা, বেগুণীয়া আদি ফুলবোৰ—জকমকাই ফুলি আছে আৰু সেই ফুলে ফুলে উৰি ফুৰা কত যে ৰঙবিৰঙী পখিলা !—হঠাতে অজানিতেই বন্দিতাৰ হঠাতে বুকুভেদী দীঘল হুমুনিয়াহ এটা ওলাই আহে ! কিমান যে আশাৰে, কত যে ৰঙীন কল্পনাৰে আজিৰ পৰা ত্ৰিশটা বছৰৰ আগতে বন্দিতা দুৱৰাই চৰকাৰী চাকৰিয়াল পিতৃ বোযেশ্বৰ দুৱৰাৰ ঘৰৰ পাঁচোটি লৰাছোৱালীৰ সৰ্ব্বজেষ্ঠ্যা হৈ কিমান যে সুখেৰে, কিমান যে আনন্দেৰে দিনবোৰ পাৰ কৰি দিছিল। কিমান সুখৰ, কিমান হাঁহিৰ আৰু কিমান যে স্বপ্নভৰা আছিল সেই দিনবোৰ —পিতামাতা ভাইভনী, ককাইভাইৰ মাজত যে কিমান মিলাপ্ৰীতি, কোনো কথাতে, কোনো দিনে বাধাপ্ৰাপ্ত নোহোৱা কিমান যে স্বচ্ছন্দ জীৱন ! দেউতাকৰ চাকৰিৰ টকাৰে স্বচ্ছন্দভাৱে চলি গৈছিল বন্দিতাহঁতৰ ঘৰখন—মুকলি মনেৰে লালিত পালিত হোৱা বন্দিতাহঁতৰ পাঁচোটি ভাইভনী যেন এজোপা গছৰে পাঁচখিলা কুঁহিপাত !—কিন্তু আজি ? —নিৰলা গৃহকোণত হেৰাই স্বপ্নৰ ছবি লৈ, মৰহি যোৱা অতীতক সাৱটি, দুৰ্জ্জয় বৃক্ষৰ দৰে থিয় হৈ আছে বন্দিতা দুৱৰা—জীৱন যি সকলো পায়ো হেৰুৱালে—আৰু হেৰুৱালে জীয়াই থকাৰ প্ৰেৰণা—ঠিক যেন এখনি নদীৰ পাৰত, অকল

শৰীয়া পথাৰৰ মাজত ডালপাতহীন এডাল যেন বৃক্ষহে বন্দিতা!!—

*　*　*　*　*

ঘৰখনৰ ডাঙৰ ছোৱালী হিচাবে, ঘৰখনৰ প্ৰতিজন ব্যক্তিৰে বন্দিতালৈ যে কিমান মৰম! পঢ়াশুনা, খেলাধূলা, কবিতা আবৃত্তি, আদি সকলো বিষয়তে বন্দিতা যে কিমান উৎসাহী—সদায় তেনেবোৰ প্ৰতিযোগিতাত পুৰস্কাৰ পায় বন্দিতাই—ঘৰখনৰহে নালাগে, নগৰখনৰে ছোৱালীবিলাকৰ ভিতৰত জাকত জিলিকা ছোৱালী আছিল বন্দিতা— আৰু সেই জাকত জিলিকা বন্দিতায়ে আজি কেনেধৰণে নিয়তি চক্ৰত পৰি এটা বঞ্চিত কটাৰ লগীয়া অৱস্থাত পৰিলহি! —ভাবি ভাবি আনমনা হৈ পৰে বন্দিতা! —এটা এটাকৈ জীৱনৰ পাৰ হৈ যোৱা দিনবোৰৰ কথা মনত পৰি যায় বন্দনাৰ— কি যে হ'ল আজি সেই সুখে ভৰা, আনন্দেৰে ভৰা ঘৰখনৰ পৰিবেশ—হঠাতেই হৃদযন্ত্ৰৰ অসুখত ভুগি দুদিনৰ ভিতৰতে বন্দিতাৰ দেউতাকে এই পৃথিৱীৰ পৰা বিদায় ললে—বন্দিতা তেতিয়া মাথো দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী —মাক দেউতাকৰ মৰমৰ আতোলতোলত ডাঙৰ দীঘল হোৱা বন্দিতাই বুজিবলৈকে নেপালে — পিতৃহীন, ঘৰৰ মুখচহীন দায়িত্ব কেনেকৈ তাই মূৰপাতি লব লগা হল— পাঁচোটি ভাই ককাই বাইভনীৰে সৈতে সংসাৰখনৰ, ঘৰখনৰ দায়িত্ব, মূৰ পাতি লব লগা হল দ্বিতীয় বাৰ্ষিকৰ সংসাৰ অনভিজ্ঞ এজনী সৰু ছোৱালীয়ে! প্ৰথমতে কেউফালে অন্ধকাৰ যেন দেখা বন্দিতাই লাহে লাহে পোহৰ বিচাৰি পালে। প্ৰথমতে অ'ত, ত'ত, ইঘৰ সিঘৰত টিউচনী গোটাই, লগে লগে ঘৰতে পঢ়াশুনা কৰি গৈ, বি, এ, পাছ কৰিলে! —অৱশ্যে তাইৰ এই কৃতকাৰ্য্যতাত, তাইৰ প্ৰতি গভীৰ ভালপোৱা থকা, নগৰৰে এটি আঢ্যৱন্ত পৰিয়ালৰ একমাত্ৰ লৰা অচিন্ত্যৰ আন্তৰিক, স্বাৰ্থহীন সহযোগিতা! দেউতাকৰ জীৱিত কালতে, কেনেকৈ জানো দুয়ো পৰিয়ালৰ লাৱণ্যময়ী কন্যা বন্দিতাৰ পৰিচয় হৈছিল, নগৰখনৰে এজন বিখ্যাত

ব্যৱসায়ী পৰমেশ্বৰ হুৰবাৰ একমাত্ৰ পুত্ৰ অচিন্ত্য হুৰবাৰে সৈতে—প্ৰথমতে কলেজৰ দুৱাৰডলিতে চাপচিনাকী হোৱা পৰিস্থিতিয়ে লাহে লাহে গভীৰ প্ৰেম আৰু ভালপোৱাৰ ৰূপ ললে! বন্দিতা আৰু অচিন্ত্য দুয়ো প্ৰতিজ্ঞাবদ্ধ হ'ল জীৱনত ইজনক এৰি সিজন নাথাকে— তেওঁলোক দুয়ো ওৰেতো জীৱন এক অভিন্ন-আত্মা হৈ থাকিব! তেতিয়ালৈকে ছাগে আজিৰ এই সামাজিক ঘূণে ধৰা পৃথিৱীত, পবিত্ৰ প্ৰেম আৰু ভালপোৱাৰ মৰ্য্যাদা অক্ষুণ্ণ হৈ আছিল—সেয়েহে বন্দিতাৰ প্ৰতি আকৰ্ষিত হৈ, এখন আঢ্যৱন্ত ঘৰৰ একমাত্ৰ ল'ৰা অচিন্ত্যই, সৰ্ব্বতোপ্ৰকাৰে সহায়ৰ হাত আগবঢ়াইছিল, বন্দিতাহঁতৰ ঘৰখনৰ প্ৰতিটো কথাতে— সেয়েহে তৃতীয় বাৰ্ষিকৰ ছাত্ৰী নৌ হওঁতেই, এটা ডাঙৰ পৰিয়ালৰ বোজা মূৰত লৈ উদ্বিগ্ন হোৱা বন্দিতাক সকলো সময়তে সততে সান্ত্বনা দিছিল অচিন্ত্যই! চাওঁতে চাওঁতে কালৰ বুকুত দিনবোৰ এটা এটাকৈ পাৰ হৈ গৈছিল— আৰু লাহে লাহে হাঁহিমুখীয়া, লাৱণ্যময়ী বন্দিতাৰ জীৱনলৈয়ো পৰিবৰ্ত্তনৰ এটা ধাৰা সকলোৰে অগোচৰে নামি আহিছিল! ৰুগ্না মাতৃৰ পৰিচৰ্য্যা, চাৰিটি ভাই-ভনীৰ দায়িত্বই, ঘৰখন চলোৱাৰ দায়িত্বই বন্দিতাৰ নিজ প্ৰাণৰ যেন কোমল অনুভূতিবোৰকে নাইকিয়া কৰি পেলালে। ক'তবাৰ অচিন্ত্যই অনুৰোধ কৰে বন্দিতাক, —বাহিৰৰ মুকলি পৃথিৱীখনলৈ দুই এবাৰ চকু ফুৰাই চাবলৈ, এবাৰ চকু দিবলৈ— কিন্তু বন্দিতাৰ চোন অকণিও আহৰিয়ে নাই! — কেনেকৈ দেউতাকে এনাডিমা কৰি এৰি থৈ যোৱা ভাইভনী কিটাক মানুহ কৰি তুলিব সেয়ে বন্দিতাৰ একমাত্ৰ চিন্তা— বন্দিতাৰ পাছতে ভাই অলক, অলকৰ তলতে ভনী নন্দিতা, নন্দিতাৰ পাছতে দ্বিতীয়জনী ভনী ছন্দতা আৰু সৰ্ব্বশেষত একেবাৰে মাকৰ পেটমোচা সৰু ভায়েক পুলক! মুঠতে তেওঁলোকক লৈয়ে, টিউচন, কলেজ, ঘৰখনৰ এশএটা সমস্যাতে নিমগ্ন হৈ থাকে বন্দিতা! বন্দিতাৰ প্ৰাণেও, কিন্তু কেতিয়াবা মুক্তিৰ আশাতে

ছটফটাই উঠে — কেতিয়াবা বন্দিতাৰ প্ৰাণ উত্ৰাউল হৈ উঠে— এই সকলোবোৰ চিন্তা এৰি যেন কৰবালৈ গুচি যাব— ৰুগ্না, শয্যাগতা মাকে বন্দিতাক কত কি বস্তুৰ বাবে যে কাকুতি কৰায়— বন্দিতা নিৰুপায় হৈ পৰে— কেতিয়াবা আন্ধাৰত বাৰাণ্ডাখনৰে এটা চুকত, নীৰৱে বহি বহি কান্দে বন্দিতাই।— আৰু নলও বুলিও বন্দিতাই আজি পৰিমিত কত যে সহায় লৈছে অচিন্ত্যৰ পৰা—অচিন্ত্য, বন্দিতাৰ ঘেউতাক থাকোতে অহাৰ দৰে আজিকালিও আহি থাকে— সকলোৰে লগত মিলিজুলি কথাবতৰা পাতে— মাকৰ স্বাস্থ্যৰ প্ৰতি উদ্বিগ্নতা প্ৰকাশ কৰে— কাৰোবাৰ কিবা প্ৰয়োজন হৈছে নেকি বন্দিতাৰ ভায়েক ভনীয়েকহঁতৰ পঢ়াশুনাৰ খবৰ— সকলোতো অচিন্ত্যই লৈয়ে থাকে - কিয় জানো কেতিয়াবা কেতিয়াবা বন্দিতাৰ মনটোৱে বিদ্ৰোহ কৰি উঠিব খোজে —কেতিয়াবা অন্তৰ ভৰা কান্দোন ওলাই আহে· · তথাপিতো নিৰ্মম বাস্তৱক আকোৱালি লোৱাৰ বাহিৰে বন্দিতাৰ আৰু কোনো উপায় নাথাকে— তথাপিও আজি ইমান কিটা বছৰে পিতৃহীনা হৈয়ো আন্তৰিক ত্যাগেৰে ভাতৃ অলকক প্ৰবেশিকা পৰীক্ষা পাছ কৰোৱাই, অভিযন্তা হবৰ বাবে, প্ৰাণপনে খাটি আৰু লাগি তেওঁক অভিযান্ত্ৰিক-মহাবিদ্যালয়ত ভৰ্ত্তি কৰোৱাইহে বন্দিতাই এটা স্বস্তিৰ উশাহ লৈছে! বা লব পাৰিছে!— আশাগুধীয়া ভাৱে অলকৰ প্ৰয়োজনীয় টকাপইচা সংগ্ৰহ কৰি বন্দিতা তিলে তিলে নিজকে ক্ষয় কৰি জীৱন যুদ্ধত আগবাঢ়ি যায় বন্দিতা ছুৱৰা— পিতৃ যাৰ মৃত, মাতৃ যাৰ ৰুগ্না, সংসাৰৰ সকলো দায়িত্ব যাৰ মূৰত— সেয়া বন্দিতাই এই যুদ্ধক্ষেত্ৰত আগবাঢ়োতে বাৰে বাৰে মাথো সহায় লৈছে নিজৰ ভালপোৱাৰ পৰাকী অচিন্ত্যৰ পৰা— অচিন্ত্যই আজি বন্দিতাৰ জীৱন যুদ্ধৰ প্ৰধান আহিলা— বন্দিতা নিৰুপায় আৰু নিৰুপায় তেওঁলোকৰ ভাঙৰ পৰিয়ালটো— বন্দিতাৰ দৰে এজনী কৰ্ত্তব্য স্থিৰ, সংসাৰ অনভিজ্ঞা ছোৱালীৰ আৰু

যা কত ত্যাগৰ প্ৰয়োজন হব সংসাৰখন নিয়াৰিকৈ চলাই নিবলৈ, ভাই-ভনীকিটাক মানুহ কৰি, পিতৃঋণ শোধ কৰিবলৈ! কবলৈ গলে অচিন্ত্যৰ সহায়-সহযোগতে যদিও অলক, অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ আজি ছাত্ৰ— তথাপিও সেই প্ৰচেষ্টাত বন্দিতাৰ যে কিমান দান, কিমান বৰঙণি, কোনে বুজিব? ইংৰাজী বিষয়ত অনাৰ্চ থকা বন্দিতাই তো কোনো দিনে ভবাই নাছিল যে এনে এটা জটিল পৰিস্থিতিৰো কেতিয়াবা উদ্ভৱ হব বুলি তাইৰ জীৱনত! এই বিদ্যাকে সাৰোগত কৰি তাই জীৱন যুদ্ধত জপিয়াই পৰিব লাগিব বুলি! —অথচ বাস্তৱত সেয়াই হল —অলক পুলকহঁতক মানুহ কৰাৰ, নন্দিতা আৰু ছন্দিতাক উপযুক্তকৈ গঢ়ি তুলি, সন্তৰপৰ শিক্ষা দীক্ষা দি, একো-জনকৈ সুপাত্ৰত দান কৰাটোও যে কিমান ডাঙৰ কৰ্ত্তব্য, সেইটোক জীয়াই থাকোতে সদা হাস্যমুখী হৈ থকা বন্দিতাৰ আজি কালি মুখত হাহিঁ কমহে ওলায়! সংসাৰখনৰ গুৰু দায়িত্ব বহন কৰি, আজি কালি আৰু বন্দিতাই, আগৰ দৰে অচিন্ত্যৰ লগত ওলাই গৈ, নদীপাৰত বহি, বা কৰবাত ফুৰি ফুৰি, সুখদুখৰ বিভিন্ন অনুভূতিৰ কথা পাতিবলৈ আৰু সময়কে নোলায়!—বন্দিতা সংসাৰলৈ ব্যস্ত হৈ থকাত, সংসাৰ চলোৱা খৰছ আদিৰ বাবে টকা ঘটাৰ চিন্তাত সততে ব্যস্ত হৈ থাকিব লগীয়া হোৱাত, বন্দিতাৰ আৰু নিজ জীৱনৰ কামনাবাসনাৰ কথা ভাবিবৰ সময় নহয়—তথাপিও এই নিৰাশাত হতাশ নহৈ অচিন্ত্য সকলো বুজি বাৰে বাৰে আহে বন্দিতাহঁতৰ কাষলৈ আৰু বাৰে বাৰে প্ৰত্যাখাতত হয় বন্দিতাৰ ব্যস্ততা মুখৰ জীৱনৰ বাবে—বন্দিতাৰতো এতিয়া নিজৰ জীৱনৰ কথা, আনন্দৰ কথা, সুখৰ কথা আনাকি দুখৰ কথাও ভাবিবলৈ অকনিকে সময় নাই—তথাপিও আশাৰ কথা অলক যদিও অভিযান্ত্ৰিক মহাবিত্তালয়ৰ ছাত্ৰ, তথাপিও বায়েক বন্দিতাৰ কষ্টৰ কথা বুজি, নিজৰ যৎপৰোনাস্তি চেষ্টাৰে, ঘৰখনৰ, মাকৰ আৰু বায়েদৰ সহায়ৰ বাবে

আপ্ৰাণ চেষ্টা কৰে—যি কোনো উপায়েৰে সহায়ৰ হাত আগবঢ়াই মায়েক বন্দিতাৰ দুখৰ বোজা কম কৰিবলৈ চেষ্টা কৰে অলকে—উঠি অহা ডেকা ল'ৰা যদিও বহুসময়ত অলকে, মায়েকৰ মুখলৈ চাই, ঘৰখনৰ অৱস্থালৈ চাই, বিলাসী জীৱন নকটাই, পঢ়াশুনাত ব্যস্ত হৈ থকা সময়খিনিৰ পৰা আজৰি পালেই টিউচন আদিত লাগি মায়েকক সাহার্য্য দিবলৈ সততে চেষ্টা চলাই থাকে। বন্দিতায়ো উঠি অহা ভায়েকৰ একাগ্ৰতাত সন্তোষ লাভ কৰে—তাৰ পাছতো কিন্তু অচিন্ত্যই এবাৰ আকৌ বিবাহৰ প্ৰস্তাৱ আগবঢ়াইছিল বন্দিতালৈ—কিন্তু বন্দিতা? বন্দিতা যে এতিয়া বন্দী বিহঙ্গ! এতিয়াতো আৰু বন্দিতা দেউতাকৰ ছত্ৰছায়াত থকা মুকলিমুৰীয়া, স্বাধীন ছোৱালী নহয়—এতিয়া যে বন্দিতাৰ গাতে গোটেই ঘৰখনৰ, গোটেই পৰিয়ালটোৰ দায়িত্ব লৈ বন্দিতা যেন এতিয়া একাকী অভিভাৱিকাহে—যাৰ প্ৰতিটো কথাই প্ৰতিটো পদক্ষেপেই ঘৰখন লোকে নহহাঁকৈ নিযাৰিকৈ লোৱাৰ দায়িত্ব—আৰু যেন বন্দিতাৰ জীৱনত অন্য একো কথা নাই! বাৰে বাৰে আহি সততে নিজৰ বুলি সততে সহায় কৰি থকা অচিন্ত্যৰ কথাও যেন অকনিকে ভাবিবলৈ সময় নাই এতিয়া বন্দিতাৰ—বন্দিতাৰ দুচকুৰ স্বপ্ন, যুগ্ম জীৱনৰ সোণমেৰীয়া স্বপ্ন ক'ৰবাত যে হেৰাই গল!!

আকৌ কালৰ বুকুত এটা এটাকৈ কেইবাটাও বছৰ পাৰ হৈ গল! লাহে লাহে যেন সংসাৰ চক্ৰত অতীষ্ঠ হোৱা বন্দিতা আগতকৈও নিস্তব্ধ হল—তথাপিও মন ভাল লগাৰে কথা যে অলক অভিযন্তা হৈ ওলাই অহাৰ আগতেই বন্দিতাই নিজৰ আশাগুধীয়া প্ৰচেষ্টাৰে অচিন্ত্যৰ লগ লাগি এজন বহল মনৰ সুপাত্ৰৰ হাতত নন্দিতাক গটাই দিব পাৰিলে। এটি মধ্যবিত্ত পৰিয়ালৰ উপযুক্ত উঠি অহা ব্যৱসায়ী ৰনজিত চলিহাৰ হাতত নন্দিতাক গটোৱাৰ পাছত, অলপ যেন সাংসাৰিক দায়িত্বৰ

পৰা সকাহ পালে বন্দিতাই! আজিও অচ্যিন্ত আছে—বিপদৰ সময়ত অচ্যিন্ত সদায় বন্দিতাহঁতৰ কাষে কাষে থাকে! কিজানি অচ্যিন্তই আশা কৰে বন্দিতাই এদিন মত দিব আৰু অতদিনৰে পৰা আশা কৰি থকা অকৃত্রিম মৰম আৰু ভালপোৱাৰে দুয়ো এখনি সুখৰ আৰু সোণৰ সংসাৰ গঢ় তুলিব!! কিন্তু বন্দিতা—বন্দিতাই যে আশাহত হৈ কিমান যে ৰাতি অকলে অকলে কান্দে বন্দিতাই—মাকৰ অসুখতো ভাল হৈ যোৱা নাই—হয়তো যিমানখিনি টকা পইচা ভাঙি চিকিৎসা কৰাব লাগিছিল সেইখিনি হয়তো পৰা নাই বন্দিতাই। নন্দিতাজনীৰ বিয়া হৈ যোৱাৰ পাছতহে এটা স্বস্তিৰ উশাহ লব পাৰিলে বন্দিতাই—তথাপিওতো চিন্তাৰ আৰু শেষ নাই—ছন্দিতা আৰু পুলকৰ চিন্তা—এটা শেষ হলেও এটা ওলাই পৰে! বন্দিতাৰ জীৱনটোও যে আৰু দায়িত্বৰূপী অক্টোপাছৰ মেৰজালেৰে বন্ধা বন্দিতাৰ জীৱন—!! এটা কথা কিন্তু বন্দিতাৰ ভাগ্য ভাল বুলিয়ে কব লাগিব—বিয়াৰ পাছত এখন মনবুজা দৰদী পৰিয়ালৰ বোৱাৰী হোৱা নন্দিতাই, নন্দিতাই পুলকৰ পঢ়াশুনাৰ দায়িত্ব গ্ৰহণ কৰি, অৰ্থনীতি বিষয়ত এম, এ পঢ়ুৱাটো যেতিয়া গাত ললে, তেতিয়াও এটা স্বস্তিৰ নিশ্বাস পেলাইছিল বন্দিতাই! —কিন্তু ইমানখিনি হবলৈকে বন্দিতাৰ জীৱনৰ পৰা আৰু চাৰিটা বছৰ পাৰ হৈ গল—অলপকৈ হলেও বন্দিতা আজি স্থৱিৰ—বন্দিতাৰ জীৱনলৈ বাৰ্দ্ধক্য যেন লাহে লাহে আহিছে—এতিয়া বন্দিতাৰ কপালৰ আগৰ চুডালমান চুলিও অলপ অলপকৈ বগা হৈ পৰিছে! তথাপিও ভাবিলে আচৰিত লাগে—এবাৰ বন্দিতাৰ জীৱনৰ লগত নিজৰ জীৱন জড়িত কৰাৰ প্ৰয়াসেৰে, মৰম আৰু ভাল পোৱাৰ মাজেৰে বন্দিতাহঁতৰ ঘৰখনলৈ অহা অচ্যিন্তই আজিও বাট চাই আছে, বন্দিতাৰ সন্মতিলৈ—বন্দিতাৰতো কৰ্তব্য এতিয়াও শেষ হৈ যোৱা নাই—দায়িত্বও শেষ হৈ যোৱা নাই।—কেৱল মাত্র সংসাৰখনৰ দায়িত্ব পালনৰ বন্ধনতে আবদ্ধ

হৈ বন্দিতাই নিজৰ কথা ভাবিবলৈকে এৰি দিছে!—বন্দিতাৰ হিয়া যেন আজি কাৰো মৰম চেনেহৰ বাবে কাঙাল নহয়—অথচ এইজনী বন্দিতায়ে দেউতাক জীয়াই থাকোতে—লুইতৰ পাৰে পাৰে অচিন্ত্যৰ লগত খোজ কাঢ়ি কাঢ়ি কিমান যে অনাগত সুখৰ দিনবোৰৰ কথা ভাবিছিল—আজি নিজলৈকে পুতৌ হয় বন্দিতাৰ—আৰু পুতৌ হয় অচিন্ত্যৰ জীৱনটোলৈ—বিয়াৰ বয়সতো বন্দিতাৰ কেতিয়াবাই পাৰ হৈ গল—কিন্তু অচিন্ত্য, অচিন্ত্যতো পুৰুষ—সেয়ে বাৰ্দ্ধক্যই আচোৰ পেলাব নোৱাৰা অচিন্ত্যৰ দেহাততো পূৰ্ণ যৌৱন—অচিন্ত্যতো তেজ মঙহৰ মানুহ—নিজৰ জীৱনৰ সুখ আৰু শান্তিক বিসৰ্জ্জন দি কিমান আৰু জীয়াতু ভুগিব বাৰু অচিন্ত্যই-!! কেতিয়াবা এইবোৰকে ভাবি ভাবি, কান্দি কান্দি অকলে গাৰু তিয়াই পেলায় বন্দিতাই—আৰু তেতিয়াই মনত পৰে সৰু ভনী ছন্দিতাৰ মৰম কোমল মুখখন—কলেজৰ স্নাতক মহলাৰ ছাত্ৰী ছন্দিতা—সংগীত নৃত্যতো পাৰদৰ্শী, কলেজখনৰ নামজ্বলা ছাত্ৰী ছন্দিতা ভুৱৰা সেই ছন্দিতায়ো কিন্তু বায়েক বন্দিতাৰ আত্মত্যাগৰ মহানতাত কেতিয়াবা কেতিয়াবা আনমনা হৈ পৰে। ভাবি ভাবি দুখ লাগে ছন্দিতাৰ—কেনেকৈ যে নিজৰ জীৱনৰ সুখ শান্তিৰ বিনিময়ত বন্দিতা বাইদেউৱে তাহাঁতৰ মুখলৈ চাঁহি আনিছে—সেয়েহে পঢ়া শুনা, সংগীত চৰ্চ্চা সকলোতে একান্ত মনেৰে লাগে ছন্দিতাই, যাতে বায়েকে মনত অকনো দুখ নেপায়। তাইৰ যেন কোনো কামে বন্দিতা বাইদেউক আঘাত নিদিয়ক। —আচান্ত আজিও আহে আৰু সেই অচিন্ত্যদাক দেখি ছন্দিতাৰ অন্তৰ-খনেও হাঁহাকাৰ কৰি উঠে।— বাবাগুখনৰ বেঞ্চিডালৰ কাষতে দুখন চকীত বন্দিতা আৰু অচিন্ত্য বহে—অচিন্ত্যই কৈ যায়, বন্দিতাই শুনি যায় —মনৰ সকলো আশা, মনৰ সকলো আকাংক্ষা যেন আজি হেৰাই গৈছে বন্দিতাৰ মনৰ পৰা - সেয়েহে অচিন্ত্যই বাৰে বাৰে কৰা প্ৰস্তাৱো বন্দিতাই প্ৰত্যাখান কৰিছে - "আৰু অলপ অপেক্ষা কৰা অচিন্ত্য - মোৰ দায়িত্ব-

খিনি শেষ হৈ যাওঁক - দেউতাৰ ওচৰত, মাৰ ওচৰত মই যে ঋণী অচ্যিন্ত—মোক অলপ সময় দিয়া - বন্দিতাৰ কাতৰোক্তিত অচ্যিন্ত হতাশ হৈ পৰে — পুণৰবাৰ কোৱাৰ প্ৰয়াস অচ্যিন্তৰ হেৰাই যায়— দেউতাকে যে বন্দিতাক, ঘৰখন চলোৱা, চাৰিওটি ভাইভনীক উপযুক্ত কৰি বিয়া বাক দিয়া, কয়া মাতৃৰ প্ৰতিপাল —বন্দিতাই বাক এই সকলোবোৰ দায়িত্ব কেনেকৈ এৰি দিয়ে? —সেয়ে আকৌ যেতিয়া, ফুলনিখনত ফুলি থকা নানা ৰঙী ফুলবোৰলৈ চাই চাই অচ্যিন্তই কৈ উঠিছিল "বান্দতা আৰু নো কিমান দিন? কেতিয়া আহিব আমাৰ জীৱনলৈ পূৰ্ণতা—প্ৰতিশ্ৰুতি কেতিয়া পূৰ্ণ হব? তুমি মত দিয়া বন্দিতা — দায়িত্বতো দুয়ো লব পাৰিম" — কিন্তু অচ্যিন্তৰ এই আকুলতাৰ উত্তৰ জানো দিব পাৰিছে বন্দিতাই! বন্দিতাৰ চোন জীৱনৰ সৰহভাগ দিন ঘৰখনৰ দায়িত্ব পালনতে গল— আজি আৰু জীৱনৰ অপৰাহ্নত বন্দিতাই নিজৰ জীৱনৰ কথা পাহৰিয়ে গল! - পিতৃ দায়িত্ব পালন কৰি, অলকক অভিযন্তা কৰিবলৈ ক৩ যে কষ্ট সহিলে বন্দিতাই— নিজৰ দেহৰ তেজক পানী কৰি ভনী নন্দিতাক পঢ়ুৱাই শুনুৱাই এজন উপযুক্ত পাত্ৰলৈ বিয়া দিহে উশাহ লব পাৰিছে বন্দিতাই -- কিন্তু কি হব— উশাহ নৌ সলাওতেই আহিল পুলক আৰু ছন্দিতাৰ চিন্তা—কতবাৰ যে কয়া মাকে কাতুৰি কাতুৰি কয় বন্দিতাক— 'বুন, কিবা এটা কৰচোন তোৰ নিজৰ বাবে আই, তোৰ মুখলৈ চালে—দুৰত অচ্যিন্তক দেখিলে মোৰ বুকুখন হুমহুমাই যায়'—তেতিয়া বন্দিতাৰ মনো যেন খন্তেকলৈ চঞ্চল হৈ পৰে— কিবা যেন মনৰ শান্তি বিচাৰি, কিবা যেন মনৰ কল্পনাৰ বাস্তৱৰূপ বিচাৰি খন্তেকলৈ হলেও বয়সত ভালেখিনি আগবঢ়া বন্দিতাই মনটো অস্থিৰ হোৱা যেন অনুভৱ কৰে—কিন্তু সেয়া মাত্ৰ খন্তেকলৈহে—পিচ মুহূৰ্ত্ততে বান্দতা সচকিত হৈ পৰে -- ইমানখন সংসাৰৰ দায়িত্ব লৈ বন্দিতাৰ জানো নিজৰ বাবে ভাবিবৰ আৰু সময় আছে? নন্দিতাৰ বিয়াৰ

পাছতো আকৌ দায়িত্ব আহি পৰিল পুলক আৰু ছন্দিতাৰ! সংসাৰৰ বোজা বওতে বওতে বন্দিতাই এতিয়া নিজৰ স্বকীয় স্বত্বাকে হেৰুৱাই পেলালে—বন্দিতাৰ এতিয়া এটা বৈচিত্ৰহীন গতানুগতিক জীৱন—বন্দিতা যেন এটা মেচিন নিৰ্দ্দিষ্ট পথত নিজ কৰ্ত্তব্য কৰি চলি গৈ থাকে। বন্দিতাৰ জীৱনত মাথোন কৰ্ত্তব্যইহে আগ, দায়িত্বই হে আগকথা- এখানি সময়ো নিজৰ বাবে ব্যয় কৰিব নোৱাৰে বন্দিতাই!!

অলক, নন্দিতা, পুলকৰ কথা চিন্তা কৰি, তেওঁলোকৰ জীৱনবোৰৰ বাস্তৱৰূপ দিবলৈ যাওতেই. বন্দিতা ছুৱৰাৰ চুলিত ৰূপোৱালী ভাজ ওলাই পৰিল! জীৱনৰ মোহ, আশা, শতৰঙী কল্পনা সকলো অসাৰ্থক হৈ পৰিল বন্দিতাৰ জীৱনত। অচ্যিন্ত আজিও যেতিয়া আহে, বন্দিতাই উত্তৰ দিয়ে, 'অচ্যিন্ত, তুমি বাৰু কিয় নুবুজা? মোক যে দেউতাই দি থৈ যোৱা কৰ্ত্তব্যৰ ভাৰ আজিও শেষ হৈ যোৱা নাই - কিছু যেন হতাশ হৈ পৰে অচ্যিন্ত—জীৱনৰ এইটো বয়সত আৰুতো একো ভাবিব নোৱাৰি! নিজেওতো আৰু ডেকা হৈ থকা নাই!—সংসাৰৰ মেৰজালত পৰি বন্দিতাইতো নিজৰ যে এটা স্বকীয়া স্বত্বা আছে পা ৰিয়ে গল—অচ্যিন্তযো যেন পাহৰি যোৱা নাই! - তথাপিও জীৱন জীৱনেই— খাপে খাপে বয়সত আগবাঢ়ি অচ্যিন্তয়ো ডেকাবয়স পাৰ কৰি দিলে বন্দিতাৰ অপেক্ষাত —অচ্যিন্তৰো কপালৰ আগৰ চুলিত ৰূপালী ৰেখা - ঘৰত আপোনজনৰ কিমান যে তাগাদা, বিয়াখন আৰু কেতিয়া পাতিব বাৰু অচ্যিন্তই! কিন্তু অচ্যিন্তই তো বুজে নিজৰ হৃদয়ৰ সুৰ যে বন্দিতাৰ হৃদয়ৰ সুৰতে একেলগে বন্ধা আছে! জীৱন পথৰ শেষলৈকে তো বাট চাবই লাগিব - তথাপিও অচ্যিন্তৰ হতাশাৰে ভৰা ছমুনীয়াহে কেউকাষৰ বতাহ গধুৰ কৰি তোলে। —তথাপিও অচ্যিন্তৰ মুখলৈ চায়ো বন্দিতা নিৰুপায়—পিতৃঋণত আবদ্ধা বন্দিতা—মুক্তি জানো কেতিয়াবা পাব? – কেনেকৈ নো বাৰু বন্দিতাই

ছন্দিতাহঁতৰ জীৱনৰ কথা নাভাবি, নিজৰ সুখৰ কথা ভাৱে! লাহে লাহে জীৱনৰ বাটত আৰু আগবাঢ়ি গল বন্দিতা—আৰু আগবাঢ়ি গল অচ্যিন্ত—বছৰ আৰু কেইবাটাও বাগৰি গ'ল'— তথাপিতো বন্দিতাৰ জীৱন জিজ্ঞাসাৰ শেষ নাই! পুলকো মানুহ হল কলেজত প্ৰবক্তা হৈ সোমাল—বন্দিতাৰ দায়িত্ব যেন কিছু কমিল - কিন্তু ছন্দিতা? ছন্দিতাৰ বাবেও তো বন্দিতায়ে সকলো কৰিব লাগিব! ছন্দিতা পঢ়াশুনাতো সিমান ভাল নহয় - ৰব দেখনিয়াৰো নহয় - তথাপিতো জীয়াই থাকোতেই ছন্দিতাৰ প্ৰতি কৰ্ত্তব্যতো পালন কৰিবই লাগিব বন্দিতাই! পেটমোচা ভনী ছন্দিতাৰ কথা ভাবি, নিজৰ দায়িত্বৰ কথা ভাবি বন্দিতাই ভাৱে কেতিয়া যে তাইৰ জীৱনৰ কৰ্ত্তব্য শেষ হ'ব! সেয়েহে সততে জীৱনৰ পৰামৰ্শ-দাতা আৰু সহায় আগবঢ়াওতা অচ্যিন্তৰ লগ লাগি বন্দিতাই, ছন্দিতাৰ বাবে এজন উপযুক্ত পাত্ৰৰ সন্ধানত লাগি পৰে—আৰু এদিন দুয়োৰে যুটীয়া চেষ্টাত, ছন্দিতাৰো অচ্যিন্তৰ সম্বন্ধীয়া এজন ভাল কৰ্ম্মী, লৰাৰে সৈতে ছন্দিতাৰ বিয়াৰো সকলো বন্দবস্ত হৈ যায়, হয়তো বন্দিতাৰ ধৈৰ্য্য দেখি, দায়িত্বৰ প্ৰতি সজাগতা, সচেতনতা দেখি বহুতো পৰিয়ালে আশা কৰে বন্দিতাহঁতৰ ঘৰৰ ছোৱালী সেয়েহে নতুনকৈ এখন বেকাৰী খুলি ব্যৱসায়ত নমা ডেকা ব্যৱসায়ী নিবিড় শইকীয়াৰ লগত ছন্দিতা ছুৱৰ'ৰ বিয়াও সম্পন্ন হৈ যায়— সংসাৰৰ ভাৰবৈ বৈ ভাগৰি পৰা বন্দিতাই এদিন হঠাতে আবিষ্কাৰ কৰিলে— জীৱনটোতো আৰু প্ৰায় শেষেই হৈ গল—এতিয়া আৰু জীৱনৰ কোনো মোহেই বন্দিতাক আনমনা কৰিব নোৱাৰে—জীৱনৰ কৰ্ত্তব্য শেষ কৰি কৰি আজি বন্দিতা ভাগৰি পৰিছে, জীৱনৰ বাটত বাট বুলি বুলি আজি বন্দিতা ক্লান্ত - এতিয়া আৰু জীৱনৰ এই ভাটী বেলিকা বন্দিতাৰ মনত আৰু কোনো কামনা বাসনাই জীৱন্ত হৈ দায়িত্ব শেষ হোৱাৰ লগতে মনৰো কামনা বাসনা শেষ হৈ গল— বন্দিতাৰ অন্তৰে গুজৰি গুমৰি কান্দি উঠে—

কেতিয়াবা বন্দিতাৰ চকুৰেদি ধাৰাসাৰে পানী বৈয়ে থাকে, বৈয়ে থাকে — তথাপি ধৈৰ্য্য ধৰে বন্দিতাই—জীৱনত নো বাক কি আছে ? আৰু বন্দিতাৰ জন্মক্ষণত বাৰু বন্দিতাই কি কুগ্ৰহৰ কোপদৃষ্টিত পৰিছিল যাৰ বাবে এই জীৱনত বন্দিতাই একোকে নাপালে—দায়িত্বৰ বোজা বৈ বৈ জীৱনটো শেষেই কৰি পেলালে। — আৰু নো কিমান বেদনা সহ্য কৰিব বন্দিতাই ভাবি ভাবি বন্দিতাৰ নিজকে এজনী বন্দী বিহঙ্গ যেন লাগে—অত বেদনা সহ্য কৰি জীৱনৰ দিনবোৰ কটোৱাৰ পাছত আজি বন্দিতাৰ জীৱনত এটাই শান্তি - এটাই শান্তিৰ অনুভূতি—অত কষ্ট সহ্য কৰি পৰিচৰ্য্যা চলোৱাৰ মাকৰ স্বাস্থ্যৰ কিছু উন্নতি হৈছে—মাকৰ এই উন্নতি দেখি বন্দিতা সুখী হয়। —তথাপিও জীৱনৰ এটা কাল উকা হৈ থকা বন্দিতাৰ জীৱনে কেতিয়াবা পূৰ্ণতা বাৰু পাবনে ? —জীৱনযুদ্ধত ভাগৰি পৰি বন্দিতাই যেন অতীষ্ঠহৈ কেতিয়াবা শান্তিৰ অকণি আশ্ৰয় বিচাৰি আকুল হয়— আৰু ঠিক একেদৰেই ক্লান্ত হৈ পৰে অচ্যিন্ত— অফুৰন্ত যাৰ ধৈৰ্য্য— অফুৰন্ত যাৰ উৎসাহ— কিন্তু তথাপি নোৱাৰে অচ্যিন্তই —জীৱনৰ অতটা বছৰ এক্টা কথাতে লাগি থাকি, বন্দিতাৰ জীৱনৰ সুখ দুখৰ ভাগী হৈ কটাই এতিয়া আৰু এটা নতুন জীৱন কটোৱাৰ স্পৃহা অচ্যিন্তৰো কেতিয়াবাই যেন শেষহৈ গল !— আজিকালিও অচ্যিন্ত আহে --বাৰাণ্ডা-খনতে বহি কথা পাতে বন্দিতাৰ সৈতে, পৰিয়ালৰ সকলোৰে খা-খবৰ লয়. শেষত মাকক মাত লগাই অচ্যিন্ত ওলাই যায় - কিবা এটা যেন হেৰোৱা বস্তুহে বিচাৰি আহে অচ্যিন্তই - কিন্তু যেই হেৰোৱা বস্তুও বিচাৰি নাপায় অচ্যিন্তই - দিনবোৰ বাগৰি যোৱাৰ লগে লগে আৰু আনমনা হৈ পৰে বন্দিতা - দেউতাকৰ মায়া শৃঙ্খলত বান্ধ খাই বন্দিতাৰ স্বকীয় স্বত্বাযে কেতিয়াবাই হেৰাই গল - সেই শৃঙ্খলৰ বান্ধোনৰ পৰা কোনেনো মুক্ত কৰিব পাৰিব বন্দিতাক ?

সেয়েহে গধূলীৰ ধূসৰ লগণত, বাৰাণ্ডাখনৰ বেতৰ আৰামী চকীখনত বহি বহি, সংসাৰ ক্লান্তা বন্দিতাই ফুলনিখনত ফুলি থকা নানাৰঙৰ ফুল-

ৰোৰ চাই চাই বিভোৰ হৈ পৰে—পৃথিবীৰ ছবি বন্দিতাৰ চকুৰ আগৰ পৰা আঁতৰি যায়-হঠাতে ৰঙাকৈ ফুলা গোলাপ পাহীত, কৰবাৰ পৰা অহা এজাক পখিলাৰ মাজৰ কলা পখিলাটো পৰেহি- উচপ খাই উঠে বন্দিতা- এজাক উৰি ফুৰা পখিলাৰ মাজৰ সেই কলা পখিলাটো — সেইটোৱে বাৰু বন্দিতাৰ জীৱনৰ ধূমকেতু নেকি ?



# ৰথৰ চকৰি ঘূৰে

সুদূৰ উত্তৰ প্ৰদেশৰ কাষৰ নাইনিতালৰ নাইনি হ্ৰদৰ পাৰৰ ৰাস্তাত থিয়হৈ দূৰলৈ চাই আছিলো—তেতিয়া বেলি পাটত বহাৰ সময়—হ্ৰদৰ কাষৰ পাহাৰৰ ফালৰ পৰা হো হো কৈ বতাহ বলিছে—হ্ৰদৰ পানীবোৰ সাগৰৰ ঢৌৰ লহৰৰ দৰে নাচিছে—বতাহত এটা হোহোৱনি শব্দ! আবেলিৰ আলিবাটত কি প্ৰচণ্ড ভীৰ—মানুহ অহা আহিছে যোৱা গৈছে—বাটত কেৱল শাৰী শাৰী মানুহ— !!

গপ্ গপকৈ বুটজোতাৰ শব্দ তুলি কত যে মিলিটেৰী গৈছে—আকৌ হালে হালে পতী পত্নী গৈছে—সক সক লৰা-ছোৱালীৰ একো

একোটা দলে হুৰমুৰকৈ, গোটেই হাঁহি আৰু খলখলনিৰে কঁপাই ঘৰমুখে গৈছে—কৰবাত হয়তো কোনোবা বৃদ্ধই, গোটেই গাটো গৰম কাপোৰেৰে ঢাকি হাতত লাখুটী এডাল লৈ খোজকাঢ়ি গৈ আছে—কৰবাত আকৌ উদ্দাম যৌৱনত মতলীয়া ডেকা গাভৰুৱে হ্রদৰ পানীত মেচিন নাও চলাই কলকল খল খল কৈ আগবাঢ়ি যোৱা নাওত, বহি গুণগুণাই গীতৰ লহৰী তুলিছে - মুঠতে আবেলিৰ সেই ক্ষণত—পাইনি হ্রদৰ পাৰ উত্তাল মানুহৰ সোঁতেৰে পৰিপূৰ্ণ। গোটেইখন নাইনি-তাল চহৰ কোলাহলেৰে মুখৰিত—দূৰৈত কৰবাত গীৰ্জ্জাত ঘণ্টাধ্বনি—কৰবাত মন্দিৰত পূজাৰ আৰতি ঘণ্টাৰ শব্দ—মুঠতে কেউপিনে কোলাহল, কেউপিনে চিঞৰৰ বাখৰ—হ্রদৰ পাৰ মানুহৰ কথাবতৰা, মানুহৰ গুঞ্জন আৰু সৰু সৰু লৰা-ছোৱালীৰ চিঞৰৰ বাখৰেৰে পৰিপূৰ্ণ।

লাহে লাহে বেলি ডুবিল—পৃথিবীখন আন্ধাৰ হৈ পৰিল আৰু আন্ধাৰ হৈ পৰিল তিৰবিৰাই থকা হ্রদৰ পানীৰে খলকনি তোলা ঠাইখন —লাহে লাহে আলিবাট নিৰ্জ্জন হৈ আহিল - মেচিন নাৱত উঠি স্ফূৰ্ত্তি কৰি থকা মানুহবোৰেও নাও চপাই ঘৰাঘৰি গল—ইমান হুলস্থুলীয়া হৈ থকা ঠাইখন লাহে লাহে নিস্তব্ধ হৈ আহিল!—সময় যিমানে আগবাঢ়িল, নাইনি হ্রদৰ পাৰ সিমানেই শান্ত হৈ আহিল—লাহে লাহে একেবাৰে নিৰ্জ্জন—স্তব্ধ। চকুৰ পচাৰতে সেই উত্তাল জনসমুদ্ৰ যে ক'ত হেৰাই গল খন্তেকতে!—

সেই বৃহৎ শূণ্যতাৰ মাজতে কৰবাত দহ বজাৰ ঘড়ীৰ টং টং শব্দ বাজি উঠিল - যেনিবা কোনোবা দূৰৰ কবৰৰ পৰাহে শব্দ আহিছে।

বহুবেলি বেলিঙত ধৰি থিয় হৈ থাক, প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰি থাকোতে থাকোতে মোৰ ভাৰি বিষাই গৈছিল - শেষত ঠাণ্ডাও

বেছি হৈ আহিলত, মই অকলেই লাহে লাহে মই থকা হোটেলখনৰ পিনে আগবাঢ়িবলৈ ধৰিলো।

*　　*　　*　　*

বাটতে দুজন বন্ধুৰ হোটেলো পালো - এজন ওলাই আহি মোৰ লগ ধৰিলেহি আৰু আমি দুয়ো একেলগে আগবাঢ়িবলৈ ধৰিলো - মোৰ হোটেল তেতিয়াও বহু দূৰত - !!

আমি দুয়ো হ্ৰদৰ পাৰে পাৰে আগ বাঢ়িবলৈ ধৰিলো। ঠাণ্ডাত পিন্ধা আমাৰ গাৰ অভাৰকোট কিটা সেমেকি পৰিছিল। দেখাদেখিকৈ বৰষুণ দিয়া নাছিল বতাহত হিমৰ কনিকাবোৰ ভৰি আছিল। ঠাণ্ডা কিন্তু লাহে লাহে ইমানেই বেছি হৈ আহিছিল যেন অভাৰকোটৰ ওপৰত যেন আকৌ একোখনকৈ কম্বল যেন মেৰিয়াই লম!

বাটৰ কাষতে, হ্ৰদৰ পাৰত এখন অকলশৰীয়া বেঞ্চ আছিল। মই মনে মনে উলটিবলৈ উদ্বিগ্ন হৈ পৰিছিলো। বেগেতে গৈ যেন হোটেলত সোমাই, এই হিমতিতা কাপোৰবোৰ সলাই লৈ গৰম বিছনাত পৰি থাকিবলৈ মনটো বৰ ব্যাকুল হৈ পৰিছিল। কিন্তু মোৰ বন্ধুৰ হলে সেইবোৰলৈ মনেই নাই। তেওঁৰ তিতা, সেমেকা, ঠাণ্ডা একোৰে প্ৰতি ক্ৰেৰেপেই নাই! হঠাতে দেখোন তেওঁ সেই অকলশৰীয়া বেঞ্চখনতে বহি ৰল! লাহে লাহে ৰাতিৰ ঠাণ্ডা লাগিবলৈ ধৰিলে - কোটটোও যেন বাহিৰে ভিতৰে অলপ তিতিলেই—দূৰণিলৈ চাই পঠিয়ালো— গণ্ডগোলীয়া ঠাইখন এতিয়া একেবাৰে নিজুম! একেবাৰে নিমাতে নিথোলে, সেমেকাহৈ পৰি আছে নাইনি হ্ৰদৰ পাৰ—

অকন অ:নকৈ কেউকাৰ আন্ধাৰে একেবাৰে আধৰি পেলালে। ইফালে সিফালে কলা আকাশৰ বুকু উখলাই বিজুলীয়ে ভুমুকিয়াবলৈ

ধৰিলে। সেই বিজুলীৰ চিকমিকনিত প্ৰায় ছুমাইল মান দূৰলৈকে বিস্তৃত হৈ থকা নাইনিতাল হ্ৰদৰ পানীত প্ৰতিবিম্বিত হৈ উঠিল। সেই পানীয়ে যেন বতাহত ঢৌ খেলি খেলি বিজুলীৰ প্ৰতিবিম্বক বহুত দূৰলৈকে বিয়পাইহে পেলাইছে। সিফালে আকৌ পাহাৰৰ ওপৰত চিক্‌মিক্ বিজুলীত জিলিকি উঠা তৰাবোৰে যেন মাজে মাজে ভুমুকি মাৰি নাচিবলৈহে ধৰিলে।

আমি চাই থাকোতেই, এন্ধাৰৰ ঘোৰ কলা আৱৰণে আমাৰ চাৰিওকাষ একেবাৰে আন্ধাৰ কৰি পেলালে। বিজুলীৰ চিক্‌মিক্‌নি যেন অকনমান কমিল।- দূৰৰ পৰা কথা হৈ থকা পাহাৰবোৰ এন্ধাৰৰ বুকুত হেৰাই নেদেখা হ'ল—ওচৰৰ বস্তুকে নেদেখা যেন হৈ পৰিল। যেন এযা বিশাল মহাসাগৰে সকলোৰে অস্তিত্বকে নাইকীয়া কৰি পেলালে। আমাৰ কেউকাষে মাথো নিৰ্ভেদ্য শূণ্যতা আৰু অন্ধকাৰ, অন্ধকাৰ !!

ইমান ঘন কুঁৱলী, হিম মই আগতে দেখা নাই! কুঁৱলীবোৰ যেন টপ্ টপ্‌কৈ সৰিহে পৰিছিল! মই আৰু বৰ নোৱাৰিলো— "উঠাহে" বুলি বন্ধুক কৈ মই গিৰিপ্‌কৈ থিয়হৈ খোজ লবলৈ আৰম্ভ কৰিলো। মোৰ লগত পৰি বন্ধুৱেও খোজ পেলাবলৈ বাধ্য হ'ল! —অলপ দূৰ যোৱাৰ পাছত আচৰিত হৈ গলো—আমাৰ পাছে পাছে যেন কোনোবা এটা আহি আছে! উদ্বিগ্ন হৈ ঘূৰি চালো— যেন এটা মানুহৰহে অৱয়ব—আমি দুয়ো খোজকাঢ়ি আহি আছো। আৰু আমাৰ পাছে পাছে সিও খোজ কাঢ়ি আহি আছে। আকৌ ঘূৰি চাই দেখিলো —মানুহটো আগো বঢ়া নাই বৰ, পাছো পৰা নাই— খোজকাঢ়ি যেন আমাৰ পাছে পাছে আহি আছে—আমাৰ পাছে পাছে আহি থকা মানুহটোৰ সোঁকালো নাই. বাওঁকালো নাই—সি মাত্ৰ থবক

ৰবক খোজ দি আমাৰ লগে লগে আহি আছে।—আমিও বোৱা নাই, সিও বোৱা নাই!

লাহে লাহে আমি আগবাঢ়ি, সক বিজুলীবাতিটোৰ পোহৰত ভালকৈ চাই দেখো যে মাত্র দহবছৰমান বয়সৰ এটা সৰু লৰা! গাৰ বৰণ বগাই—কিন্তু পিন্ধনৰ কাপোৰকানি পিন্ধোতে পিন্ধোতে মলিয়ন হৈ কলা হৈ পৰিছে। চকু দুটা ডাঙৰ, মৰম লগা কিন্তু নীৰস শুকান যেন, মুখখন দুখ কষ্টতে নেকি বুঢ়া বয়সত হোৱাৰ দৰে এতিয়াই সোতোৰাসোতোৰ হৈছে।

সি আমাৰ পাছে পাছে থৰক বৰককৈ আহি আছিল কিন্তু আমাক ভালকৈ দেখা নাছিল। —সি যেন দুচকুৰে একোৱেই দেখা নাছিল— তলৰ মাটিৰ পৃথিবী, নাইবা ওপৰত চাৰিওফালে বিয়পি থকা বগা বগা কুঁৱলীবোৰ নাইবা সন্মুখৰ সুশীতল পানীৰ নাইনি হ্রদটো নাইবা গছে গছনিৰে কাষৰ গোটেইখন পৃথিবী সি দেখাই নাই! সি যেন কেৱল নিজৰ দুচকুহে দেখা পাইছে—আৰু ছাগে পাছে পাছে আহি থাকিবলৈ দেখা পাইছে আমাৰ দুজনক! হঠাতে বন্ধুৱে মাত লগালে, "এই!" সি যেন টোপনিৰ পৰাহে সাৰ পালে, তেনে হৈ তৎক্ষণাৎ সি আহি আমাৰ নিচেই ওচৰ পালেহি!

"তইনো কলৈ যাব খুজিছ অ'—মোৰ বন্ধুৰ প্রশ্ন শুনি সি তাৰ শুকান মুখখনত থকা চকু দুটা ডাঙৰকৈ মেলিহে দিলে।

"গোটেই পৃথিবী শুলে— তইনো কিয় ঘূৰি ফুৰিছ" ?—বন্ধুৱে আকৌ সুধিলে। লৰাটোৱে নিৰ্ব্বাক মুক হৈ কিবা যেন কওঁ কওঁকৈ বৈয়ে থাকিল!

"কত শুবি ?"—

"ইয়াতে"—কোনোমতে সি উত্তৰ দিলে এইবাৰ!

"কালি ক'ত শুইছিলি?"—

'দোকানত'—

'আজি কিয় ভাত নোখুৱ?

'কামৰ পৰা খেদাই দিলে?'—তাৰ উত্তৰ।

—কি কাম'—আকৌ বন্ধুৱে সুধিলে।

'সকলো কাম—দৰ্মহা ১০ টকা দিয়ে আৰু খাবলৈ দিয়ে পেলনীয়া ভাত'—'বাহিৰলৈ যাবি? অন্য ঠাইলৈ'—বন্ধুৱে সুধিলে।

"যাম ·····"—তাৰ উত্তৰ। 'আজি কি খালি?'—

'একো খোৱা নাই'?

'এতিয়া খোৱাবস্তু পাবি'— 'পোৱা নেযাব'—তাৰ কৰুণ উত্তৰ।

'ইয়াতে কৰবাত শুই থাকিবি?'—

"হয়'—

'ক'ত?—

—ইয়াতে কৰবাত—তাৰ উত্তৰ।

—'এহা কাপোৰেৰেই!'—আকৌ বন্ধুৱে সুধিলে।

আকৌ লৰাটিয়ে কৰুণভাৱে কিবা এটা কওঁ কওঁ বুলি মোলৈ চাই ৰল। তাৰ চকুৰ ভাষাই যেন কব খুজিছে—'এইটোও যে কি মূৰ্খৰ প্ৰশ্ন!—

—'মাৰ দেউতাৰ আছেনে?'—

'হয়'

'কত?—

—১৫ মাইল দূৰৰ গাৱঁত।

—'তই পলাই আহিলি?"—

—'হয়'—

- কিয় ?

-মোৰ কেইটামান সৰু ভাইভনী আছে। সেয়ে পলাই আহিলো। তাত কামো নাই খাবলৈয়ো নাই! - দেউতা ভোকেৰে থাকে আৰু মোক মাৰেহি। মাও ভোকতে থাকে আৰু কান্দি থাকে। - সেয়ে পলাই আহিলো। গাৱঁৰে আৰু এজন লগৰীয়া আছিল। মোতকৈ ডাঙৰ। দুয়ো মিলি ইয়ালৈ পলাই আহিলো।

'সি কলৈ গ'ল ? - আকৌ বন্ধুৱে সুধিলে। 'মৰি গ'ল' - তাৰ উত্তৰ।

'মৰি গ'ল ??' -

'হয়, চাহাবে মাৰিলে - মৰি থাকিল!"

'বাৰু, মোৰ লগতে বল' -

সি তাৰ পাছত আমাৰ লগে লগে আহিবলৈ ধৰিলে। উলটি আমি আমাৰ ইজন উকীলবন্ধুৰ হোটেল পালোহি।

"—উকীল ডাঙৰীয়া!"

হোটেলৰ ওপৰৰ কোঠাৰ পৰা উকীল বন্ধু ওলাই আহিল। গাত কাশ্মিৰী গৰম আলোৱান। গৰম মোজা পিন্ধা ভৰিত চেণ্ডেল। মাতত অলপ খঙাৰ সুৰ —মুখত যেন একো হোৱা নাই তেনে এটা ভাৱ—।

'অ' তোমালোক, আকৌ আহিলা! কোৱা কি হ'ল ?

আপোনাক চাকৰ লাগে নহয়। চকচোন এইটোৱে ল'ৰা।

'ক'ৰ পৰা আনিলা ? ইয়াক তুমি জানো চিনি পোৱা ?

'পাওঁ - ই বেইমান হব নোৱাৰে'

'হেৰা, নাজানানেকি ইয়াৰ পাহাৰীবোৰ বৰ দুষ্ট হয়' - সৰু সৰু বোৰবো আচল গুণবোৰ লুকাই থাকে! তুমিও আৰু! কৰবাৰ পৰা বুটলি আনি কৈছাহি, 'হেৰি, চাকৰ লওঁক' - !

'-মোৰ কথা শুনকচোন! এই লৰাটো আনৰ দৰে নহয়। ই নিশ্চয় ভাল লৰাহে' -

- তুমিও আৰু, উকীলবন্ধুৱে কৈ উঠিল —'যি মন যায় তাকে কৰা— কৰবাৰ পৰা বুটলি আনি চাকৰ বনাবলৈ আনিলা—পাছদিনা বা সি কলৈ পলাই যায়—তাৰনো কি ঠিকনা !!—

"আপুনি মোৰ কথা নুশুনে— মই কি কৰিম !

'কেনেকৈ শুনো বাৰু ! তুমিও আৰু... মোৰ লগত ভাল ধেমালিখন উলিয়াইছা !' বাৰু মই শোওঁগৈ দেই— ওপৰ মহলাৰ নিজৰ কমত শুবলৈ পট্ পট্ কৈ চিৰি বগাই গুচি গল আমাৰ উকীলবন্ধু !

*        *        *

উকীল ভাওৰীয়া গুচি গলত, বন্ধুজনে হোটেলৰ পৰা ওলাই আহি নিজৰ জেপত হাত ভৰাই অলপ থমকি ৰোৱা যেন দেখিবলৈ পালো ! অলপ পৰ পাছত নিৰাশাৰ চাৱনিৰে হাত দুখন উলিয়াই আনি মোৰ ফালে চাবলৈ ধৰিলে ।

'কিনো ?' —

'ইয়াক খাবলৈ কিবা দিম বুলি ভাবিছিলো'—তাৰ পাছত ইংৰাজীতে কলে, 'চব দহ টকীয়া নোট'—

'মোৰো জেপতো ছাগে গোটাই—সঁচাকৈ মোৰ জেপটো নোটহে ওলাল । আকৌ আমি সি নুবুজাকৈ ইংৰাজীতে কথা পাতিবলৈ ধৰিলো—লৰাটোৰ ঠাণ্ডাতে দাঁতে কৰকৰাই উঠিল - নাইনিতালৰ ঠাণ্ডাটো ইমান দাঁত শিৰশিৰোৱাই আছিল । বন্ধুৱে সুধিলে, 'তেন্তে' — ! -

মই কলো, 'দহটকাৰ নোটটোকে দি দিয়ক' - বন্ধুৱে চোন মোৰ মুখলৈ চাবলৈ ধৰিলে আৰু চাই চাই কলে, 'ভাল কথা কৈছা ! বাজেটৰ গণ্ডগোল লাগিব - হৃদয়ত দয়া যিমান আছে, তাৰ জোখাৰে হাতত টকা নাই !" -

'তেনেহলে যাবলৈ দিয়া, এই দয়াই আজিৰ দিনত যথেষ্ট - টকানো কি প্ৰয়োজন ! বন্ধুৱে মনে মনে কিবা ভাবিবলৈ ধৰিলে ।

তাৰ পাছত আকৌ লৰাটোক সুধিলে, 'আজি আৰু একো নাই বুজিছ - খাইলৈ লগ পাম। সেই হোটেল দি প্ৰিন্স' জান নহয় - তাতে কালিলৈ পুৱা দহ বজাত লগ ধৰিবি -

'বাৰু, কিবা কাম দিব নেকি দেউতা!" -

'ওঁ, ওঁ, বিচাৰি দিম। - বন্ধুৱে টপৰাই উত্তৰ দিলে।

'তেনেহলে, এতিয়া যাওঁ -

'ওঁ যা' তাৰ পাছত ঠাণ্ডা উশাহ এটা লৈ কলে, 'শুবি কত?'

'ইয়াতে কৰবাত লৰাটোৱে উত্তৰ দিলে, বেঞ্চত বা গছৰ তলত; নাইবা কোনো দোকানৰ চালিৰ তলত' -

ঠিক আমাৰ পাছে পাছে অহাৰ দৰেই ভূতে পোৱা মানুহৰ খোজ দি দি লৰাটো লাহে লাহে ডাঠ কুঁৱলীৰ মাজত নাইকীয়া হৈ গল। আমিও হোটেলৰ ফালে আগবাঢ়িলো - বতাহ বৰ জোৰেৰে বলিছিল - কোটৰ ডাঠ কাপোৰ ভেদিও বতাহে বেজীৰ দৰে কাণে মুখে বিন্ধিছিল! জাৰত কোচ খাই বন্ধুৱে কলে, "ভয়ঙ্কৰ ঠাণ্ডা পৰিছে। লৰাটোৰ গাত কাপোৰ কিন্তু বৰ কম - বৰ কম' -

'এইখনেই সংসাৰ বন্ধু' - মই কৈ উঠিলো। 'প্ৰথমে বিছনাত পৰি গৰম হৈ লওঁ, তাৰ পাছতো বাকী লোকৰ কথা ভাবিম'! বন্ধুৱে উদাস ভাবে উত্তৰ দিলে, 'স্বাৰ্থ বুজিছা, চৰম স্বাৰ্থ - উপায়হীন বুলি কোৱা, অপাৰগ বুলি কোৱা - সকলোবোৰ নীচ স্বাৰ্থপৰতাহে' -

*  *  *

তাৰ পাছদিনা, স্বৰ্গৰ কোনোবা কলা গোলামৰ লৰা - সেই লৰাটো - আমাৰ হোটেললৈ নিৰ্দ্দিষ্ট সময়ত নাহিল। আমাৰো নিজৰ নাইনিতাল ফুৰা আনন্দেৰে শেষ কৰিব লাগে - সেই বেমাৰী লৰাটো অহালৈ বাট চাই থাকিবলৈ কাৰ সময় আছে?

গাড়ীত উঠোতেই এই খবৰটো পালো যে যোৱা ৰাতি পাহাৰী লৰা, ৰাস্তাৰ দাঁতিত, গছৰ তলত, ঠাণ্ডাত মৰি পৰি আছে! মৰিবৰ বাবে তাক ঠিক সেই ঠাইকন, সেই দহবছৰ বয়স আৰু সেই মচিয়ণ হৈ কলা হৈ যোৱা খাকী কাপোৰৰ কামিজটোহে লাগিল! মানুহৰ পৃথিৱীয়ে সেই মুমূর্ষু লৰাটোক মাত্ৰ এইখিনিয়ে দি উপকাৰ কৰিছিল!

কিন্তু কোৱাই কৈছিল দুখীয়া লৰাটোৰ মুখত, বুকুত, হাতৰ মুঠিত আৰু ভৰিতো পাতল বৰফৰ চাদৰে ঢাকি ৰাখিছিল যেন পৃথিৱীৰ নিৰ্লজ্জতাক ঢাকিবৰ বাবেহে যেন প্ৰকৃতিয়ে নিজেই বগা আৰু ঠাণ্ডা শীতল কবৰ তাৰ বাবে সাজি দিছিল! -

সকলোবোৰ কথা শুনিলো আৰু ভাবিলো - 'ৰথৰ চকৰি ঘূৰে' - আজি যাৰ জীৱন - কালি তাৰ মৃত্যু - সংসাৰ চকৰি এনেকৈয়ে ঘূৰি থাকে - ঘূৰিয়ে থাকে।

# বিজয়িনী তুমি

ঘৰৰ কাষৰ পৰাই ৰিক্সাখন লৈছিল কাকলিয়ে— বহুতো তিনি আলি, চাৰি-আলি পাৰ হৈ এতিয়াহে ৰিক্সাখনে সঠিক ৰাস্তাটোত উঠিছহি। কাকলিয়ে শুনিছে আগৰ দিনত হেনো এই ৰাস্তাটোৰ নামেই আছিল, 'এলবাট' ৰ'ড— কিন্তু স্বাধীনতাৰ পাছত নাম সলাই দিয়া হৈছে, 'মাণিক বৰুৱা পথ'-- মাণিক বৰুৱা আছিল এই অঞ্চলৰ বিখ্যাত স্বাধীনতা সংগ্ৰামী, আজিকালি যিসকলক কোৱা হয় মুক্তি যুজাৰু— পৰাধীন ভাৰতত বহুবছৰ কাৰাগাৰত কটাইছিল মাণিক বৰুৱাই— সেয়েহে এতিয়া এই পথটিৰ নামাকৰণ কৰা হৈছে 'মাণিক বৰুৱা পথ'।

ঠাইডোখৰ দক্ষিণ গুৱাহাটীৰ। এই ঠাইখনলৈ আহিলে মনতেই নপৰে যে আজিৰ গুৱাহাটীখনৰে এটা অংশ এই ঠাইখন— আজিৰ সাত আঠ লাখ মানুহৰ এই গুৱাহাটী মহানগৰ· সুবিশাল এই মহানগৰখনত কত যে গণ্ডগোল, কত যে মানুহৰ ভীৰ— লানি নিছিগা মানুহৰ সোঁত— কত চিঞৰ বাখৰ, কত হৈ হাল্লা, কত টেনচন, কত উত্তেজনা, ঠায়ে ঠায়ে পোৱা মবিলৰ গোন্ধ— এই সকলোবোৰৰ একোৱেই যেন দক্ষিণ গুৱাহাটীৰ এই ঠাইডোখৰত নাই ৰাস্তাটো তেনেই নিৰ্জ্জন— যেন বৰ শান্ত শিষ্ট। নীৰব হৈ থকা এটা সৰু দ্বীপহে— পপুলেচন এক্সপ্লচনেৰে মুখৰিত গুৱাহাটী মহানগৰীৰ এই দক্ষিণ গুৱাহাটীৰ নগৰখন যে মহানগৰৰ ভিতৰত হৈয়ো বাহিৰৰ হে এখন যেন সৰু নগৰ!— কি বিচিত্ৰ এই নগৰ!!

পকা, ফটফটীয়া ৰাস্তাটোৰ দুয়োকাষে যথেষ্ট গছ-গছনি—দেবদাৰু, কৃষ্ণচুড়া বা কৰবাত কৰবাত ডালে পাতে ভৰপূৰ বটলব্ৰাচ বা ৰেইনট্ৰিৰ

গছ— আৰু তাৰ মাজে মাজে চকুত পৰে বিৰাট বিৰাট কাৰুকাৰ্য্যৰে ভৰা একো একোটা বিৰাট বিৰাট ঘৰ। ঘৰবোৰবো বেছিৰ ভাগ বৃটিছৰ আমোলতে সজা— গথিক ষ্ট্ৰাকচাৰ, শকত শকত খুটা, সন্মুখত সেউজীয়া কাৰ্পেট পাৰিথোৱা যেন ল'ন, ফুলৰ বাগান, কোনোটো ঘৰত বা একো-খনকৈ টেনিচ কোৰ্ট— লোহাৰ পকোৱাপকিকৈ যোৱা চিৰিবোৰ ইত্যাদি ইত্যোদিৰে ভৰা এই সৰু নগৰখন!

এইয়া শীত মাত্ৰ আহিছেহে সময়টো ডিচেম্বৰ মাহৰ প্ৰায় শেষ কাল— খুব এটা বেছি ঠাণ্ডাও পৰা নাই! তথাপি উত্তৰীয়ে বতাহে যেন তাৰ মাজতেই 'বৰদৈচিলাজনী হৈ নগৰ খনৰ মাজেদি বৈ গৈছে! অলপ সময়ৰ আগতে মাত্ৰ পুৰাৰ ৯ বাজিল। ওচৰতে কৰবাৰ থানাৰ পৰা ঘণ্টাৰ শব্দ শুনা গৈছে। তৎক্ষণাত কাকলিয়ে হাতৰ ঘড়ীলৈ চালে — ঠিক ৯ বাজি ৭ মিনিট—কাকলিয়ে ভালদৰেই জানে যে পুৰা দহবজাৰ ভিতৰত নাপালেহি তাই কেতিয়াও আৰু সুধীৰ চন্দ্ৰ বৰুৱাৰ লগত দেখা কৰিব নোৱাৰেহি। ঘড়ীৰ কাটাই কাটাই দহ বজাৰ লগে লগে সুধীৰ বৰুৱা কামলৈ ওলাই যায়। কাকলিৰ হাতত এতিয়াও যথেষ্ট সময় আছেই তথাপিও এক অসহ্য উদ্বেগত কাকলিৰ স্নায়ুবোৰ যেন ষ্টীলৰ তাঁৰৰ দৰেই টান টান হৈ পৰিছে— কেৱলমাত্ৰ উদ্বেগেই নহয়—অদ্ভূত এক উত্তেজনা আৰু এটা মাৰাত্মক ভয়ো—

এনেয়ে কাকলি কিন্তু অতি সাহসী আৰু তেজী, জেদী ছোৱালী ব্যক্তিত্বও তাইৰ প্ৰবল— কিন্তু সুধীৰ বৰুৱাৰ দেখা কৰিবলৈ অহাৰ সাতদিন আগৰে পৰা, কাকলিৰ ভয় আৰু অস্থিৰতাত এদিনো তাই শুব পৰা নাই। দুখোজ যদি আগুৱাইছে, তিনিখোজ পিছুৱাব লগীয়া হৈছে —শেষত যেনিবা ভয়টো কথমপি নাইকিয়া হ'ল কিন্তু সুধীৰ বৰুৱাৰ

লগত তো দেখা কৰিবই লাগিব — নহলে উপায় নাই! কিয়নো দেখা কৰা যিমানেই দেৰী হৈ যাব সিমানেই তাইৰ অৱস্থাও বিপজ্জনক হৈ পৰিব।

কাকলি ভূঞাঁৰ বয়স প্ৰায় বাইছ, তেইছ— দীঘলকৈ ডিম্বাকৃতি মুখ— গাৰ ৰঙ বেছ বগাই, চকুযোৰ ধুনীয়া, কলা কলা— পাতল ওঠ আৰু তীক্ষ্ণ জোঙা নাক! সকৈকৈ ধুনীয়া কপালখন ঘেৰি চুলিৰ ঢৌ —দীঘল চুলিটাৰি বেছ ঘন আৰু কিচকিচিয়া কলা। সেই চুলিটাৰীৰে দীঘলকৈ এডাল বেনী গুঠি, পিঠিৰ ওপৰতে এৰিবিয়া পেলাই থৈছে কাকলিয়ে।

পিন্ধনত সামান্য দামী এযোৰ প্ৰিণ্টেড মেখেলাচাদৰ—ৰঙ পাতল সেউজীয়া গাত সেউজীয়া ব্লাউজেই ভৰিত এযোৰ সাধাৰণ কমদামী— চেণ্ডেল— সৰ্ব্বশৰীৰ কপে কোনো ধাতৱ বস্তুৰ চিনেই নাই কাকলিৰ— নাই ডিঙিতো, নাই হাততো, নাই কতো— বাওঁহাতৰ কজীত ষ্টীলৰ সৰু বেণ্ডৰ, ওৱেষ্ট এণ্ড ওৱাচ কম্পানীৰ এটা পুৰণা ঘুৰণীয়া লেডীজ ঘড়ী- এই ঘড়ীটো কাকলিৰ মাকৰে আছিল— এই সৰু ঘড়ীটো কাকলিহঁতৰ পাৰ হৈ যোৱা সুদিনৰে যেন এটা সাক্ষীহে—এটা স্মৃতিচিন— কাকলিৰ ভৰিৰ কাষত থোৱা আছে এটা মজলীয়া জোখৰ চামৰাৰ চুটকেছ— সেই চুটকেছটো যে কিমান বছৰৰ আগৰ— কাকলিয়ে নাজানে! সেই পুৰণা চুটকেছটোৰ ভিতৰত আছে কাকলিৰ কেইযোৰমান কাপোৰ আৰু সৰু সুৰা দুই এটা বস্তু!

এতিয়া, এই ডিচেম্বৰ মাহৰ আকাশতো কতো অকণিও মেঘ বা কুঁৱলী একেবাৰেই নাই! শীত কালৰ জিলিকি থকা নীলাকাশৰ পৰা পুৱাৰ মায়াবী সোণালী ৰদ ঢল নমাদি নামি আহিছে দক্ষিণ গুৱাহাটীৰ

এই নগৰখনলৈ— ইয়াৰ ৰাস্তাটোলৈ— পোহৰেৰে জলমল কেউদিশ! ইমান বেলি হোৱা স্বত্বেও ৰাস্তাত মানুহ দুনুহ কম— মাজে মাজে দুই এখন প্ৰাইভেট গাড়ী, স্কুটাৰ বা চাইকেল হুচ্ কৰে পাৰ হৈ গৈছে।

সেইবোৰৰ কোনো ফালেই লক্ষ্য নাই কাকলিৰ। যদিও সুধীৰ বৰুৱাৰ ঘৰৰ নম্বৰটো জানে কাকলিয়ে— আৰু কেইমাহমান আগতে আহি চায়ো গৈছে ঘৰটো— তথাপিও আজি জানো কিহৰ উত্তেজনাত এবাৰ চাই থৈ যোৱা ঘৰবোৰকে আকৌ ঘূৰি ঘূৰি চায় কাকলিয়ে— ! আৰু ভালেখিনি পথ আগবঢ়াৰ পাছত আলি কেকুঁৰিটোৰ মূৰতে বাৰন্ন নম্বৰ বৃহৎ ঘৰটো চকুৰ দৃষ্টিত ধৰা পৰিল কাকলিৰ— লগে লগে যেন উশাহ নিশাহ বন্ধ হৈ যাব খোজে কাকলিৰ! "এই ৰিক্সাৱালা, ৰোখো ৰোখো"— বুলি কঁপা কঁপা মাতেৰে চিঞৰি ৰিক্সাখন ৰখাই লৈ, ভাড়া দি, ৰিক্সাৱালাটোক বিদায় দি, চুটকেছটো হাতত লৈ নামি, মাটিতে অলপ সময় থিয় দি বল কাকলি। সন্মুখতে বিৰাট লোহাৰ গেটখনৰ কাষতে পকাবেৰত নাম্বাৰপ্লেটৰ দৰে ঘৰটোৰ নম্বৰটো মৰা আছে। চাৰিও কাষৰ পকী বতিওৱেৰী যেৰি লতাবোৰ বগাই বগাই গৈছে— আৰু ঠিক সোঁহাতৰ গেটৰ কাষৰ বেৰাত, এখন চিকমিকিয়া নেমপ্লেটত সোণালী আখৰেৰে ধুনীয়াকৈ পিতলৰ ওপৰত লিখা আছে ঘৰটোৰ নাম এমাৰেল্ড হাউচ— !!

ৰিক্সাৱালাটো গলগৈ— তাৰ পাছতো ভালেখিনি সময় সেইখিনিতে ৰৈ থাকিল কাকলি! —বুকুৰ ভিতৰৰ হৃৎপিণ্ডও যেন থমক খাই ৰৈ যাব— এতিয়া যেন কাকলিৰ সেই হৃৎপিণ্ডতে কেবাশ ঘোৰাই যেন দৌৰিবলৈহে ধৰিছে— কেইমিনিটমান আগতে ৰিক্সাখনত উঠিবৰ সময়ত—যি ভয় আৰু উৎকণ্ঠাই একমিনিটৰ বাবেও তাইক এৰা নাছিল, সেইবোৰ উৎকণ্ঠা

যেন হাজাৰগুণে বাঢ়ি গল— মাত্র দহগজমান দূৰত "এমাৰেল্ড হাউচৰ' বিৰাট গেটখন এবাৰ ভাবিলে কাকলিয়ে—তাৰৈ আৰু তাই নোসোমায় —যদি বিখ্যাত ব্যৱসায়ী সুধীৰ বৰুৱাই তাইৰ লগত দেখা নকৰে বা দেখা কৰিলেও যদি অপমান কৰি খেদি দিয়ে—তাতকৈ আন এখন ৰিক্সা মাতি আনি ঘৰলৈ ঘূৰি যোৱাই ভাল হব নেকি? ভাবি ভাবি পাৰ নাপায় কাকলিয়ে— কিন্তু সেই অকমান সময়েই, তাৰ পাছতে কাকলিযে ভাবি ললে 'এমাৰেল্ড হাউচৰ' দহগজৰ ওচৰৰ পৰা আৰু ঘূৰি যোৱাৰ কথা ভাবিবই নোৱাৰি। এতিয়াই, কাকলিৰ শাৰীৰিক আৰু মানসিক যি অৱস্থা, তেনেস্থলত সুধীৰ বৰুৱাৰ লগত দেখা হোৱাটো অতি প্ৰয়োজনীয়।

—কাকলিযে শুনিছে সুধীৰ বৰুৱা এজন অতি খঙাল আৰু বদমেজাজী মানুহ, গম্ভীৰ প্ৰকৃতিৰ— তেখেতৰ ব্যক্তিত্বও প্ৰচণ্ড — তেখেত এজন ডাঙৰ ইণ্ডাষ্টিয়েলিষ্ট— তাৰোপৰি ডাঙৰ ডাঙৰ তিনিচাৰিটা কোম্পানীৰ ডিৰেক্টৰো— তথাপি কাকলি আজি আহি যি ঠাই পাইছেহি— তাৰ, বাবে তাইতো এই প্ৰচণ্ড ব্যক্তিত্বৰ মানুহজনৰ লগততো শেষ যুদ্ধখন তাই কৰিবই লাগিব! হয়, এই শেষ যুদ্ধত তাই জিকিব নহলে চিৰকালৰ বাবে আন্ধাৰত লুকাই পৰিব লাগিব। মনৰ সকলো সাহস আৰু জিদ গোটাই লৈ থৰক বৰক খোজেৰে কাকলিয়ে 'এমাৰেল্ড হাউচৰ' কালে আগবাঢ়িল !!—

গেটৰ ওচৰ পাও পাও হওতেই কৰবাৰ পৰা যেন মাটি ফুটিহে বগা পোছাক পিন্ধা দাৰোৱান এটা নেপালী মানুহ ওলালহি। সুধিলে, "কিসকো মাঙতা?"

কাকলিয়ে কলে, "সুধীৰ ৰঞ্জন বৰুৱাৰ লগত দেখা কৰিব খুজিছো"— কথা শুনি সৰু সৰু চকুৰ মঙ্গোলীয়ান চেহেৰাৰে দাৰোৱানৰ মুখত

বিস্ময় ফুটি উঠিল। সক সক চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি কাকলিৰ ভৰিৰ পৰা মূৰলৈকে চাই ললে দাবোৱানটোৱে— কাকলিৰ অপৰিপাটি পোছাক, হাতত এটা ৰং ক্ষয় যোৱা পুৰণা চুটকেছ—এনেদৰে তো কোনো মানুহ সুধীৰ বকৱাক লগ পাবলৈ এইখন ঘৰলৈ নাহে!, দাবোৱানে জানিব খুজিলে "বৰ চাহাব' অৰ্থাৎ সুধীৰ ৰঞ্জন বকৱাৰ লগত কাকলিৰ মোলাকাতৰ আগৰে পৰা এপইণ্টমেণ্ট কৰা আছে নেকি ?

কাকলিয়ে মূৰ জোকাৰিলে— এপইণ্টমেণ্ট লোৱা নাইকিয়া'—
দাবোৱানে তেতিয়া কপাল কোচ খুৱাই কৈ উঠিল, "তবতো বহুত মুচকিল হো গিয়া!"—
কাকলিৰ বুকুখন ধপধপাই উঠিল—
উদ্বিগ্ন মুখেৰে তাই সুধিলে,
কিহৰ মুচকিল ?"

দাবোৱানে জনালে, "এপইণ্টমেণ্ট নোলোৱাকৈ বৰ চাহাবে কাবো লগত দেখাই নকৰে—" কাকলিয়ে ভয়ে ভয়ে সুধিলে, "তেনেহলে মোৰ বাক বৰচাহাবৰ লগত দেখা নহব নেকি ?"—কিছুপৰ ভাবিগুনি আকৌ কৈ উঠিল কাকলিয়ে,—"মই বৰ বিপদত পৰিহে বৰচাহাবৰ ওচৰলৈ আহিছো"— দাবোৱানে সন্দেহৰ চকুৰে কিছু সময় কাকলিক লক্ষ্য কৰিলে। তাৰ পাছত সুধিলে, "বৰচাহাবৰ লগত আপোনাৰ কি দৰকাৰ! নৌকৰি-উকৰিৰ বাবে আহিছে নেকি ?"—
—অবাক হল কাকলি "নৌকৰি-ঔকৰি মানে চাকৰি!"—
"ওঁ"— দাবোৱানে উত্তৰ দিলে। তাৰ পাছত দাবোৱানে মূৰতো একালে হলাই কাকলিক বুজাই দিলে যে বহুতেই এনে চাকৰি-বাকৰিৰ বাবে

বৰ চাহাবক উব্যক্ত কৰি তোলেহি। সেইকাৰণে বৰচাহাবে কাঢ়া হুকুম দিছে যে চাকৰি বিচাৰি অহা মানুহক যেন ঘৰত সোমাবলৈকে দিয়া নহয়। কাকলিৰ যদি তেনে কোনো উদ্দেশ্য আছে তেন্তে বৰচাহাবৰ লগত আৰু দেখা নহয়!"—

দাৰোৱানৰ কথাত যেন অলপ ভৰসা পালে কাকলিয়ে— জোৰকৈ উশাহ লৈ তাই কৈ উঠিল "— নাই, নাই, মই কোনো চাকৰিৰ বাবে অহা নাই!

—অলপ সময় মনে মনে থাকি দাৰোৱানে কৈ উঠিল— "আপোনাৰ লগত বৰচাহাবৰ জনা শুনা বা চিনা পৰিচয় আছে নেকি?" কাকলিয়ে লক্ষ্য কৰে দাৰোৱানটোৱে যেন বিৰোধী পক্ষৰ উকীলে জেৰা কৰাদিহে
—খাটী শিল্পপতিৰ মানুহটো!— কাকলিয়ে মনে ভাবিলে।
আকৌ কাকলিয়ে কলে, নাই নাই মোক তেখেতে চিনি নাপায়— কেতিয়াও দেখাও নাই!

আকৌ অলপ সময় ভাবিলে দাৰোৱানটোৱে। হয়তো কাকলিৰ পোছাক পৰিচ্ছদ বা চেহেৰা কিবা এটা দেখি হয়তো তাৰ মনত ককনাই জাগিল! সি কৈ উঠিল, "থোৱা ঠহৰ যাইয়ে!— বৰচাহাবক আপোনাৰ নাম কি বুলি কম?"—

"নাম কৈ লাভ নাই! কবা কিবা জৰুৰী কামত এজনী ছোৱালীয়ে আপোনাক দেখা কৰিবলৈ আহিছে"—
"ঠিক হ্যায়"—
বন্ধ গেটৰ বাহিৰতে কাকলিক থিয় কৰাই দাৰোৱান ভিতৰলৈ গুচি গল। লগে লগে কাকলিৰ অন্তৰত ধুমুহা ববলৈ ধৰিলে। — সুধীৰ বৰুৱাই জানো তাইৰ লগত দেখা কৰিব!!—

তিনি মিনিট মানৰ পাছত দাৰোৱানটো ঘূৰি আহিল। লাহে লাহে মূৰতো জোকাৰি সি কৈ উঠিল "মোলাকাত নেহী হোগা"—

এনেয়েই আকৌ মঙ্গোলীয়ান মানুহবিলাকৰ মুখত সুখ দুখ আনন্দ বা হতাশা একেবাৰেই কোনো ছবি ফুটি নুঠে—তথাপি কাকলিৰ তাৰ মুখলৈ চাই এনে লাগিল যেন কাকলিক ৰবচাহাবৰ লগত দেখা কৰাই দিব পৰা হলে সি ভাল পালেহেতেন!

দেখা নহয়—অতি হতাশ হৈ পৰা যেন লাগিল কাকলিক। তাইৰ ভৰি দুটা তেতিয়া থৰথৰ্ কৈ কঁপিছে। চাৰিওকাষৰ দৃশ্যাৱলী যেন চকুত লাহে লাহে অস্পষ্ট হৈ আহিল। এনে লাগিল যেন তাই আৰু থিয় হৈ থাকিব নোৱাৰিব, তাই যেন হুৰমূৰকৈ আঠু ভাগি, মূৰ গুজি যেন তাই মাটিত পৰি যাব!!

—কিন্তু কেইচেকেণ্ডমান মাত্র—তাৰ পাছতেই এক অদম্য সাহস আৰু খঙে যেন তাইক ভৰ কৰিলে। নিজে কৰ নোৱাৰাকৈয়ে তাই চিঞৰি উঠিল--"দেখা নকৰি মই নাযাওঁ—একোতেই নাযাও"—

দাৰোৱানটো চমকি উঠিল—অলপ আগতেই যিজনী ছোৱালীক ভীৰু আৰু কুণ্ঠিত যেন লাগিছিল, তেনেই মিহি আৰু সৰু সৰু মাতেৰে ভয় ভয়কৈ কথাবোৰ কৈছিল—হঠাতে তাইক এনেভাবে চিঞৰি উঠা দেখি, দাৰোৱানটোৱে তো ভয় খাবই—দাৰোৱানে বুজাব খুজিলে যে ৰবচাহাব এতিয়া বৰ ব্যস্ত—এতিয়া আৰু কাৰো লগত তেখেতৰ কথা পাতিবলৈ সময় নাই!—ইচ্ছা কৰিলে কাকলিয়ে দাৰোৱানক নিজৰ ঠিকনাটো দি থৈ যাব পাৰে। পাছত সুবিধামতে ৰবচাহাবে যোগাযোগ কৰি লব। তেতিয়াহে কাকলিয়ে নিজৰ জৰুৰী কথা কোৱাৰ সুযোগ পাব।

—ডিঙিৰ মাত আৰু এখোপ ওপৰলৈ তুলি কাকলিয়ে কৈ উঠিল,

"পাছত নহয়— এতিয়াই বৰচাহাবৰ লগত দেখা কৰিবলৈ দিবই লাগিব"—

—দাৰোৱানে এইবাৰ ভয়ে ভয়ে ঘৰটোৰ ফালে চালে— তাৰ পাছত মুখখন ঘুৰাই কৈ উঠিল, "দিদিজী, আপ যাইয়ে— চিল্লাচিল্লি কৰনেচে বৰচাহাবকা গোস্‌সা হোগা"—

—নিজৰ কণ্ঠস্বৰ একেই সুৰতে থৈ কাকলিয়ে উত্তৰ দিলে, "গোস্‌সা হলে হব— তাত মোৰ একো নহয়। তুমি যদি দেখা কৰাই নিদিয়া তেতিয়া মই গেটৰ বাহিৰতে ৰ'হ থাকিম। ঘৰৰ পৰাতো বৰচাহাব ওলাব লাগিবই— তেতিয়াই তোমাৰ বৰচাহাবক ধৰিম। —দাৰোৱানক প্ৰথমে কাকলিয়ে আপুনি আপুনিকৈয়ে কৈছিল কথাবোৰ কিন্তু এতিয়া প্ৰচণ্ড উত্তেজনাৰ বশত তুমি তুমি বুলিয়ে কবলৈ আৰম্ভ কৰিলে। দাৰোৱানটো বেচেৰা বিপন্ন হৈ পৰিল। ৰাতিপুৱা বেলা বৰচাহাবে সাধাৰণতে নিজৰ ফেক্টৰী আৰু অফিচৰ কাজকৰ্ম্মৰ ফাইল লৈ ব্যস্ত হৈ থাকে। এই সময়ত হৈ হাল্লা কৰিলে তেখেতে মন দিব নোৱাৰে। ফলত তেখেতৰ বৰ খঙ উঠি যায়। ইফালে এই অচিনাকী ছোৱালী-জনীয়ে জোৰেৰে চিঞৰি বাখৰি তাক যে কি বিপদতে নো পেলাইছে ! কাকলিক নিচিঞৰিবৰ বাবে হাতযোৰ কৰি দাৰোৱানটোৱে কবলৈ ধৰিলে, "আপ আজ যাইয়ে দিদিজী— অন্যদিন আইক, জৰুৰ মোলাকাত কৰাই দিম"—

কিন্তু বেচেৰা দাৰোৱানটোৰ কাকুতি মিনতি একোলৈকে কান নিদি কাকলিয়ে উন্মাদৰ দৰে চিঞৰি যাবলৈ ধৰিলে। যেতিয়া গেটৰ বাহিৰত কাকলিহঁতৰ চিঞৰ বাখৰ লাগিছে, তেতিয়াই ঘৰৰ ভিতৰৰ ফালৰ এজন বয়সীয়া বেহেৰাৰ দৰে পোছাক পিন্ধা মানুহ দৌৰি দৌৰি গেটৰ কাষলৈ আহিল বৰ শশব্যস্ত হৈ মানুহটোৱে কৈ উঠিল, "কি হৈছে

এইবোৰ! কোনে ইমান হাল্লা কৰিছে? চাহাবে খঙ কৰিছে”—দাৰোৱানে কিবা কোৱাৰ আগতেই কাকলিয়ে কৈ উঠিল—“মই হাল্লা কৰিছো—তোমালোকৰ চাহাবে যেতিয়ালৈকে মোৰ লগত দেখা নকৰে তেতিয়ালৈকে মই চিঞৰি চিঞৰি সকলো মানুহ গোটাম। যোৱা, তোমাৰ চাহাবক কোৱাগৈ যোৱা!”—বেচেৰাটোৱে কেই চেকেণ্ডমান হতভম্ব হৈ বৈ থাকিল। তাৰ পাছত উৰ্দ্ধশ্বাসে ঘৰৰ ভিতৰলৈ দৌৰি গল আৰু অলপ সময়ৰ পাছতে ওলাই আহি কলেহি— “আহক, আপুনি মোৰ লগত আহক”—দাৰোৱানক কলে—“গেট খোলা—এটা যন্ত্ৰচালিত পুতলাৰ দৰে দাৰোৱানে ধাতু শব্দ কৰা লোহাৰ বিশাল গেটখন খুলি দিলে!

(২)

আগতে ভালকৈ লক্ষ্য কৰা নাছিল কাকলিয়ে। গেটৰ ভিতৰ সোমাওতেই চকুত পৰিল, সৰু শিলগুটি দিয়া ৰাস্তাটো চিধা সন্মুখৰ ফালে গৈ আছে। ৰাস্তাটোৰ এফালে সেউজীয়া কাৰ্পেটৰ দৰে লনখন—সেই লনত গাৰ্ডেন আমব্ৰেলাৰ তলত ঢেৰ চকী মেজ সজোৱা। এটা মালীয়ে সমানভাৱে ঘাঁহবোৰ কাটি আছে লনমোৱাৰেৰে সৈতে। ৰাস্তাটোৰ সিফালে নানাৰকমৰ চিজন ফ্লাৱাৰবোৰ ফুলি আছে - তাতো অন্য এটা মালীয়ে ডাঙৰ কেচি এখন লৈ ফুলগছৰ ডাঙৰ পাত বা শুকাই যোৱা পাত কাটি আছে। লনৰ একেবাৰে কাষলৈ ওখ কম্পাউণ্ড ৱালৰ গাতে লগাকৈ আছে সৰু সৰু কোঠাৰ ঘৰ এশাৰী। দেখিলেই ধৰিব পাৰি যে সেইবোৰ চাকৰ আৰু মালীহঁতৰ ঘৰ।

সৰু শিলগুটি দিয়া ৰাস্তাটো পোনে পোনে গৈ একেবাৰে বিৰাট ঘূৰণীয়া ঘূৰণীয়া খুটা থকা তিনিমহলা ঘৰৰ চিৰিৰ কাষতে শেষ হৈছেগৈ। যেহেৰাটোৰে সৈতে শিলদিয়া ৰাস্তা পাৰ হৈ চিৰিয়েদি ওপৰলৈ উঠি উঠি

ওপৰ মহলা পালেগৈ কাকলি। তাত শতক শকত খুটাৰ শাৰী অগণণ! চিৰিৰ পাছফালে ঘূৰণীয়া ঘূৰণীয়া বগা পাথৰৰ বহুদূৰলৈকে বিয়পি পৰা বাৰাণ্ডা। তাৰ পাছৰে পৰা শাৰী শাৰী ঘৰ, ঘৰবোৰৰ খিৰিকি-দুৱাৰবোৰ বিৰাট বিৰাট। খিৰিকিবোৰৰ পাল্লাবোৰ দুখন দুখন। পাল্লাবোৰৰ এখন এখন জাপ কাঠেৰে সজোৱা আৰু ইখন পাল্লা কাঁচৰ—

দাৰোৱানে কাকলিক তাৰে এটা ঘৰ দেখুৱাই কলে—'ইয়াতে অলপ বহক। বৰ চাহাব এতিয়াই আহিব।"—

দাৰোৱানটো গুচি গল। আৰু কাকলিয়ে, দুৱাৰখন খুলি বিৰাট ঘৰটোৰ কোঠাত সোমাল।

গোটেই ঘৰটো প্ৰায় ছয় ইঞ্চি শকত কাৰ্পেটেৰে ঢকা। চাৰিওপিনে কমকৈ হলেও চাৰি পাঁচ জোৰকৈ চোফাচেট। তাৰোপৰি সুদৃশ্য কাশ্মিৰী কাঠৰ ষ্টাণ্ডত পিতলৰ ওপৰত ফুলকটা নক্সা থকা বিৰাট পিতলৰ ফুলদানী! দুইফালৰ বেৰত কাচৰ ঢাকনি দিয়া নানা কিতাপৰ চেলফ্, হিষ্ট্ৰি, চচিয়লজি, আনথ্ৰোপলজি পৰা আৰম্ভ নানা বিষয়ৰ নানান কিতাপ আৰুতো এনচাইক্লোপেডিয়া ব্ৰিটানিকা আৰু ৱৰ্ল্ড বুক চিৰিজৰ একো একোটা ডাঙৰ চেট। ইমান বিচিত্ৰ ধৰণৰ কিতাপ জীৱনত আৰু কেতিয়াও দেখাই নাই কাকলিয়ে।

একালে ওখ বেৰা চুই এখন ওখ ষ্টেণ্ডত এটা দামী টি, ভি—ইফালে থকা ইখন বেৰৰ কাষতে, দীঘল এটা একুইৰিয়ামত নানা ঠাইৰ ৰঙা, নীলা, সেউজীয়া, হালধীয়া, মাছবোৰে খেলা কৰি ফুৰিছে। ওপৰৰ চিলিঙৰ পৰা ওলমি থকা বিৰাট জোকা লাইটৰ পৰা জিলিকি পৰিছে আহল বহল কোঠাটো! দুয়ো বেৰৰ দুয়োফালে দুটা এয়াৰকুলাৰ। হাতৰ চুটকেছটো নমাই থৈ এখন চোফাত, কাকলি কুচি মুচি বহি পৰিল। বহা ঠাইৰ পৰা কাকলিয়ে লন, মালী, গেট, ফুল, অঁকিত সকলো দেখি আছে!

কাকলিয়ে আগতেই শুনিছিল সুধীৰ ৰঞ্জন বৰুৱাহঁতে বিৰাট ধনী মানুহ। শুনি শুনি কাকলিৰ এটা মোটামুটি ধাৰনাই হৈ আছিল। এতিয়া এই বিৰাট কোঠাৰ ভিতৰত বহি কাকলিৰ এনে অনুভৱ হ'ল যেন সুনয়নাহঁত আৰু বহুত বহুত ধনী। হঠাতে কাকলিয়ে খোজকাঢ়ি অহা কাৰোবাৰ পদশব্দ শুনিবলৈ পালে। এই বিশাল ড্ৰইংৰুমটোৰ দুৱাৰো বহুত। শব্দ শুনি, থমকি মুখ ঘূৰাওতেই কাকলিয়ে দেখিলে, কোঠাটোৰ ভিতৰফালৰ দুৱাৰখনৰ মুখত এজন মাজবয়সীয়া পুৰুষ থিয় হৈ আছে। বয়স প্ৰায় ষাঠি ছোঁও ছোঁও। গাৰ ৰঙ মাগুৰ মাছৰ বৰণীয়া, ছফুটত কৈয়ো ওখ হাইট। দীঘল গহীন মুখ, উন্নত কপাল, সুতীক্ষ্ণ থুতৰি, শকত ওঁঠ-আৰু এক কঠিনতাৰে ভৰা মুখমণ্ডল। আমাৰ পুৰণি কথাত "বৃষস্কন্ধ" বুলি যেনে পুৰুষ সকলক বুজোৱা হয়—এখেত যেন ঠিক তেনেকুৱাই। বহল বুকু, হাত দুখনো দীঘল প্ৰায় আঠুৰ গুৰি পাইছেহি। শকত শকত হাড়েৰে মানুহজনৰ মজবুত সুদৃঢ় স্বাস্থ্য। কেচা পকা মিহলি চুলিখিনি বেকব্ৰাচ কৰা।

এটাইতকৈ আচৰিত তেখেতৰ চকুযুৰি—গাৰ ৰঙৰ দৰেই যেন অলপ বাদামী। তেখেতৰ মানুহলৈ চোৱাৰ ভঙ্গী, শকত নোমাল চেপ্পাউৰী দৃঢ় থুতৰিয়ে—এই সকলোবোৰে যেন তেওঁৰ ব্যক্তিত্ব যিমান ফুটাই তুলিছে, তাতকৈ বেছি যেন ফুটাই তুলিছে তেওঁৰ নিষ্ঠুৰতা। এই মানুহজনক ঘেৰি যেন শকত দেৱালবোৰ যেন থিয় হৈ আছে, যিবোৰ লঙ্ঘন কৰি তেওঁৰ কাষলৈ যোৱাটো টান—প্ৰায় দুৰুহই।

এনেকুৱা এক প্ৰচণ্ড শক্তিশালী প্ৰতিপক্ষৰ লগত যুদ্ধ কৰি জিকিব পৰাটো প্ৰায় অসম্ভৱেই। এই 'এমাৰেল্ড হাউচলৈ অহাৰ আগতেই কাকলিৰ কেইবাৰ মান উশাহ নিশাহেই বন্ধ হৈ যোৱাৰ উপক্ৰম হৈছিল। আকৌ এবাৰ যেন বন্ধ হ'ল পোন্ধৰ ফুটমান দূৰত বৈ

থকা মানুহজনক দেখি—নিজে কব নোৱাৰাকৈয়ে কেতিয়া যে থিয় হল কবই নোৱাৰিলে কাকলিয়ে। তাই বুজিব পাৰিছিল এইজনেই সেই বিখ্যাত ইণ্ডাষ্টিয়েলিষ্ট সুধীৰ ৰঞ্জন বৰুৱা!

সুধীৰ বৰুৱাৰ চকুত শকত ফ্ৰেমৰ চছমা। দুৱাৰৰ কাষত থিয় হৈয়েই চছমাৰ মাজেদি তীক্ষ্ণ চকুৰে কাকলিক লক্ষ্য কৰিবলৈ ধৰিলে তেখেতে। এপইণ্টমেণ্ট নোলোৱাকৈ অহাৰ বাবে বিৰক্তিত তেখেতৰ কপাল কোচ খাই আছে। কাকলিৰ পুৰণা কাপোৰ, কক্ষ হৈ পৰা চুলি, সাধাৰণ চেণ্ডেল আদিলৈ চাই বৰুৱাৰ চকুত আৰু মুখত যেন তাচ্ছিল্য আৰু অ'প যেন ঘৃণাই হোৱা যেন দেখা গল। কেইমিনিটমান একদৃষ্টিৰে চাই থাকি, সুধীৰ বৰুৱা কোঠাৰ মাজলৈ আগবাঢ়ি আহিল। গম্ভীৰ আৰু এটা কক্ষ মাতেৰে বৰুৱাই সুধিলে, "—গেটৰ ওচৰত থিয় হৈ অসভ্যৰ দৰে চিঞৰিছিলা কিয়?—

—ভয়ত কাকলি কাঠ হৈ যোৱাৰ উপক্ৰমতে যেন কিবা এটা মেজিকৰ খেলা চলি গল। কাকলিয়ে খুব ভালকৈয়ে বুজি উঠিছিল যে সমানে সমানে যুদ্ধ নকৰি, ভয়ত মিমিয়াই থাকিলে সুধীৰ বৰুৱাই তাইক নাইকীয়া কৰি পেলাব। এটা দুৰ্জ্জয় সাহ আৰু জেদ লৈ কাকলি ঘৰৰ পৰা ওলাই আহিছিল! সেই দুৰ্জ্জয় সাহ আৰু জিদ যেন আকৌ কাকলিৰ মনলৈ ঘূৰি আহিল! উশাহ-নিশাহ কাকলিৰ আকৌ স্বাভাৱিক হৈ আহিল। হাওঁ-ফাওঁলৈ বহুখিনি বতাহ টানি লৈ কাকলিয়ে কৈ উঠিল, "অসভ্যৰ দৰে নিচিঞৰা হলেতো আপুনি মোক ভিতৰলৈ সোমাবলৈ নিদিলেহেঁতেন!

ভিতৰি ভিতৰি যেন অলপ থমকি গল সুধীৰ বৰুৱা! এনেধৰণৰ সাজ পোছাক পৰিহিতা আৰু এনে চেহেৰাৰ এজনী ছোৱালী তেখেতৰ সন্মুখলৈ

আহি মাটিতে মিলি যোৱাৰ দৰে হ'ব এইটোৱেই আছিল প্ৰত্যাশা। কিন্তু সেই ছোৱালীয়েই যে তেখেতৰ মুখৰ ওপৰতে এনে জবাব দিব, সুধীৰ বৰুৱাই ভাবিবই পৰা নাছিল। তেওঁ কৈ উঠিল, "তুমি নাজানা— এপইণ্টমেণ্ট নোলোৱাকৈ আহিলে মই কাৰো লগত দেখা নকৰো" — "মই জনা নাছিলো— আপোনাৰ দাৰোৱানে এই অলপ সময়ৰ আগতেহে মোক কৈছে— অৰণ্যে" — কথা শেষ নকৰাকৈয়ে কাকলি বৈ গ'ল। 'অৰণ্যে কি ?' — আৰু কপাল কোঁচ খুৱাই সুধীৰ বৰুৱাই কৈ উঠিল। 'আগৰ পৰা চেষ্টা কৰি থলেও মোৰ নিচিনা ছোৱালী এজনীক জানো আপুনি এপইণ্টমেণ্ট দিলেহেঁতেন ?"—এনেকুৱা ছোৱালী আৰু আগতে সুধীৰ বৰুৱাই দেখা নাই !

সঁচাকৈয়ে সুধীৰ বৰুৱাই তো এইজনী ছোৱালীক দেখা কৰাৰ এপইণ্টমেণ্ট দিলেহেঁতেন জানো ? —মানুহ চিনি পোৱাৰ অপৰিসীম ক্ষমতা দেখোন এই ছোৱালীজনীৰ !!— কাকলিৰ প্ৰশ্নৰ উত্তৰ নিদি বৰুৱাই ওলোটাই প্ৰশ্ন কৰিলে কাকলিক, 'কি নাম তোমাৰ ?" "মইতো মাৰ্গাৰেট থেচাৰ বা ইন্দিৰা গান্ধীৰ সমান বিখ্যাত নহও যে আপুনি নাম কলেই চিনি পাব—তথাপি সুধিছে যেতিয়া কওঁ—মোৰ নাম কাকলি, কাকলি ভূঞা—' অতপৰে সুধীৰ বৰুৱাই বুজি উঠিছিল যে কেৱলমাত্ৰ ব্যক্তিত্ব বা গম্ভীৰ মাতেৰে সৈতে কথা কৈ কাকলিক একো কৰিব নোৱাৰিব। তেখেতে আকৌ সুধিলে, 'তুমি মোৰ ওচৰত কি বিচাৰিছা ?' কাকলিয়ে লগে লগে উত্তৰ দিলে, ঠিক এটা কথাতে সকলো কব নোৱাৰিম। দয়া কৰি আপুনি যদি বহে, ময়ো বহো। তাৰ পাছত কিয় আপোনাৰ ওচৰলৈ আহিছো তাৰ কাৰণটো জনাম !"— কাকলিয়ে যি ধৰণে বৰুৱাক বহি-বলৈ কলে সেয়া যেন এইখন ঘৰ কাকলিৰহে- তেখেতৰ নহয় ! তেখেতহে যেন ইয়াত এয়া কাকলিৰ লগত দেখা কৰিবলৈ আহিছে। খং উঠিব খুজিও যেন সুধীৰ বৰুৱাৰ অলপ যেন আনন্দই লাগিল,— কিন্তু বাহিৰত

ভাব অকনো প্ৰকাশ নেদেখুৱালে বৰুৱাই! নীৰস কৰ্কশ সুৰেৰে আকৌ কৈ উঠিল বৰুৱাই, বহিবলৈ মোৰ সময় নাই! কি কবলগীয়া আছে সোনকালে কৈ পেলোৱা ”— 'ইমানবোৰ কথা থিয় হৈ থিয় হৈ কব নোৱাৰি। দয়া কৰি বহকচোন'— অতি বিনীত ভাৱেই কৈ উঠিল কাকলিয়ে—তথাপি কাকলিৰ কোৱাৰ ধৰণত যেন অকমান জিদো আছে—! ঠিক আছে বহা”— হাতৰ চাৰ্টৰ হাত দাঙি ঘড়ীলৈ চালে সুধীৰ বৰুৱাই —'দহ মিনিট সময় মাত্ৰ দিব পাৰো। তাৰ ভিতৰতে তোমাৰ বক্তব্য শেষ কৰিব লাগিব।— বুলি কৈ কৈ এখন চোকাত বহি পৰিল সুধীৰ ৰঞ্জন বৰুৱা!

যুদ্ধৰ প্ৰথম ৰাউণ্ডতে নিজৰ জিদটোৰ জয় হোৱাত কাকলিৰ নিজৰে প্ৰতি আত্মবিশ্বাস বাঢ়িল। —অলপ দূৰত, সুধীৰ বৰুৱাৰ মুখামুখিকৈ অন্য এখন চোকাত বহিল কাকলি।

সুধীৰ বৰুৱাই কলে, “এতিয়া কোৱা' বুলি কওঁতেই সুধী বৰুৱাৰ চকু কাকলিৰ বংযোৱা চামৰাৰ চুটকেছটোৰ ওপৰত পৰিল, কাকলি বহি পৰা চোফাখনৰ কাষতে কাৰ্পেটৰ ওপৰত চুটকেছটো থিয় কৰাই থোৱা আছে। সুধীৰ বৰুৱাই অলপ আচৰিত হৈয়ে যেন সুধিলে, ও আই, চুটকেছ লগত লৈ আহিছা কিয়?' —এনেকুৱা পুৰণা বস্তুবাহানি লৈ কোনোবাই যে সুধীৰ বৰুৱাৰ লগত দেখা কৰিবলৈ আহিব পাৰে— বৰুৱাৰ সেইটো ধাৰণা নাছিল— এইটো তেখেতৰ বাবে অভাৱনীয় কথা!

লগে লগে উত্তৰ নিদিলে কাকলিয়ে। স্থিৰ চকুৰে এবাৰ সুধীৰ বৰুৱাক ফালে চাই তাই অন্য ফালে মুখ ঘূৰাই ললে। এতিয়া কাকলি আচল ঠাই পাইছেহি আৰু! শৰীৰ আৰু মনত যত যিমান সাহস আছিল, সকলো গোটাই লৈ কাকলিয়ে লাহে লাহে কৈ উঠিল— 'মই ইয়াত থাকিবলৈ আহিছো। চুটকেছটোত মোৰ কাপোৰ কানি আছে।—

নিজৰ কানকেই যেন বিশ্বাস কৰিব নোৱাৰিলে সুধীৰ বৰুৱাই। তীব্ৰ, তীক্ষ্ণ কণ্ঠস্বৰে বৰুৱাই কৈ উঠিল, "হোৱাট?"—

কাকলিয়ে আকৌ সেই আগৰ সহজ সৰল সুৰেৰেই উত্তৰ দিলে, ইয়াত থাকিবলৈ আহিছো। কব পাৰে যে মই মোৰ অধিকাৰ প্ৰতিষ্ঠা কৰিব খুজিছো।"—

কাকলিৰ কথা শেষ নৌ হওঁতেই বৰুৱাই চিঞৰি উঠিল, অধিকাৰ মানে ৰাইট. হোৱাট ডু ইউ মিন?"

কাকলিয়ে সুধীৰ বৰুৱাৰ ফালে নাচালে। কু ওলৈ নমাই বন্থদেবী তলওঁঠ কামুৰি শ্বাসৰুদ্ধ হোৱাৰ দৰে বহি থাকিল।

সুধীৰ বৰুৱা ইতিমধ্যে অসহিষ্ণু হৈ উঠিছে। তেখেতে কৈ উঠিল, "মনে মনে থাকিলা কিয়? কোৱা—কিহৰ অধিকাৰ?"—

চকু ওপৰলৈ তুলিলে কাকলিয়ে—মাটিৰ ফালে চাই ফিচ্‌ফিচ্‌ কৈ কৈ উঠিল—"কবলৈ লাজ লাগিছে তথাপি নিজৰ ভবিষ্যত আৰু আপোনালোকৰ পৰিয়ালৰ সুনামৰ বাবে নকলেও মোৰ ৰক্ষা নাই!"—

শৰীৰৰ সকলো স্নায়ু টান টান কৰি উদগ্ৰীৱ হৈ ৰল সুধীৰ বৰুৱা! কাকলিয়ে তাৰ পাছতে কলে, "মোৰ গাত সুব্ৰতৰ সন্তান আছে"—

সুধীৰ বৰুৱাৰ মূৰত যেন এটা জলন্ত গজালহে সোমাই গল। কৰ্কশ মাতেৰে সৈতে তেখেতে আকৌ সুধিলে— "কোন সুব্ৰত?"—

"আপোনাৰ ল'ৰা"—

নিজে কব নোৱাৰাকৈয়ে উত্তেজনাত সুধীৰ বৰুৱা থিয় হৈ উঠিল! তেওঁৰ শৰীৰৰ ৰক্তচাপ যেন বিপজ্জনক অৱস্থা হে পাইছেগৈ! চকুৰ বগা অংশত তেজ যেন গোট মাৰিলে। ডিঙিৰ শিৰবোৰ ৰচিৰ দৰে জিলিকি উঠিল। অত্যন্ত হিংস্ৰ আৰু নিষ্ঠুৰ যেন দেখা গল সুধীৰ বৰুৱাক।— তেওঁৰ ডিঙিৰ শিৰা ফালিয়ে যেন এটা কৰ্কশ মাত ওলাই

"ইমপচিবল, ইমপচিবল'— ! মই বিশ্বাস নকৰো। উত্তেজনাত কাকলিও থিয় হৈ পৰিছিল। কলে, "আপোনাৰ ঠাইত মই হোৱা হলেও বিশ্বাস নকৰিলোহেতেঁন। নিজৰ লৰাৰ এনেবোৰ কথা কোনেনো বিশ্বাস কৰিব খোজে ?"—

ষ্টপ দিচ ল'ই"—

কাকলিয়ে যিমান লিখা পঢ়া জানে তাৰে এই ইংৰাজী শব্দ তিনিটাৰ অৰ্থ বুজিবলৈ অকনো অসুবিধাই নহয়। তাই আকৌ কৈ উঠিল, "মই যি কথা কৈছো তাৰ এক বৰ্ণও মিছা নহয়। ধমকি দি, চিঞৰি আপুনি মোক দমাব নোৱাৰিব"--

সুধীৰ বৰুৱাৰ মুখ কঠোৰ হৈ উঠিল। দাঁতে দাঁতে কৰ্বাচি, ডিঙৰ মাত আৰু ডাঙৰ কৰি কৈ উঠিল সুধীৰ বৰুৱাই, "ইউ ডাৰ্টি ৱমেন তুমি মোক ব্লেকমেইল কৰিবলৈ আহিছা !"

ডাৰ্টি ৱমেন কথাষাৰৰ অৰ্থ জানে কাকলিয়ে কিন্তু ব্লেকমেইল শব্দটো কাকলিৰ একেবাৰে অজানা ! অপমানত কাকলিৰ মুখ ৰঙাহৈ উঠিছিল। তীক্ষ্ণ মাতেৰে কাকলিয়ে কৈ উঠিল, "মই এজনী বাজে লেতেৰা ছোৱালী নহওঁ ! মই ভদ্ৰ পৰিয়ালৰ ছোৱালী। ব্লেকমেইল বুলি আপুনি কি বুজাব খুজিছে ?" —

"আমাক ভয় খুৱাই এই ঘৰত সোমাই লব খুজিছা। কিন্তু মই সেইটো কেতিয়াও হবলৈ নিদিওঁ !— কথাকিটা কৈ থাকোতে সুধীৰ বৰুৱাৰ চকুমুখত সন্দেহৰ ছাঁ বিয়পি পৰিছিল !— কোনে তোমাক এইখন ঘৰলৈ পঠাইছে ?

কাকলিয়ে উত্তৰ দিলে— "কোনেও পঠোৱা নাই ! মই নিজেই আহিছো। ভয় খুৱাই আপোনাৰ বোৱাৰী হোৱাৰ ইচ্ছাও মোৰ অকনিও নাই !

সিমানখিনি আত্মসন্মানবোধ মোৰ আছে। কিন্তু এতিয়া মই নিৰুপায় !”

“এই মুহূর্ত্ততে তুমি যদি ইয়াৰ পৰা ওলাই নোযোৱা তেনেহলে মই পুলিচ মাতিম”—ৰাকলিয়ে অদ্ভুত ভাৱে হাঁহি উঠিল—কলে, “মাতিব পাৰে, মোৰ কোনো আপত্তি নাই ! ইয়াৰ্লৈ অহাৰ আগতে ময়ো থানালৈ যোৱাৰ কথাকে ভাবিছিলো। পাছত ভাবি চালো, আপোনাক দেখা নকৰি কিবা কৰাটো ঠিক নহব ! ভাবিলো—কিজানি সকলো কথা শুনি আপুনি বিপদ আৰু লাজৰ হাতৰ পৰা বচাব”—ছোৱালী জনীৰ স্পর্দ্ধা দেখি অবাক হল সুধীৰ বৰুৱা। যদি তাই সঁচাকৈয়ে ব্লেকমেইলৰ উদ্দেশ্য লৈ আহিছে তেন্তে বুজিব লাগিব যে ইমান দুঃসাহসী ক্রিমিনেল খুব কমেইহে জন্মিছে। কিন্তু ছোৱালীজনীয়ে যি অকপটভাৱে কথাখিনি কৈছে—যি দৰে তাই মুখভঙ্গী কৰি কথাবিলাক কৈছে—বৰুৱাৰ মনলৈ সংশয় আহিছে ছোৱালীজনীয়ে কিজানি মিছা কথা কোৱা নাই ! জীৱনত অসংখ্য মানুহ দেখিছে সুধীৰ বৰুৱাই, বিপুল তেওঁৰ অভিজ্ঞতা। তেওঁ জানে যে সত্যৰ এটা নিজস্ব জোৰ আছে। কিন্তু—কিন্তু ছোৱালীজনীয়ে যি কথাষাৰ কৈছে সেয়া যদি মিছা নহয় সঁচাই—নাই নাই—ভাবনাটো মূৰৰ পৰা এক মিনিটতে উলিয়াই পঠিয়ালে বৰুৱাই ! তাৰ পাছত আকৌ যেতিয়া বৰুৱাই চিঞৰিবলৈ সাজু হয় তেতিয়া দেখে যে কোঠাটোৰ বাহিৰত বেহেৰা আৰু মালীবোৰ আহি গোট খাইছেহি। উগ্ৰ ৰঙা চকুৰে সৈতে তাহাতৰ ফাললৈ চাই হাত জোকাৰিলে সুধীৰবৰুৱাই—যোৱাহক—কি দৰ্কাৰ ইয়াত ! কৈয়েই বৰুৱাৰ খেয়াল হয় এনেদৰে চিঞৰ বাখৰ কৰা হয়তো তেওঁৰ বাবে ঠিক কাম হোৱা নাই। এনেধৰণৰ লেতেৰা জঘণ্য ঘটনা, যিমানেই মিছা নহওক—চাকৰ বাকৰৰ কাণত পৰাটো সমূলী ঠিক নহয় ! তাহাতিতো গোটেইখনতে এই কথাবোৰ বটাই ফুৰিব।

তেতিয়ালৈ মালী আৰু যেহেৰাবোৰ পলাই শেষ। সুধীৰ বৰুৱাই আকৌ কাকলিৰ কালে মুখ ঘূৰাই চালে। খঙ, উত্তেজনা, হিংস্ৰতা আৰু প্ৰবল ৰক্তচাপত বৰুৱাৰ মূৰৰ ভিতৰটো ঠগ্‌বগকৈ উতলিছে। কিন্তু এইবাৰ বৰুৱাই নিজকে সংযত কৰিলে, আৰু বিস্ফোৰণ হবলৈ নিদিলে। প্ৰাণপনে নিজৰ মাতটো যথাসম্ভৱ কোমল কৰি সুধীৰ বৰুৱাই কৈ উঠিল, 'চিট ডাউন'—

কাকলি বহাৰ লগে লগে সুধীৰ বৰুৱায়ো আকৌ কাকলিৰ মুখামুখি হৈ বহি পৰিল। মূৰৰ ভিতৰখন যিমানেই গৰম হৈ যাওক, খুব শান্ত মাতেৰে কাকলিক সুধিলে বৰুৱাই, "তোমালোক ক'ত থাকা" ? নবীন নগৰত'—কাকলিয়ে উত্তৰ দিলে। "মানে, ৰেল লাইনৰ কাষৰ বস্তি অঞ্চলত "ঠিক বস্তিত নহয়—বস্তিলৈ সোমোৱাৰ আগতে যিটো অলপ ডাঙৰ গলি, ৰাম বৰুৱা লেন—তাৰেই এটা ঘৰত আমি থাকো"।

"ঘৰৰ নম্বৰ কিমান ?

"তেৰ"—কাকলিৰ উত্তৰ।

ইমানবোৰ কথা সুধীৰ বৰুৱাই এনেয়ে সোধা নাই! তেখেতে ইমান পৰে বুজি উঠিল যে কাকলি ভয় খাব লগীয়া ছোৱালী নহয়! তৰ্জন গৰ্জন কৰি বা ডাবি ধমকি দি কাকলিক দমাব পৰা নাযাব। তাইক অন্যভাবে চেষ্টা কৰি চাব লাগিব। সেইবাবে কাকলি সম্বন্ধে খুটিনাটি সকলো জানিব লাগিব।

সুধীৰ বৰুৱাৰ কণ্ঠস্বৰ আৰু ব্যৱহাৰ হঠাত যি ভাবে বদলী গ'ল তাত কাকলিৰ বৰ অস্বস্তিহে লাগিল। প্ৰথমতে পৰা অত ডাবি-ধমকিৰ সুৰত কথা কৈ এতিয়া চোন মানুহজন একেবাৰে বেলেগ—তেওঁৰ কথা ধৰিব নোৱাৰি দেই— কাকলিয়ে ভাবিলে। ভিতৰি ভিতৰি কাকলি অতি সতৰ্ক হৈ বল।

সুধীৰ বৰুৱাই আকৌ তাইক সুধিলে— "ঘৰত তোমাৰ কোন কোন আছে ?"

কাকলিয়ে স্থিৰ চকুৰে সুধীৰ বৰুৱাৰ ফালে চাই চাই উত্তৰ দিলে, "দেউতা, মা আৰু সৰু ভাইটি এটা।"

"দেউতাই কি কৰে ?"

"একোকে নকৰে। এটা লোহাৰ কাৰখানাৰ কেৰাণী আছিল। তিনি বছৰ হল কাৰখানাটো বন্ধ হৈ গল। আৰু তো কতো দেউতাই কাম বিচাৰি পোৱা নাই।"—

"ভাইটিটো সৰু নে ডাঙৰ ?"

"মোতকৈ দুবছৰৰ সৰু!"

"সি কিবা কৰে নেকি ?"

"নকৰে। ক্লাছ এইটলৈকে পঢ়িছিল। ফিজ দিব নোৱাৰা বাবে স্কুলৰ পৰা নাম কাটি দিলে। সিমান পঢ়াশুনাৰে তো চাকৰি নহয়। এতিয়া দাদাগিৰি কৰি কটাইছে।"—

"আই চী, তেনেহলে তোমালোকৰ সংসাৰ চলে কেনেকৈ ?"

"মই নবীননগৰৰ প্ৰাইমেৰী স্কুলত শিক্ষকতা কৰো। আৰু বাত্তিপুৱা গধূলী দুটাকৈ টিউচন। তাতে ঘৰখন কোনোমতে চলে।

"কিমান দূৰ পঢ়া-শুনা কৰিলা ?"

"কোনো ৰকমে হায়াৰ ছেকেণ্ডৰীটো পাছ কৰিলো।"

"তেনেহলে তোমাৰ বাহিৰে আৰু ঘৰখনৰ বাবে উপাৰ্জ্জন কৰোতা কোনো নাই!

"নাই!"—

সুধীৰ বৰুৱাৰ হঠাতে কিবা এটা মনত পৰি গল! ব্যস্ত সমস্ত হৈ ঘড়ী চাই কৈ উঠিল, "তোমাক মাত্ৰ দহ মিনিট সময় দিম বুলি

কৈছিলো— বিয়াল্লিছ মিনিট হৈ গ'ল। মই এতিয়াই যাব লাগিব, উঠোহে”— কাকলিয়ে উচ্‌প খাই উঠিল— “মোৰ— মোৰ এতিয়া কি হ'ব ?”

সুধীৰ বৰুৱাৰ দুচকুৰ পৰা যেন অগনিহে ওলাইছে— দাঁত ওঁঠ কামুৰি চেপা মাতেৰে আকৌ কৈ উঠিল সুধীৰ বৰুৱাই, “বদমাচ ছোৱালী কৰবাৰ যাৰ ভায়েকে দাদাগিৰি কৰে, সেউতাক বেকাৰ, যেনে বস্তিৰ দৰে ঠাইত থাকে তেওঁক মই মোৰ লৰাৰ বোৱাৰী কৰি আনিম ! তুমি কি বুলি ভাবিছা ? ব্লেকমেইল কৰিবলৈ আৰু ঠাই নাপালা ?” ইমানপৰে বাৰে বাৰে শুনি শুনি কাকলিয়ে ব্লেকমেইল শব্দটোৰ এটা অনুমানিক অৰ্থ ভাবি লৈছিল। সেইকাৰণে তীক্ষ্ণ মাতেৰে কৈ উঠিল, “মই আপোনাক ব্লেকমেইল কৰিবলৈ অহা নাই !”
“তুমি যি কথা কৈছা তাৰ প্ৰমান কি ?”
ওঠ টিপি লৈ কিবা যেন ভাবি ললে কাকলিয়ে তাৰ পাছত অলপ জোৰেৰে উশাহ লৈ বৰুৱাক সুধিলে, “সুব্ৰত বাৰু ঘৰত আছে নেকি ?” সুধীৰ বৰুৱা হতচকিত হৈ পৰিল— “সুব্ৰতক ? তাৰ পৰা কি হ'ব ?” “দয়া কৰি তেওঁক এবাৰ ইয়ালৈ মাতক, মোৰ এই অবস্থাৰ বাবে কোন দায়ী, তেওঁৱেই প্ৰমাণ কৰি দিব !”

“ঠিক আছে”— কাকলিৰ চেলেঞ্জটো যেন লগে লগেই ললে সুধীৰ বৰুৱাই। এটা বেহেৰাক মাতি কলে— “ছোটাচাহাবক ইয়ালৈ আহিবলৈ ক ! মই মাতিছো বুলি কবি”—

প্ৰায় দুইমিনিটমান পাছতে কোঠাটোলৈ সুব্ৰত সোমাই আহিল।— আৰু কাকলিক দেখি একেবাৰে বিব্ৰত হৈ পৰিল। সুব্ৰতৰ চকুত তেতিয়া ভয়ৰ ছাঁ— এনেয়ে কিন্তু সুব্ৰত সুন্দৰ চেহেৰাৰ পুৰুষ। বাপেক সুধীৰ বৰুৱাৰ দৰেই হাইট। কেৱল মাত্ৰ গাৰ ৰঙটোহে

বাপেকৰ দৰে নহয়— অলপ যেন বাদামী—চুলিখিনি বাপেকৰ দৰেই বেকব্ৰাচ কৰা, নাক মুখ তীক্ষ্ণ, বহল উন্নত কপাল, জোঙা থুতৰি!— এই মুহূৰ্ত্ত সুব্ৰতক যেন জালত পৰা নিগনি যেন লাগিছে! ওঠ টিপি এটা আড়ষ্টতাৰে সৈতে থিয় হৈ আছে সুব্ৰত।

দুয়োফালৰ পৰা সুধীৰ বৰুৱা আৰু কাকলিয়ে পলকহীন ভাৱে লক্ষ্য কৰি আছে সুব্ৰতক! সুব্ৰতে কিন্তু না বাপেক না কাকলি কাৰো ফালে চাব পৰা নাছিল। কেৰাকৈ এবাৰ কাকলিৰ ফালে এবাৰ দেউতাক সুধীৰ বৰুৱাৰ ফালে চাই আছিল সুব্ৰতে! — বিশেষকৈ কাকলিক। কাকলিক দেউতাকৰ সৈতে এই ঘৰৰ ড্ৰইংৰুমত দেখিব, সুব্ৰতই ভাবিবই পৰা নাছিল।

সুধীৰ বৰুৱাই ৰুক্ষ-গম্ভীৰ মাতেৰে কাকলিৰ ফালে আঙুলিয়াই সুধিলে, "এই ছোৱালীজনীক চিনি পোৱানে ?"

সুব্ৰতে যেন ভয় আৰু অস্বাচ্ছন্দ্য ভাব কটাবলৈ ভিতৰি ভিতৰি যেন নিজৰ লগত যুঁজহে কৰি আছিল প্ৰাণপণে— চকুৰে মুখে এতিয়া নকল বিস্ময় ফুটাই তুলি, স্বাভাৱিক ভাৱেই কব খুজিছিল সুব্ৰতে— নাপাওঁ —কিন্তু মাতটো যেন কঁপি গল সুব্ৰতৰ।

দক্ষিণ গুৱাহাটী মহানগৰীৰএই নিৰিবিলি ৰাস্তা, সুধীৰ ৰঞ্জন বৰুৱাহঁতৰ এই সজোৱা ড্ৰইংৰুম, বাহিৰৰ সেউজীয়া লন, বাগান— আটাইবোৰ যেন কাকলিৰ চকুত লাহে লাহে অস্পষ্ট হৈ আহিল! ভৰিৰ তলৰ কাৰ্পেট ঢকা মজিয়াখন সাগৰৰ ঢৌত কঁপাৰ দৰে কঁপিবলৈ ধৰিলে। সমস্ত মুখৰ পৰা যেন তেজবোৰ নাইকিয়া হৈ গ'ল—কিন্তু মাত্ৰ কেইটা-মান মুহূৰ্ত্ত— তাৰপাছতেই কাকলিৰ মুখৰ ভিতৰত যেন প্ৰাকৃতিক দুৰ্যোগৰ দৰেই কিবা এটা হৈ গল— মুখৰ ভাৱ কঠিন হৈ উঠিল— দাঁত ওঁঠ কামুৰি স্থিৰ দৃষ্টিৰে সুব্ৰতৰ ফালে চালে কাকলিয়ে।

ইপিনে সুধীৰ বৰুৱাই সুব্ৰতক সুধিছে—“এওঁক বাৰু কোনোদিন তুমি দেখাই নাইনে?” ইমানপৰে নিজৰ অস্বাচ্ছন্দ্য আৰু নাৰ্ভাচ ভাববোৰ যেন আঁতৰি গল সুব্ৰতৰ মনৰ পৰা— নীৰস মাতেৰে সুব্ৰতে উত্তৰ দিলে, “ওহো-- নাই দেখা!” “আই চি', সুধীৰ বৰুৱাই কৈ উঠিল— “কিন্তু এই ছোৱালীজনীয়ে তো তোমাৰ চিৰিয়াচ এলিগেচন আনিছে। কি কৈছে তাই জানা!” — উত্তৰ নিদি সুব্ৰতে অপেক্ষা কৰিবলৈ ধৰিলে।

গল খেকাৰি মাৰি সুধীৰ বৰুৱাই এইবাৰ কৈ উঠিল, “ছোৱালীজনীয়ে কৈছে তাই হেনো প্ৰেগনেট--- আৰু তাৰ বাবে তোমাক দায়ী কৰিছে।” প্ৰথমতে যেন উচপ খাই উঠিল সুব্ৰত— তাৰ পাছতেই ডিঙি ফুলাই ফুলাই চিঞৰি উঠিল— “লাই— আটাৰ লাই! গোটেই ঘটনাটোৱে সম্পোৱা আৰু মিছা!”

—সুব্ৰতৰ কথাশুনি আৰু তেওঁৰ ফালে চাই চাই কাকলিৰ এনে লাগিছিল যেন তাইৰ চকুৰ পৰা পানীৰ সলনি তেজ হে ওলাব, জুইহে ওলাব— গলধনেদি গল্ গল্ কৈ ঘামবোৰ বাগৰি গৈছে কাকলিৰ— তথাপি কিন্তু কাকলিয়ে চিঞৰি নুঠিল। এটা তীব্ৰ জোকাৰণিৰে সৰ্ব্ব শৰীৰ ঘূৰাই, সুব্ৰতৰ ফালে চাই কাকলিয়ে সুধিলে, “তুমি মোক চিনি নোপোৱা! কেতিয়াও দেখাও নাই!

“নো, নেভাৰ! আপুনি কোন?— এটা ৰুক্ষ আৰু কৰ্কশ মাতেৰে সুব্ৰতে প্ৰশ্ন কৰিলে কাকলিক।

“মিছলীয়া নিৰ্লজ্জ মানুহ কৰবাৰ! তুমি যে মোক চিনি পোৱা তাৰ প্ৰায় পঞ্চাছ জনমান মানুহ সাক্ষী আছে জানানে? সুব্ৰই তেতিয়া সুধীৰ বৰুৱাৰ ফালে ঘূৰি চাই কৈ উঠিল— “দেউতা, এওঁ এজনী ভেনজাৰাচ ৱমেন! আমাক ব্লেকমেইল কৰিবলৈ এই ঘৰলৈ আহিছে!”

সুধীৰ বৰুৱায়ো লগে লগে কৈ উঠিল---" মোৰো তেনে যেনেই মনে ধৰিছিল। তোমাৰ মুখেৰে শুনিবৰ বাবেহে তোমাক মাতি পঠিয়াইছিলো, কাকলিৰ কাণে ঘূৰি লগে লগেই সুধীৰ বৰুৱাই কৈ উঠিল, "গেট আউট— এই মুহূৰ্ত্ততে এই ঠাই এৰি গুচি যোৱা"— উপায়হীন মৰীয়া হৈ কাকলিয়ে কৈ উঠিল, "মই নাযাও"—

সুধীৰ বৰুৱাই পুনৰ কলে— "হেৰা ধৈৰ্য্যৰো এটা সীমা আছে মানুহৰ! এক মিনিটৰ ভিতৰত ইয়াৰ পৰা ওলাই নগলে মোৰ চাকৰ আৰু দাৰোৱানে তোমাক গুৰিয়াই গুৰিয়াই উলিয়াই দিব!"

"মোক- তো বাহিৰ কৰি দিব খুজিছেই! কিন্তু মোৰ পেটৰ সন্তানটোৰ কি হব?"

কোনো উত্তৰ নিদি— দীঘল দীঘলকৈ খোজ দি ভিতৰ ফালৰ দুৱাৰৰ কাষলৈ গৈ, উত্তেজিত মাতেৰে মাতি উঠিল, "লছম, ৰামজী চিং, লালাধাৰী— ইধাৰ আও"—

সুধীৰ বৰুৱাৰ মুখৰ পৰা হুকুম ওলাওতে, নোলাওতেই, আধা ডৰ্জন বেহেৰা, খানচামা দৌৰি আহিল ড্ৰইংৰুমলৈ! সুধীৰ বৰুৱাই তাহাতক কাকলিক দেখুৱাই কলে, "এই আওৰতন ডিভিত ধৰি গেটৰ বাহিৰ কৰি থৈ আহ"—

কাকলিয়ে শুনি কৈ উঠিল— "খবৰদাৰ, মোক কোনেও নুচুবি। মই নিজেই যামগৈ। সুধীৰ বঞ্জন বৰুৱালৈ চাই আকৌ কাকলিয়ে কৈ উঠিল "আজি মোক আপুনি খেদি দিছে। মই কিন্তু আপোনালোকক এনেয়ে এৰি নিদিও—মোৰ ইমান ডাঙৰ ক্ষতি কৰি, আপোনাৰ লৰা সাৰি যাব ‐ সেইটো মই কেতিয়াও হবলৈ নিদিও—একোতেই নিদিও— সুধীৰ বৰুৱাই আকৌ গৰজি উঠিল, "গেটআউট"। নাকমুখ যেন জ্বলি পুৰি শেষ হৈ যাব কাকলিৰ! অপমান, অপযশত যেন কপালৰ বগৰোৰ যেন ফাটি যাব। একোৱেই যেন ভেতিয়া আৰু কাকলিয়ে দেখা

নাছিল – কণা মানুহৰ দৰে, অত ত’ত খুন্দিয়াই ড্ৰইংৰুমৰ পৰা বাহিৰলৈ ওলাই আহিল কাকলি। তাৰ পাচত প্ৰায় দৌৰি পলাই লন আৰু বাগান পাৰহৈ, শিল দিয়া ৰাস্তা পাৰ হৈ গেটৰ বাহিৰলৈ ওলাই গল! কেইখোজমান আগবাঢ়ি যাওঁতেই কাৰোবাৰ যেন অস্পষ্ট মাত এটা কাণত পৰিল কাকলিৰ “এ আওৰত, এ আওৰত!

মুখখন ঘূৰাওঁতেই দেখিলে কাকলিয়ে, সুধীৰ বৰুৱাৰ নেপালী দাৰোৱান-টোৱে তাইক পাছফালৰ পৰা মাতিছে। চল্লিছ পঞ্চল্লিচ মিনিট তাই যেতিয়া প্ৰথমে গেটখনৰ কাষত হৈছিলহি, দাৰোৱানটোৱে তেতিয়া কাকলিক সম্মান জনাই দিদিজী বুলি কৈছিল। কিন্তু যি মুহূৰ্ত্তত সুধিৰ বৰুৱাই তাইক চূড়ান্ত অপমান কৰিলে—তেতিয়াই দাৰোৱানৰ চকুত তাই বহুত তললৈ নামি গৈছে। গ্ৰাচিছল্যৰ ভাৰত সি এতিয়া তাইক আওৰত বুলি মাতিছে।

চকুৱে চকুৱে পৰিলত, কাকলিৰ সেই পুৰণা চুটকেছটো ফুটপাথলৈ দলিয়াই দিলে দাৰোৱানটোৱে। তেতিয়াই কাকলিৰ মনত পৰিল, চুটকেছটো তাই সুধীৰ বৰুৱাহঁতৰ ড্ৰইংৰুমত পেলাই থৈ আহিছিল। কেইখোজমান পাছলৈ আহি আকৌ চুটকেছটো দাঙি ললে কাকলিয়ে। —এনে যেন লাগিল তেতিয়া কাকলিৰ—তাই যেন একুৰা জুইৰ মাজেদিহে খোজ কাঢ়িছে!!

( ৩ )

মাণিক কাকতী পথটো যত, অকোৱা পকোৱা ডাঙৰ ৰাস্তাটোৰ লগত মিলিছেহি, তাৰে কাষত, এটা ৰিক্সা ষ্টেণ্ড। দহ বাৰখনমান ৰিক্সা তাত লাইন পাতি থিয় হৈ আছে। কাকলিয়ে তাৰে ৰিক্সা এখন লৈ, তাত উঠি ৰিক্সাৱালাক কলে, “বলা, নবীন নগৰলৈ বলা”—

ৰেল লাইনৰ কাষৰ সেই বস্তিখন, এই অঞ্চলৰ এখন বিখ্যাত ঠাই। বিখ্যাত মুবুলি নটবিয়াচ বুলি কোৱাটোহে যেন ঠিক হব। সকলোৱে ঠাইডোখৰ চিনে।

ৰিক্সাত উঠি গৈ থাকোতে থাকোতে কাকলিৰ আৰু আলিবাটৰ কাষৰ ঘৰদুৱাৰ, গাড়ীঘোৰা একোৱেই চকুত পৰা নাছিল। অলপ সময়ৰ আগতে বিখ্যাত ইণ্ডাষ্টিয়েলিষ্ট সুধীৰ ৰঞ্জন বৰুৱাৰ ঘৰত যিটো ঘটনা ঘটি গল—তাকে ভাবিবলৈ চেষ্টা কৰিছিল কাকলিয়ে। কিন্তু কাকলিৰ মনৰ যি অৱস্থা তাত তাই যেন একোকে ভাবিব নোৱাৰা হৈ পৰিছে। তথাপিও সকলোবোৰ বাদ দিও সুব্ৰতৰ মুখৰ চেহেৰাটো তাইৰ বাৰে বাৰে মনত পৰিছে। এটা ধূৰ্ত্ত মেকুৰীৰ দৰেই গাখীৰৰ সৰখিনি খাই, গোফ্ মুছি, সুব্ৰত তাইৰ জীৱনৰ পৰা আতৰি গৈছে। অথচ এই সুব্ৰতকেই এদিন কাকলিয়ে কিমান যে বিশ্বাসকে নকৰিছিল! অসীম নিৰ্ভৰতাত, নিজৰ দেহমন সকলো এদিন কাকলিয়ে দান কৰিছিল সুব্ৰতক। তাৰ যে পৰিনামত কি হব পাৰে কোনোদিন চিন্তাই কৰা নাছিল কাকলিয়ে!

কিন্তু এতিয়া তাইৰ গাত যে সুব্ৰতৰ সন্তান—সেই সন্তানৰ দায়িত্ব দেখোন সম্পূৰ্ণভাবে অস্বীকাৰ কৰিলে সুব্ৰতই। কেৱল জানো সেয়ে, সুব্ৰতে পৰিষ্কাৰকৈ জনাই দিছে যে সুব্ৰতে কাকলিক চিনি নাপায় আৰু আনকি কোনোদিন দেখাও নাই! মানুহৰ এই বিশ্বাসঘাতকতাই তাইৰ মুখত যেন জলন্ত জুই একুৰাহে সোমোৱাই দিছে। কাকলিয়ে কিন্তু সুব্ৰত আৰু সুধীৰ বৰুৱাক স্পষ্টভাৱে জনাই থৈ আহিছে যে তাই তেওঁলোকক সহজে নেৰে। কিন্তু কাকলিহঁতো চচাইটিৰ একেবাৰে তলখাপৰ মানুহ। তাহাতৰতো কোনো উচ্চখাপৰ পাৰিবাৰিক বেকগ্ৰাউণ্ড নাই। আত্মীয় পৰিজনৰ ভিতৰতো কোনো পুলিচ অফিচাৰ, এম, এল, এ বা মন্ত্ৰী নাই। কিন্তু সুব্ৰতহঁতৰ! তেওঁলোক চচাইটিৰ অতি উচ্চখাপৰ

মানুহ।—টকা সম্পত্তি অগাধ তেওঁলোকৰ আৰু লগতে আছে প্ৰচুৰ ক্ষমতা আৰু চাৰিওফালে প্ৰচণ্ড ইনফ্লুয়েঞ্চ। অতিপাত খং আৰু উত্তেজনাৰ বশবৰ্ত্তী হৈ কাকলিয়েতো তেওঁলোকক ভয় খুৱায়ে আহিল—কিন্তু এনে শক্তিশালী বিৰোধীপক্ষৰ বিৰুদ্ধে তাই বাৰু কেনেকৈ যুজ কৰিব? তাইৰ ক্ষমতাই বা কিমান! এই অসমান দুই প্ৰতীদন্দীৰ যুদ্ধতো তেওঁ-লোকে তাইক পকৰাৰ দৰে পিচি পেলাব পাৰিব! অপপ সময়ৰ আগতেও কাকলিয়েতো দাঁত ওঁঠ কৰচি সুব্ৰত আৰু দেউতাক সুধীৰ বৰুৱাৰ লগত যুদ্ধ কৰি গৈছে। কিন্তু এতিয়া যেতিয়া তাইৰ মনৰ পৰা উত্তেজনাবোৰ শাম কাটিল, স্নায়ুবোৰ ঢিলা হৈ পৰিল তেতিয়া তাই ভাবিবলৈ ধৰিলে—সুব্ৰতহতে যেতিয়া স্বীকাৰকে নকৰিলে তেতিয়া এক অবৈধ সন্তানৰ মাতৃ হৈ চৰম অসম্মান আৰু দুৰ্ণাম, অপবাদ মূৰ পাতি লৈয়ে তাই বাৰু এইখন পৃথিবীত জীয়াই থাকিব নেকি? —সেয়া তো জীৱনটো একপ্ৰকাৰে শেষ হৈ যোৱাই। ভিতৰি ভিতৰি বৰ ক্লান্ত আৰু বিপৰ্য্যস্ত যেন লাগিল কাকলিৰ! দুইহাতেৰে মুখ ঢাকি, জোৰে জোৰে মূৰটো জোকাৰি, ৰুদ্ধশ্বাসেৰে তাই কৈ যাবলৈ ধৰিলে, "নোৱাৰো, নোৱাৰো, মই আৰু নোৱাৰো"!

কেতিয়াযে চলি চলি ৰিক্সাখন নবীন নগৰৰ ৰেলৰ লাইনৰ কাষৰ বস্তিখনৰ ওচৰ পালেহি কাকলিয়ে গমকে নাপালে। ৰিক্সাৱালাটোৱে ৰিক্সাখন ৰখাই লৈ কৈ উঠিল, "মাইজী, আ গিয়া"—

কিবা বলীয়াৰ দৰে মুখ ঢাকি আচ্ছন্ন হৈ থকা কাকলিয়ে মূৰ তুলি চালে। তাৰ পাছত ভাৰা দি, তাক বিদায় দি, চুটকেছটো হাতত লৈ ৰিক্সাৰ পৰা নামি পৰিল।

কাকলিহঁতৰ ঘৰটো কিন্তু বস্তিৰ ভিতৰত নহয়। সিটো ৰাস্তা মাণিক কাকতী পথ হৈ গৈছে তাৰ দুয়ো কাষৰ একালে সেই কুখ্যাত নবীন নগৰ পাৰা আৰু আনকালে শাৰী শাৰী বেৰঘৰ বেয়া হৈ যোৱা সৰু

সক ঘৰ! বেছি ভাগ ঘৰেই টিং দিয়া। তাৰ মাজে মাজে কিছুমান আকৌ ইটাৰো ঘৰ। কোনোবা জনমতে যেন সেইবোৰ ঘৰ সজা হৈছিল সেই ঘৰবোৰৰনো বয়স কিমান কোনেও নাজানে। —এনে এটা সক ঘৰতেই ভায়েক, মাক আৰু দেউতাকৰে সৈতে কাকলি থাকে। সেই আধা ভঙা ঘৰটোতে কাকলিৰ মাক দেউতাকে জীৱনৰ কতবোৰ বছৰ যে কটাইছে। দুৱাৰৰ কাঠিবোৰ তিতি তিতি যেন এৰাও এৰাও হৈছে। জৰাজীৰ্ণ ঘৰ।

ঘৰৰ ওচৰ পাওঁতেই কাকলিয়ে দেখিলে মা দুৱাৰ মুখত, চৌকাঠত হাত দি থিয় হৈ আছে।

কাকলিৰ মাক কমলাৰ বয়স প্ৰায় পঁচপন, ছাপন্ন। এসময়ত বেছ সুন্দৰীয়েই আছিল কমলা! এতিয়া গোটেই শৰীৰত মাথো ধ্বংসৰহে ছাপ। —গাৰ ধুনীয়া বগা ৰঙ, শেতা পৰি গৈছে—গালৰ হনু দুটা ওলাই পৰিছে—চকুদুটাও গাতত সোমোৱা—চুলি সৰি সৰি কপালখনো বহল হৈ পৰিছে

এই মুহূৰ্ত্তটোত কাকলিৰ মাক কমলাই এযোৰ সাধাৰণ কপাহী মেখেলা চাদৰ পিন্ধি আছে। গাত এটা বগা ব্লাউজ। শিৰ ওলাই পৰা হাত দুখনত এপাত এপাত চুড়ি। ব্ৰঞ্জৰ ওপৰত সোণ পানী চৰোৱাৰ নিচিনা অলংকাৰ বুলিবলৈ কমলাৰ গাত সেয়াই। কমলাই চেপা মাতেৰে জীয়েকলৈ চাই সুধিলে। —"কি হলগৈ তাত? কমলাৰ কণ্ঠস্বৰত উৎকণ্ঠা সনা।

কাকলিয়ে মাকৰ কথাৰ কোনো উত্তৰেই নিদিলে। কিবা অচৈতন্যৰ দৰে ঢলং পলংকৈ মাক কমলাৰ কাষেদিয়ে পাৰ হৈ গৈ নিজৰ কোঠাত সোমালগৈ।

এই কাকলিহঁতৰ ঘৰটোত সব মিলাই ছটামান কোঠা। কোনোমতে যেন বেছিকৈ ভাৰা পাবৰ বাবেই কোঠাবোৰ এটা এটাকৈ বনাই দিয়া হৈছে।

সন্মুখেদি দীঘল বাৰাণ্ডাখন।
বাওঁফালেদি গলেই কাকলিহঁতৰ ঘৰটো—তিনিটা কোঠালীৰে সৈতে। তাৰ ওচৰতে আৰু সৰু সৰু দুই তিনিকোঠালীলৈ ভাৰাতীয়া মানুহ থাকে। পৰিয়াল লৈ থকা ভাৰাতীয়া তিনিঘৰ। এই দৰেই গোটেইবোৰ ভাৰা কোঠালীত মুঠতে চাৰিঘৰ ভাৰাতীয়া মানুহ থাকে।

দীঘল বাৰাণ্ডাখনৰ এমূৰে এডোখৰ সৰু চোতাল। চোতালখন বহুত দিনৰ আগতে পকা কৰা হৈছিল। এতিয়া ফাটি ভাঙি, চিমেণ্ট এৰাই ভিতৰৰ মাটি ওলাই পৰিছে। ফটা ঠাইবোৰত বোকা পিচল শেলুৱৈও লাগি আছে—অ'ত ত'ত ঘাহেঁ। গজিছে। চোতালখনৰ সিমূৰে চাৰিও ঘৰ ভাৰাতীয়া মানুহৰ চাৰিটা ৰান্ধনী ঘৰ। বাওঁপিনে কৰ্পৰেচনৰ পানী কলটো আৰু কিছুদূৰত দুটা পায়খানা—সকলোৰে বাবে।

কাকলি সোমোৱা মুহূৰ্ত্তটোত ঘৰটোত মানুহ দুনুহ বেছি নাছিল। দুপৰীয়া মানুহবোৰ ভাগে ভাগে কামলৈ ওলাই যায় আৰু কাকলিৰ ভায়েক মিণ্টুৰতো ঘৰৰ লগত সম্বন্ধ অতি কমেই! দুইবেলা খোৱা আৰু ৰাতি শোৱাৰ সময়খিনিৰ বাহিৰে গোটেই দিনটো সি বাহিৰে বাহিৰে থাকে। ৰাতিপুৱা ন বজাৰ পাছৰে পৰা ঘৰবোৰ মহিলা সকলৰ দখলত থাকে। সেই সময়ত কাকলিহঁতৰ ঘৰটোৰ আগত, এখন হাতভগা চকীত বহি কাকলিৰ দেউতাক ভোলা ভূঞাই খবৰ কাগজ এখন পঢ়ি আছিল। ভূঞাৰ পিন্ধনত অলপ লেতেৰা হাফচাৰ্ট এটা আৰু লুঙীখন! কাকলিক নিজৰ কমৰ ভিতৰলৈ সোমাই যোৱা দেখি, হাতৰ কাগজখন চকীখনতে থৈ ভোলা ভূঞা ভিতৰলৈ সোমাই আহিছিল। ইপিনে মাক কমলায়ো জীয়েকৰ পাছে পাছে কাকলিৰ কোঠা পাইছিলহি। এই পুৰণা ভঙাচিঙা ঘৰবোৰৰ মাজত কাকলিৰ কোঠাটো সঁচাকৈয়ে ব্যতিক্ৰম। সৰু যদিও কোঠাটো বৰ আটোমটোকাৰিকৈ সজোৱা। —ঘৰটো পৰিস্কাৰ-পৰিচ্ছন্ন ধুনীয়াকৈ সজাই থোৱা। —এফালে বগা ধুনীয়া পৰিস্কাৰ

বিছনা— আনকালে বেৰৰ কাষত এটা আলমাৰী। সাজপাৰ কৰিবলৈ বেলেগ ড্ৰেছিংটেবুল নাই কিন্তু বেৰাত এখন ধুনীয়া সৰু আইনা লগোৱা আছে—তাৰ তলতে এখন তক্তা লগাই থোৱা আছে— তাত পাউদাৰ ফণী, সৰু এটা ছেণ্টৰ বটল, ক্ৰীমৰ টেমা, কুমকুম, বিন্দি আদি থোৱা আছে। এচুকত এখন সৰু পঢ়াৰ টেবুল, টেবুলখনত এমব্ৰডাৰী কৰা ধুনীয়া এখন টেবুলক্লথ পৰা আছে। টেবুলখনত মাটিৰে সজা ধুনীয়া ফুলদানী, কলম, এটা চাবিচুকীয়া টেবুল ঘড়ী আৰু এটা সৰু ধুনীয়া ধূপদানী। বেৰা কাটি তাত তক্তা লগাই সেই তক্তাৰ ওপৰত জ্যোতিপ্ৰসাদ, ৰাভা আৰু বীৰেণ ভট্টাচাৰ্য্যৰ পকাবন্ধা কিছু কিতাপ সজাই থোৱা আছে। কমলাই কৈ উঠিল—“সুব্ৰতহঁতৰ তাত কি হল নকলি দেখোন মা ?” কাকলিয়ে এতিয়াও কোনো উত্তৰ নিদিলে। হাতৰ চুটকেছটো মজিয়াত নমাই থৈ নিজকে বিছনাত জাপ মৰা দি এৰি দিলে কাকলিয়ে আৰু গাৰুত মূৰ গুজি চুপচাপ পৰি থাকিল। মাক কমলাই আকৌ কলে, সুব্ৰতহঁতৰ ঘৰলৈ যাবৰ সময়ত কৈছিলি, ঘূৰি নাহ — তেনেহলে বুলি কৈয়ে বৈ গল কমলা!

কমলাৰ নোকোৱা কথাৰ মাজত এটা অনুচ্চাৰিত প্ৰশ্ন আছিল। সেইটো বুজাৰ অসুবিধা নহল কাকলিৰ! তথাপি কাকলিয়ে এতিয়া মনে মনেই থাকিল। যিদৰে এই অলপ সময়ৰ আগতে দাঁত মুখ কামুৰি প্ৰবল ব্যক্তিত্ব সম্পন্ন সুধীৰ বৰুৱাৰ লগত তাই যুদ্ধ কৰিছিল, তাতেই কাকলিৰ সকলো শক্তি শেষ। —এই মুহূৰ্ত্তত আৰু কোনো কথাকে কবৰ মন যোৱা নাই কাকলিৰ। আনকি কাৰো সঙ্গই এতিয়া ভাল লগা নাই! মা কমলাই যিদৰে হে ৰকি গৈ আছে তাত আৰু নামাতিনো কাকলি কিমান সময় পৰি থাকিব! অৱশ্যে মাকক দোষ দিবও নোৱাৰি। নিজৰ ছোৱালী কাকলিৰ প্ৰতি তেওঁৰতো উৎকণ্ঠা আৰু দুৰ্ভাবনা থাকিবই সদায়। অনিচ্ছা স্বত্বেও কাকলিয়ে এইবাৰ কৈ উঠিল।“দেখা হল”— ‘তেন্তে’— মাকে উৎকণ্ঠাৰে সুধিলে।

তুমি ভাবিছিলানে মা যে বকুৱাৰ ঘৰে মোক আদৰি নি ঘৰত সোমোৱাব”! উশাহতো যেন জোৰকৈ টানি কমলাই কৈ উঠিল— কিন্তু মা, তইতো তাত থাকিমগৈ বুলিয়ে ওলাই গৈছিলি!”

কাকলিয়ে গাৰুৰ পৰা মূৰ নোতোলাকৈয়ে কলে, ওঁ, গৈছিলো— নিজৰ সন্মান আৰু ভবিষ্যতৰ বাবে মই তো চেষ্টা কৰিবই লাগিব। কিন্তু—’ “কিন্তু কি?”

“তুমি জানো জানা মা, সিহঁতৰ ঘৰত কিমান চাকৰ বাকৰ আৰু দাৰোৱান আছে!” মাকে উত্তৰ দিলে—হয় তো—থাকিবই পাৰে। তই কো কৈছিলিয়ে তেওঁলোক বৰ ডাঙৰ মানুহ বুলি!

অলপ সময় মনে মনে বল কাকলি। তাৰ পাছত কলে।” চাকৰ দাৰোৱান মাতি, সুব্ৰতৰ দেউতাকে ঘৰৰ পৰা বাজ উলিয়াই দিলে’— শঙ্কিত মুখেৰে কমলাই আকৌ সুধিলে, “চাকৰবোৰে তোৰ গাত হাত তুলিছিল নেকি?”

নিজে ওলাই নহাহলে তুলিলেহেঁতেন’— সেই মুহূৰ্ত্তত তুৱাৰ মুখত এটা ক্ষীণ মাত শুনা গল.” হাৰামীবোৰৰ ইমান সাহ! মোৰ ছোৱালীৰ গাত হাত তোলা হলে মাৰত চালবাকলি একৰাই থৈ আহিলোহেঁতেন! —দেউতাকৰ মাত — মূৰ মুতুলিলেও কাকলিয়ে গম পালে দেউতাক বাৰাণ্ডাৰ কোনৰ পৰা উঠি তুৱাৰ মুখ পাইছেহি?

ভোলা ভূঞাঁৰ এই আস্ফালন যে মূল্যহীন তাক কাকলিয়ে ভালকৈয়ে জানে। তাই আৰু বুজে যে তুৰ্ব্বল ভীৰুৰ দলে দূৰৰ পৰাইহে হুলস্থুল কৰে। ওচৰলৈ যোৱাৰ সাহস সিহঁতৰ নাই। নহলে কাকলিৰ ইমান জীৱন মৰণ সমস্যাৰ কথা জানিও, ভোলা ভূঞাঁই জানো হাতভৰি সাৱটি ঘৰতে বহি থাকিব পাৰে। ভীৰু নোহোৱা হলে দৌৰমাৰি গৈ সুব্ৰতক

ডিভিতধৰি টানি আজুৰি আনি মাৰেজৰেজিষ্টাৰৰ ওচৰ পালেগৈহেতেন। সেইবোৰ একো নকৰি ঘৰতে বহি বহি মাত্ৰ চিঞঁৰ বাখৰি বৈ আছে। কমলায়ো ভালকৈয়ে জানে তেওঁৰ স্বামীৰ বীৰত্ব কিমান? ভোলা ভুঞাঁৰ কথাৰ উত্তৰ নিদি কমলাই জীয়েক কাকলিক সুধিলে—"সুব্ৰত তেতিয়া ঘৰতে আছিল নেকি?

আছিলতো—" কাকলিয়ে খণ্ডেৰেই যেন উত্তৰ দিলে, "তেওঁৰ সন্মুখতেই তো দেউতাকে মোক অপমান কৰিলে!"
কমলা আচৰিত হৈ গল; "সুব্ৰতই থিয় থিয় হৈ সকলো চাই আছিল! বাপেকক একোকে নকলে!"

"ওহো—তাৰোপৰি কলেহে তেওঁ—মোক হেনো চিনি নাপায়—কোনো-দিন দেখাই নাই! ভয় দেখুৱাই হে হেনো মই তেওঁলোকৰ ঘৰত সোমাব খুজিছো—

বাহিৰত থিয় হৈ থকা ভোলা ভুঞাঁই দাঁত কামুৰি চিঞৰি উঠিল—বিশ্বাস ঘাটক—জানোৱাৰ। কমলা আৰু থিয় হৈ থাকিব পৰা নাছিল। লাহে লাহে যেন তেওঁৰ ভৰিৰ জোৰ কমি আহিছিল। মূৰটো ঘূৰাই গৈছিল মিছি মাতেৰে তেওঁ কৈ উঠিল—"ইমান ডাঙৰ সৰ্ব্বনাশ কৰিও সুব্ৰতই এনে কথা কব পাৰিলেনে? মুখত কথা বন্ধ হৈ নগল"! কাকলিয়ে একো উত্তৰ নিদিলে। হঠাতে তাই গম পাই উঠিল—হো হো কৈ চকুৰ পৰা যেন পানীৰ লেহে বাগৰি আহিছে। কাকলিৰ পিঠিত লাহেকৈ হাতখন থৈ কমলাই লাহেকৈ মাতিলে—মাজনী! কাকলিয়ে অনুভৱ কৰিলে মাকৰ হাতখন থৰ কঁপিছে। তেওঁৰ স্পৰ্শতে ভয়, উদ্বেগ মমতা আৰু যে কত কি। তাই সুধিলে কি কৈছা মা?

কমলাই উত্তৰ দিলে--"মাজনী তই এতিয়া কি কৰিবি? তেওঁলোকে তোক এনেদৰে খেদি পঠিয়ালে"!

সুব্রতহঁতৰ ঘৰৰ পৰা অহাৰ পাছত কাকলি ইমান বিপৰ্য্যস্ত হৈ পৰিছে যে, তাইৰ গাত আৰু অকনো শক্তি নাই। পেটৰ সন্তানটোক তাই কি যে কৰিব, তাইৰ গৰ্ভৱতী হোৱাৰ খবৰটো সকলোৱে শুনি তাইক যে কিমান লেই লেই ছেই ছেই কৰিব—মুখত ছাই সানিব—তাইৰ বাবে আৰু কিমান অসম্মান আৰু দুৰ্নাম বৈ আছে-এতিয়া আৰু কাকলিৰ সেই বোৰ চিন্তা কৰিবৰ মন যোৱা নাই। মাক কমলাৰ কথাই মূৰৰ ভিতৰত যেন এটা প্ৰচণ্ড বিস্ফোৰণহে ঘটি গল। মেৰুদণ্ডইদি যেন কিবা জলন্ত বস্তু এটাই উঠানমাহে কৰিব ধৰিলে। হঠাতে—উদভ্ৰান্তৰ দৰে হৈ গাকত নাকটো মোহাৰি মোহাৰি তাই চিঞৰি উঠিল, "যোৱা তোমালোক চব যোৱা মোৰ এতিয়া একো ভাল লগা নাই—একো ভাল লগা নাই"। কমলা আৰু বৈ নাথাকিল। ভয়ে ভয়ে এবাৰ জীয়েকৰ ফালে চাই বেগেৰে কোঠাটোৰ পৰা বাহিৰলৈ ওলাই গল।

মুখ ঘুৰোৱাকৈয়ে কাকলিয়ে গম পালে দেউতাকো দুৱাৰ মুখৰ পৰা আতৰি গৈছে।

ভালেখিনি সময়ৰ পাছত অস্থিৰতা কমি আহিল কাকলিৰ। উত্তেজিত হৈ উঠা স্নায়ুবোৰ যেন লাহে লাহে শান্ত হৈ আহিল। লাহে লাহে তাই মূৰটো তুলিলে। থুতৰিটো গাকত থৈ থৈ, দুৰ মনস্কৰ দৰে কাকলিয়ে সন্মুখৰ খিৰিকিখনেদি বাহিৰৰ ফালে চাই পঠিয়ালে। খিৰিকি ছুই এজোপা নিমগছ। গছজোপাৰ তলত কিছুমান সৰু সৰু জোপোহা জংঘল, ভঙা টুকুৰা ইটাৰ নানা ৰকমৰ জঞ্জাল পৰি আছে। তাৰ কাষতেই ভঙা এখন দেৱাল! দেৱালৰ পাছত সৰু এটা গলি। গলিটো পাৰ হলেই এই অঞ্চলৰ বিৰাট বস্তিখন। বস্তি সোমোৱাৰ মুখতে দুখন মান গেলা-মালৰ দোকান, তামোল-পান বিড়ি চিগাৰেটৰ দোকান আৰু আছে এখন নে দুখন চাহৰ গুমটি। এই গুমটিবিলাকৰ মুখত কাঠ বাহঁৰ বেঞ্চত চিৰস্থায়ী এটা মানুহৰ ভীৰ সদায়েই লাগি থাকে। দিন নাই ৰাতি

নাই; সেই ঠাইত একেবাৰে হৈ হাল্লাৰ অন্ত নাই! নানা ৰকমৰ অশ্লীল চিঞৰ বাখৰ-গালি শপনি নাই কি!

চাহৰ গুমটিবোৰ চাই তাহাতৰ সঁচা চেহেৰা বুজাৰ উপায় নাই। বাহিৰত বিৰাট চৌকাত চাহৰ পানী চচ্‌পেনে চচ্‌পেনে উতলিছে। দীঘল আলমাৰীৰ ওপৰত শাৰীয়ে শাৰীয়ে নিমখীয়া বিস্কুট, এচ বিস্কুত আৰু তেনেই বাজে বেকাৰীৰ বেয়া লেতেৰা পাউৰুটি সজাই থোৱা আছে। বস্তি বা গলিৰ মানুহবোৰ আহি চাহো খায় আৰু সেই লেতেৰা বিস্কুত, ৰুটিও কিনি নিয়ে। মুঠতে এইবোৰ চব ফাঁকি। এই গুম্‌টিবোৰৰ আচল কাৰবাৰটো আগফালে নহয়, পাছফালেহে। সেইফালে আছে দীঘল দীঘল টিন ভৰ্ত্তি তাৰি আৰু দেশী চুলাই মদৰ শাৰী শাৰী বটল।

গধুলি লগাৰ লগে লগে গুম্‌টিবোৰত মানুহৰ ভীৰ বাঢ়ি যায়। লগে লগে বাঢ়ে হৈ হাল্লা আৰু চিঞৰ বাখৰ। কেতিয়াবা কোনো কোনো দিনা মাতলামিৰ ডিগ্ৰী-বেছি হলে চুৰি মৰামৰি বা কটাকটিও আৰম্ভ হৈ যায়।

বস্তিৰ পাছতে ৰেল লাইন। লাইনৰ সিফালে বহুত ডোখৰ ঠাই জুৰি ৰেলৰ ইয়াৰ্ড। তাত গুৱাহাটী, কলিকতা, মাদ্ৰাজ, বম্বে, হাৰিয়ানাৰ পৰা মাল বোজাই হৈ গণিব নোৱাৰা ওৱাগনবোৰ আহে। সাধাৰণতে সেই লাইনত অনবৰতে বহুতো ওৱাগন বৈ থাকে। এই নবীন নগৰৰ বস্তিৰ সকলো সমস্যা আৰু গণ্ডগোলৰ উৎস এই লাইনত পৰি থকা ওৱাগনবোৰেই।

ইয়াত ওৱাগন ব্ৰেকাৰৰ তিনি চাৰিটা গেং বা দল আছে। ওৱাগনৰ দখল লৈ তাহাতৰ মাজত প্ৰায়ে খুনাখুনিতো হয়েই, তাৰোপৰি ৰেল পুলিচৰ লগত সদায় হয় এনকাউন্টাৰ। কেতিয়াবা কেতিয়াবা ৰাইফলো ওলায়, বন্দুকো ওলায়। এই বন্দুক বাৰুদৰ শব্দত প্ৰায়েই ঠাইখন হুলস্থুল হৈ থাকে।

এই মুহূৰ্ত্তত বস্তিৰ গলিৰ মূৰেদি যিকন আকাশ দেখা গৈছে দীঘলীয়াকৈ —তাত ইফাল সিফাল হৈ ঘূৰি ফুৰিছে বগা বগা টুকুৰা মেঘবোৰ আৰু দূৰণিৰ আকাশত চকুত পৰে কেইটামান চিলনী। অলস পাখিবোৰ মেলি লৈ তাহাতি বতাহত যেন ভাঁহিহে ফুৰিছে।

কাকলিয়ে বস্তিৰ মূৰৰ স্কাইলাইন, মেঘ, চিলণী, চাহৰ গুমটিবোৰ —একোকে যেন দেখা নাছিল। কেইমাহমান আগৰ এটা ৰাতিৰ ছবি তাইৰ চকুৰ আগত যেন স্ক্ৰীনতহে ফুটি উঠিছিল।

এই বছৰ বিৰাট বৰষা গল। দক্ষিণ গুৱাহাটীৰ বতৰৰ অফিছে জনাইছিল যে পঞ্চাশ বছৰৰ ভিতৰত ইমান বৰষুণ কেতিয়াও হোৱা নাই! অৰ্ধ শতাব্দীৰ এই বিৰাট বৰ্ষণে গোটেইখন গুৱাহাটীকে প্লাবিত কৰি পেলাইছিল। জুন মাহৰ মাজতে প্ৰায় সেইদিনা ভীষণ বৰষুণ হৈছিল। ৰাতিপুৱাই ক'লামেঘে গোটেইখন আকাশ ক'লা কৰি ঢাকি পেলাইছিল। বেলা যিমানে আগবাঢ়িছিল, সিমানে মেঘৰ ভাৰৰে আকাশ যেন উলমিহে পৰিছিল। ৰাতি পুৱাওতেই সেই দিনা অলপ বৰষুণ আৰম্ভ হৈ গৈছিল। কিন্তু সেয়া বৰষুণ দেখি বুজিব পৰা নগৈছিল যে সন্ধ্যাৰ লগে লগে প্ৰবল বতাহ ধুমুহাত গোটেইখন ঠাই লণ্ডভণ্ড হৈ যাব। কিবা যেন বিপৰ্য্যয় হে ঘটিব।

তেতিয়া কাকলিয়ে বিহাবাৰীৰ ফাললৈ গধূলি এটা টিউচন কৰে। প্ৰায় আঠৈটানে তিনটা বজাৰ সময়তে কাকলিয়ে টিউচনলৈ ওলাওতেই কিন্তু কমলাই কৈছিল, "আকাশৰ যি অৱস্থা—আজি নগলে নহয় নে মাজনী!"

কাকলিয়ে কৈছিল, "যি ছোৱালীজনীক পঢ়ুৱাও মা তাইৰ অহা সপ্তাহত, বছৰেকীয়া পৰীক্ষা। এতিয়া নগলে ভাল হব জানো মা!"

"কিন্তু জোৰেৰে বৰষুণ দিছে মচকিল হব দেই। উলতি কেনেকৈ আহিবি ?—কমলাক বেছ চিন্তিত যেন লাগিছিল !

কাকলিয়ে কৈছিল, "বাতিপুৱাৰে পৰাতো আকাশত মেঘ। জোৰেৰে বৰষুণ দিয়া হলে অতপৰে দিলেই হেঁতেন। গোটেই দিনটো এনেকৈয়ে অলপ অলপকৈ দি থাকিব যেন লাগিছে"— 'ওলাবিয়ে যেতিয়া, বেছি দেৰি নকৰিবি—সোনকালে পঢ়ুৱাই শেষ কৰি গুচি আহিবি'—"ঠিক আছে, সেয়েই হব মা !"

বিহাবাৰী পাওতে পাওতে চাৰি বাজি গৈছিল। এঘণ্টাতকৈ বেছি ছাত্ৰী জনীক পঢ়ুৱাও নাছিল কাকলিয়ে। পাঁচ বাজিবৰ যেতিয়া হল, ছাত্ৰীৰ মাকেই কাকলিক সকিয়াই দিছিল, "আজি আৰু পঢ়াব নালাগে। সোনকালে যাওকগৈ। আকাশত মেঘৰ যি অৱস্থা, গোটেইখন বুৰাই পেলাব যেন লাগিছে—"—খিৰিকিদি বাহিৰলৈ চাই উচপ খাই উঠিছিল কাকলি।—আকাশৰ যি ৰঙ দেখি কাকলি ঘৰৰ পৰা ওলাই আহিছিল—এইখিনি সময়ৰ ভিতৰতে কোনোবাই যেন আকাশৰ গাত এসোপা আলকাতৰাহে ঢালি দিলে। মেঘৰ পাহাৰ গুৱাহাটীৰ ওপৰলৈ আৰু যেন নামি আহিল।

ছাত্ৰীৰ ঘৰৰ পৰা ওলাই মাত্ৰ বাচষ্টপ পাইছিলহিহে কাকলিয়ে, আকাশ ভাঙি বৰষুণ নামি আহিল— লগে লগে ওলোটা-ওভোটাকৈ মৰা বতাহ জাকে গুৱাহাটীৰ যেন হাড়মূৰ ভাঙি, চাৰিওফালে তুফানৰ ঘোৰা দৌৰাবলৈ ধৰিলে। বিৰাট বৰষুণৰ দুৰ্য্যোগৰ পৰা নিজকে বচাবলৈ কাকলিয়ে দৌৰিগৈ, এটা দুমহলীয়া ঘৰৰ বাৰাণ্ডাৰ তলতে, বহুতো মানুহৰ মাজত থিয় হলগৈ। তাৰ পাছত ডেৰঘণ্টা দুঘণ্টা ইমান জোৰেৰে বৰষুণ দিবলৈ ধৰিলে যে মানুহৰ দুফুট দূৰৰ একো বস্তুকে নেদেখা হৈ পৰিল। প্ৰবল বেগে বোৱা ধুমুহাই গুৱাহাটীৰ বহুতো অ'ৰ ত'ৰ ভাওৰ ভাওৰ গছ শিপাই সৈতে উঘালি আনি ৰাস্তাৰ ওপৰত মাটিত শুৱাই দিছিলহি।

এতিয়াৰ গুৱাহাটীত আধাঘণ্টা মজলীয়া বৰষুণ হলেই ৰাস্তাৰ ভেৰফুট পানীহৈ যায়। সেইদিনা ধুমুহাত যি ঘটিছিল সেইটো যেন পৃথিৱীৰ আদিম দুৰ্য্যোগৰ দৰেই ভয়াবহ। এৰেকেলেঠাৰিয়ে দি থকা বৰষুণত বুকুৰ সমান পানী হৈছিল দ ঠাইত ইঞ্জিনত পানী সোমাই এসোপামান টেক্সি, বাচ, প্ৰাইভেট কাৰ, অট'ৰিক্সা অচল হৈ কেউফালে সিচৰতি হৈ ৰৈ আছিল। লোকৰ বাৰাণ্ডাৰ তলত হেজাৰ মানুহৰ ভীৰত থিয় হৈ ভিতৰি ভিতৰি ভয়ত কাৰ্কালি শিয়ৰি উঠিছিল। কাকলিয়ে বাৰে বাৰে ভাবিছিল ইমান মেঘ আকাশত দেখি তাই ঘৰৰ পৰা ওলাব নালাগিছিল।

কিন্তু যি হবলগীয়া আছিল, হয়েইতো গল। এতিয়া বাৰু কেনেকৈ তাই ঘৰলৈ উলটি যাব? দুই এখন বাচ থিক পানী ঠেলি ঠেলি আহিছে— একচেকেণ্ডো নৰয়। ৰলেও বা কি হব? বাচৰ ভিতৰত এই ইঞ্জিনতও ফাঁক নাই! আনকি দুৱাৰ খিৰিকি বোৰতে বাদুলি ওলমাদি মানুহ ওলমি আহিছে। মানুহৰ সেই ঘন ভীৰ ঠেলি কোন বাৰু বাচত উঠিব পাৰিব! বিশেষকৈ তাইৰ দৰে এজনী ছোৱালীৰ পক্ষে তো এইটো এটা অসম্ভৱ কথাই!

ৰাস্তাৰ যি অৱস্থা — তাত গোটেই গুৱাহাটীখনেই প্ৰায় অচল হৈ পৰিছে যেন লাগিছে। তাৰোপৰি এনে অৱস্থাত থকা প্ৰায় আঢ়ৈ মাইল পানী ভাঙি সাতুৰি ঘৰ গৈ ওলোৱাৰ কথা ভাবিবই নোৱাৰি। ৰাস্তাৰ বা কত মেনহল খোলা আছে, ক'ত বা টেলিফোন, চি, এম, ডি, এৰ মানুহে ৰাস্তাতে গাত খান্দি থৈছে কোনে জানে? ইলেকট্ৰিকৰ তাঁৰ চাঁৰ ছিগি যতে ততে মৰণৰ ফান্দচোন পাতি থোৱা আছে। এনে অৱস্থাত ঘৰলৈ যোৱা মানে মৃত্যু অৱধাৰিত।

ভেৰঘণ্টামান বৰষুণ দিয়াৰ পাছত লাহে লাহে এৰিছিল। বতাহৰ কোবো কিছু কমিছিল। তথাপি কিন্তু কিনকিনিয়া বৰষুণ জাক বোৱা নাছিল।

ইপিনে যিখন বাৰাণ্ডাৰ তলত কাকলিহঁত বৈ আছিল—তাতো ইতিমধ্যে দুই তিনিফুটমান পানী হৈছিলেই, ধৰষুণৰ ছিটিকনিত গাৰ কাপোৰকানি প্ৰায় তিতিয়েই গৈছিল কাকলিৰ? কাপোৰবোৰ তিতি গাত লিপিট খাই পৰিছিল। কাকলিৰ মূৰৰ পৰা, চুলিৰ পৰা, কাপোৰৰ পৰা বৰষুণৰ পানীবোৰ সৰি সৰি পৰিছিল। হাতৰ আঙুলীবোৰ তিতি তিতি কোচ খাই গৈছে। বৰ ঠাণ্ডা ঠাণ্ডা লাগিছিল কাকলিৰ! তাতে বৈ যোৱা সেমেকা বতাহজাকৰ বাবেও গাটো শিৰশিৰাই উঠিছিল কাকলিৰ। বৰষুণ কমাৰ লগে লগে, বাৰাণ্ডাৰ তলত বৈ থকা মানুহবোৰে পানী ভাঙি ভাঙি যাবলৈ আৰম্ভ কৰিলে। ঠাইডোখৰ লাহে লাহে খালী হৈ আহিছিল।

অকলে অকলে পানীভৰা ঠাই এখনত নিৰ্জ্জনে অকলে থিয় হৈ থকা কাকলিৰ দৰে ছোৱালী এজনীৰ বাবে অকনো নিৰাপদ নহয়। তাৰোপৰি বৰষুণ জাকৰ লগে লগে পোহৰবোৰ নাইকিয়া হৈ লাহে লাহে আন্ধাৰবোৰো নামি আহিছিল। ইপিনে আকাশত তেতিয়াও বহুতো মেঘ। বৰষুণটো কমি আহিছিল মানে এনে নহয় যে একেবাৰে বৰষুণ এৰি হে যাব। যিকোনো মুহূৰ্ত্ততে প্ৰচণ্ড উদ্যমেৰে আকৌ বৰষুণ হোৱাৰ সম্ভাৱনা অতি বেছি।

বৰ ভয় লাগিছিল কাকলিৰ! চেণ্ডেল কিপাট খুলি হাতত লৈ, মেখেলাখন হাতেৰে অকমান কোচাই লৈ কাকলিয়ে পানী ভাঙি ভাঙি খোজ লবলৈ আৰম্ভ কৰিছিল। যিমানে আগুৱাইছিল সিমানে কাকলিয়ে দেখিছিল যে ৰাস্তা বুলিবলৈ একো নাই, খালী পানী হে পানী! পানীৰ তলেদি অতি সন্তৰ্পণে, সতৰ্ক ভঙ্গিৰে, গাত টাত পাৰ হৈ ভৰি দিব লগা হৈছিল কাকলিয়ে। পাঁচ ফুট মান আগুৱাই যাওতে যাওতে, কাকলিৰ যেন জীৱনী শক্তি ক্ৰমাৎ কমি আহিছিল।

আধাঘণ্টামান এনেদৰে খোজ কঢ়াৰ পাছত হঠাত কাকলিৰ চকুত পৰিছিল এখন দামী প্ৰাইভেট কাৰ কাষত আহি বৈছেহি। ভিতৰত পানী সোমালেও গাড়ীখনৰ ইঞ্জিনটো সম্পূৰ্ণ অচল হৈ যোৱা নাছিল।

এজন সুপুৰুষ চেহেৰাৰ যুৱকে গাড়ীখন চলাইছিল। গাড়ীৰ খিৰিকিয়েদি মুখ উলিয়াই যুৱকজনে কাকলিক সুধিলে— "আপুনি কোনফালে যাব?" কাকলি চমকি উঠিছিল। তাই জানে যে এনে ধৰণৰ যুৱক সকলে বেয়া মতলব লৈহে গাড়ী লৈ ঘূৰি ফুৰে। লিফ্‌ট দিয়াৰ নাম লৈ গাড়ীত তুলি লৈ বেপ-চেপ কৰি কৰবাত পেলাই থৈ যায়। চিঞৰ বাখৰ কৰিলে মাৰি পেলাবলৈয়ো অকনো কুণ্ঠিত নহয়। কাকলিৰ দৰে ছোৱালীয়েতো ঘৰত বহি থাকিলে নচলে। টিউচন কৰি ঘূৰোতে ঘূৰোতে কেতিয়াবা বেছ ৰাতিয়ে হৈ যায়। বহুতদিন প্ৰায় ৰাতি হওতে, বহুত সময়ত কাকলিয়ে গাৰ কাষত আহি গাড়ী বৈ যোৱা গম পাইছে। মুখ উলিয়াই কোনোবাই হয়তো সৰু মাতেৰে কয়ো— "উঠি আহক-চোন!" কাকলিয়ে ভয় খাইছে তথাপি ভয় খোৱাতো তাই কাকো বুজিবলৈ নিদিয়ে। ভৰিৰ পৰা চেণ্ডেলপাত খুলি লৈ, চিঞৰি উত্তৰ দিছে 'তোমালোকে যাক বিচাৰিচা, মই সেই দলৰ নহয়। জোতা মাৰি গাল ভাঙি দিম'— গাড়ী আৰু তেতিয়া নৰয়, হঠাতে ফুল স্পীডত গুচি যায়। কাকলিয়ে স্বস্তিৰ উশাহ লয়।

সেই দুৰ্য্যোগৰ ৰাতি, শৰীৰৰ সকলো শক্তিশেষ হৈ আহিলেও, কাকলিয়ে চিঞৰি উঠিব খুজিছিল জোৰেৰে, কিন্তু তাৰ আগতেই যুৱকজনে আকৌ কৈ উঠিল, "আপুনি পানী ভাঙি ভাঙি আগবাঢ়িছে। ৰাস্তা একেবাৰে নিৰ্জ্জন। এই সময়ত এনেদৰে অকলে অকলে খোজকাঢ়ি গৈ থকাটোও বৰ বিপ্ৰি। পানীৰ তলত কত যা গাঁতভাত আছে, কোনে জানে? তাৰোপৰি এই ৰাস্তাটো ৰাতি অকনো নিৰাপদ নহয়। এটি চচিয়েল

এলিমোট বোৰ সময় আৰু সুযোগ লৈ বাট চাই থাকে। যুৱকজনৰ কথা-বতৰাবোৰ বৰ বেয়া লগা নাছিল কাকলিৰ। অন্ততঃ কথাবাৰ্ত্তাত। যুৱকজনক এজন দায়িত্বশীল নাগৰিক যেন লাগিছিল কাকলিৰ তেওঁ কেৱল নিজৰ নহয়, লোকৰ কথাও ভাবে। এই দুৰ্যোগৰ ৰাতি, গোটেই গুৱাহাটী যেতিয়া পানীৰে ডুবি আছে— অকলশৰীয়া নিৰ্জ্জন ৰাস্তাত এজনী ছোৱালীক অকলে এৰি যাবলৈ যুৱকজনৰ ছাগে বেয়াই লাগিছিল। যুৱকজনে এইবাৰ কৈ উঠিছিল। 'নিজৰ বিষয়ে চাৰ্টিফিকেট দিবলৈ বাধ্য হৈছো। আই এম নট্ এ বীষ্ট"— মোক ভদ্ৰলোক বুলি ভাবিব পাৰে। উঠি আহক"— কাকলিৰ মনৰ দ্বিধা তেতিয়াও কিন্তু আতৰ হোৱা নাছিল। একো উত্তৰ নিদি কিবা মূৰ্ত্তিটো যেন হৈ তাই যুৱকজনৰ ফালে চায়ে আছিল। যুৱকজনে আকৌ কলে, "অন্য সময়ত হোৱা হেঁতেন আপোনাৰ ফালে নাচালোৱেহেতেন কিন্তু আকাশৰ অৱস্থা দেখিছে! প্লীজ আৰু থিয় হৈ নাথাকিব!" কথাবোৰ শুনি শুনি কাকলিৰ এনে লাগিছিল যেন তাইৰ বাবে যুৱকজনৰ এটা নৈতিক দায়িত্বও আছে, তাৰ পাছত আৰু কাকলিয়ে একো ভবা নাছিল। কেৱলমাত্ৰ এনে লাগিছিল যেন তাই এটা প্ৰাকৃতিক দুৰ্য্যোগৰ পৰা আন এটা বিপৰ্য্যয়ত হে পৰিছেগৈ! গাড়ীত উঠাই সেই যুৱকে যদি তাইৰ গাত হাত দিয়ে বা দিবলৈ চেষ্টা কৰে তাই কিন্তু তাক সুদাই নেৰে! কাকলিক মাৰি শেষ কৰি নেপেলোৱালৈকে তাইৰ শাৰীৰিক ক্ষতি কোনেও কৰিব নোৱাৰে সেইটো ধ্ৰুৱপ। যদি প্ৰয়োজন হয় মানুহৰ লগত কাকলিয়ে এতিয়াও বেছ কিছু সময় যুজিব পাৰিব কিন্তু ককাল সমান পানীৰ লগত যুদ্ধ কৰি কৰি, তিনি চাৰি মাইল ৰাস্তা অতিক্ৰম কৰাটো তাইৰ বাবে একেবাৰে অসম্ভৱ।

শেষত আৰু নিৰুপায় আৰু মৰীয়া হৈয়ে কাকলিয়ে গাড়ীখনত উঠি বহিছিল। যুৱকজনে কিন্তু তাইৰ অসহায়তাৰ কোনো সুযোগেই নললে

বৰঞ্চ তেওঁৰ আচৰণ, কথা-বাৰ্ত্তা—সকলোবোৰ কাকলিয়ে দেখিলে অতি ভদ্ৰ আৰু মাৰ্জ্জিত। যুৱকজনৰ ব্যৱহাৰত আপত্তি বা ভয় খোৱাৰ একোৱে নাছিল। ফ্ৰণ্ট চিটত নিজৰ দাতিত কাকলিক বহিবলৈ কোৱা নাছিল যুৱকজনে। পিছফালৰ দুৱাৰ খুলি, পিছচিটত বহিবলৈ দি যুৱকজনে কাকলিক সুধিছিল, "আপুনি কলৈ যাব ?"

কাকলিয়ে তাহাঁতৰ ৰাস্তাটোৰ নাম কৈছিল। যুৱকজনে উত্তৰ দিছিল, "ভালেই হল—ময়ো সেইফালেই যাম। ওচৰতে প্ৰায় আমাৰ ঘৰ"—কাকলিয়ে কোনো উত্তৰ দিয়া নাছিল। তাই মনে মনে ঠিকেই কৰি লৈছিল যে পৰিতপক্ষে তাই যুৱকজনৰ লগত উপযাচি কোনো কথা নেপাতে। বেছি কথা কোৱা মানেই অলপ সুযোগ দিয়া। নিজৰ গাম্ভীৰ্য্য বজাই ৰাখি যিমান পাৰে সিমান দূৰত্ব ৰাখিবলৈকে তাই চেষ্টা কৰিব। অৱশ্যে বিজন মানুহে অযাচিত ভাবে তাইক বিপদৰ পৰা দুৰ্য্যোগৰ পৰা বচাইছে, ঘৰ পায়েই সেইজনক তাই আন্তৰিক কৃতজ্ঞতা আৰু ধন্যবাদ জনাবলৈ নাপাহৰে।

যুৱকজনে আকৌ কৈছিল—"গাড়ী কিন্তু আৰু জোৰে চলাব নোৱাৰো। খুব লাহে লাহে যাব লাগিব, ৰাস্তাত পানীতো !"

কাৰণটো বুজিবলৈ অসুবিধা হোৱা নাছিল কাকলিৰ! ইমান পানীত গাড়ীয়েনো কেনেকৈ স্পীড দিব! কথাটো আৰু অলপ সহজভাবে বুজাই দিছিল যুৱকজনে—"চাৰিওফালে চকচোন—কিমান গাড়ী যে পানীত অচলহৈ পৰি আছে! এবাৰ ইঞ্জিনত পানী সোমালে মোৰ গাড়ীও অৱস্থা তেনে হব। তেতিয়াহলে গোটেই ৰাতি দুয়োজনে গাড়ীতে বহি কটাব লাগিব—বলি কৈয়েই যুৱকজনে অলপ হাঁহিছিল। হয়টো ধেমালিৰ ছলেৰেই কথাটো কৈছিল যুৱকজনে, তথাপিও গোটেই ৰাতি মেঘাচ্ছন্ন আকাশৰ তলত, পানীত ডুব যোৱা এটা নিৰ্জন ৰাস্তাত,

এখন অচল গাড়ীত বহি যুৱকজনৰ লগত এটা ৰাতি কটোৱাৰ কথা ভাবি কাকলিৰ এটা অদ্ভুত ভয়ত, শিৰেদি এটা ঠাণ্ডা স্ৰোত যেন বৈ যাবলৈ ধৰিলে। ভয়তে কাকলিয়ে কৈ উঠিল. বেছি স্পীড দিয়াৰ দৰ্কাৰ নাই। আপুনি আস্তে আস্তেই গাড়ী চলাওক। ঘৰ পোৱা দেৰী হলেও উপায়তো আৰু নাই" —

ৰাস্তাৰ পানীত ঢৌ তুলি তুলি গাড়ীখন ষ্টীম লঞ্চৰ নিচিনাকৈ আগবাঢ়িবলৈ ধৰিলে। ঠাণ্ডা সেমেকা বতাহবোৰ বৈ আছিল অলপ অলপকৈ—এতিয়া আকৌ তাৰ জোৰটো বাঢ়িল। আকাশখন চিৰাচিৰ কৰি বিজুলী চিক-মিকাবলৈ ধৰিলে। চেনিৰ সৰু সৰু দানাৰ নিচিনা ৰৰষুণবোৰৰ জোৰ প্ৰচণ্ড বেগেৰে বাঢ়িবলৈ ধৰিলে।

লক্ষ কোটি ইস্পাতৰ টুকুৰা যেন মিনিটত হাজাৰ মাইল স্পীডত আকাশৰ পৰা নামি আহিছে। এনেকৈচোন কেইঘণ্টামান চলি থাকিলে গোটেই গুৱাহাটীৰ ওখ ওখ দালানবোৰ এৰি, বাকীবোৰ ঠাই পানীৰ তলত সোমাব।

গাড়ীৰ খিৰিকিবোৰৰ আয়নাবোৰ খোলা আছিল। সেইবোৰেদি ইফাল সিফালকৈ বৰষুণৰ টোপালবোৰ সোমাই গাত পৰিছিলহি। যুৱকজনে প্ৰায় চিঞৰিয়ে উঠিল, খিৰিকি বন্ধ কৰক, আয়না বন্ধ কৰক!" বুলি কৈ কৈ যুৱকজনে আগফালৰ আয়নাবোৰ তুলি দিছিল।

আৰু আচৰিতকৈ কাকলিয়ে গাড়ীৰ পাছফালৰ আয়নাবোৰ তুলি দিছিল। যুৱকজনে আকৌ কৈ উঠিছিল– "এনেদৰে বৰষুণ দি থাকিলে আৰু পোন্ধৰ মিনিটৰ ভিতৰতে ইঞ্জিনত পানী সোমাই যাব। তেতিয়াহে কি কৰিম!—গাড়ীৰ ভিতৰত জ্বলা কম পাৱাৰৰ নীলা লাইটটোৰ পোহৰত যুৱকজনক বৰ চিন্তিত যেন দেখা গৈছিল।

কাকলিয়ে একো উত্তৰ দিয়া নাছিল। তথাপিও কিন্তু এই ভিতৰি ভিতৰি বৰ উৎকণ্ঠিত হৈ পৰিছিল! তাই নিজেও গম পাইছিল— তাই যে বৰ উৎকণ্ঠিত, সেইটো তাইৰ চকুৱে মুখে প্ৰস্ফুটিত হৈ উঠিছিল। শেষলৈকে যেনিবা ইঞ্জিনত আৰু পানী নোসোমাল। বৰষুণ যেনেকৈ হোৰোৱাই পৰিছিল তালৈ চাই এনে লাগিছিল যেন বাকী ৰাতিৰ সময়খিনিও আৰু বৰষুণ নৰয়। কিন্তু আৰু দহমিনিটৰ ভিতৰতে হঠাতে বৰষুণজাক বৈ গৈছিল। আৰু সেই গাড়ীচালক যুৱকজনে ৰাস্তাৰ পানীৰ লগত যুদ্ধ কৰি কৰি যেতিয়া নবীননগৰৰ বস্তিৰ কাষ পালেগৈ তেতিয়া ৰাতি দহ/এঘাৰ বাজিবৰ হ'ল। ইমান ওচৰলৈ আহিও যুৱকজন কাকলিহঁতৰ ঘৰ পোৱাটো সম্ভৱ হোৱা নাছিল! কাৰণ সেইফালৰ ৰাস্তাবোৰ বৰ দ। কাকলিহঁতৰ ঘৰৰ ওচৰতো প্ৰায় ২/৩ ফুট পানী— যুৱকজনে সেই ঠাইতে গাড়ীখন ৰখাই কাকলিক সুধিছিল, "আপোনালোকৰ ঘৰ ইয়াৰ পৰা কিমান দূৰ"? কাকলিয়ে উত্তৰ দিছিল — "সন্মুখৰ ৰাস্তাটো সোঁফালে ঘূৰি যত আন এটা ৰাস্তাৰ লগত মিলিছেগৈ — সেই ঠাইতে আমাৰ ঘৰ।"

"আপুনি এই ৰাস্তাডোখৰ পানী ভাঙি খোজকাঢ়ি যাওক। গাড়ীলৈ সেইফালে যোৱাটো ইমপচিবল! ইঞ্জিনত কেনেবাকৈ পানী সোমালে মই আৰু ঘৰ ওলাবগৈ নোৱাৰিম!"

"নালাগে নালাগে—আপুনি আৰু যাব নালাগে-গাড়ীৰ পৰা নামি কাকলিয়ে কৈ উঠিছিল—" মোৰ বাবেই আপোনাৰ বহুত কষ্ট হল! কি বুলি যে আপোনাক ধন্যবাদ দিম!"

"ধন্যবাদৰ একো নাই! কোনোবা বিপদত পৰিলে অন্যজনে তো সহায়ৰ বাবে আহিবই লাগে—"

—ভদ্ৰ পৰোপকাৰী এই যুৱকজনক সেই মুহূৰ্তত বৰভাল লাগি গৈছিল কাকলিৰ! তাই কৈ উঠিছিল, ইমান ওচৰলৈকে আহিল তথাপি আপোনাক

আমাৰ ঘৰলৈ নিব নোৱাৰিলো ! ৰাস্তাৰ যি অৱস্থা !” যুৱকজনে হাঁহি উত্তৰ দিছিল— ‘আকৌ কেতিয়াবা লগ পালে যাম বাৰু !’
‘বাৰু যাওঁ, নমস্কাৰ !—
“নমস্কাৰ !—বুলি হঠাতে যেন কিবা এটা মনত পৰি গল তেনেকৈ যুৱকজনে কৈ উঠিল, “সেয়া চকচোন— একেলগে ইমানখিনি সময় কটালো —অথচ কোনেও কাৰো নাম নাজানিলো। মই— মই সুব্ৰত বৰুৱা। কাকলিয়েও নিজৰ নাম কৈ সতৰ্ক ভাৱে খোজ দি ঘৰৰ ফালে আগুৱাবলৈ ধৰিলে।

পাছদিনাখন যেতিয়া ভালেখিনি দেৰী হলত, ওচৰৰে কৰবাৰ থানাৰ পৰা ন বজাৰ চাইৰেণ বাজি উঠিল। সেই সময়তে ভোলা ভুঞা ; কাকলিৰ কোঠাৰ দুৱাৰমুখলৈ আহি ব্যস্তভাৱে চিঞৰ বাখৰ আৰম্ভ কৰি দিলে, “কাকু — কাকু —” কাকলিৰ মতা নাম কাকু। কাকলিৰ টোপনি অলপ আগতে ভাঙিছিল-কিন্তু এতিয়াও তাই বিছনাৰ পৰা উঠাই নাই ! যোৱাকালি বিৰাট বৰষুণত তিতাৰ বাবে কাকলিৰ আজি গাটো জ্বৰ জ্বৰ লাগিছে। মূৰটো ভীষণ গধুৰ লাগিছে—দুইকাষৰ ৰডবোৰ অনবৰতে যেন জপিয়াই আছে ! তাই ঠিকেই কৰি থৈছে যে তাই আৰু আজি স্কুললৈ নাযায়। গোটেই দিনটো শুই শুইয়ে কটাই দিব। আৰু কিছু সময়ৰ পাছত দেউতাক বা ভায়েকৰ হতুৱাই ইনফ্লুয়েঞ্জা টেবলেট অনাই খাই লব। বিছনাত শুই শুই অন্যমনস্কৰ দৰেই কাকলিয়ে বাহিৰৰ দেৱালৰ নবীন নগৰৰ বস্তিৰ দীঘল ঘৰৰ টিনবোৰ, কাউৰীবোৰৰ পাখি মেলি উৰা বা কেতিয়াবা আকাশৰ ফালে চাই আছিল কাকলিয়ে। কালি ইমান বেলিকৈ ৰাতি ঘৰলৈ ঘূৰি অহাৰ পাছত আৰু বৰষুণ দিয়া নাছিল। পানীৰে ধোৱা আকাশে নবজাৰ ৰ'দ পাই হাঁহি উঠিছিল। আকাশৰ পৰা তলৰ ফালে চালেই, কালি ৰাতিৰ বিৰাট বৰষুণৰ পানী মাটিত, ৰাস্তাত অ'ত ত'ত গোট খাই থকা। এই ঠাইত এদিন জোৰে বৰষুণ হলে. পানী আতৰিবলৈ তিনিদিন লাগে।

ভোলা ভূঞাৰ চিঞৰৰ বাখৰত ধৰমৰকৈ বিছনাত বহি পৰিছিল কাকলি—"
কি কৈছা দেউতা ?"
"এজন লৰাই তোৰ লগত দেখা কৰিবলৈ আহিছে।"—
"কোন ?"
"চিনি নেপাওঁ— আগেপিছে দেখা নাই! নাম কৈছে সুব্ৰত।"—
—এই নামেৰে কাকো চোন মনতেই নপৰিল কাকলিৰ। পাছ মুহূৰ্ত্ততে কালি ৰাতিৰ সেই যুৱকজনৰ কথা মনত পৰি গৈছিল কাকলিৰ! ৰাতি নমাই থৈ গৈ আকৌ যে ৰাতিপুৱাই আহি ওলাবহি— সেইটো কাকলিয়ে ভবা নাছিল। কাকলি বৰ আচৰিত হৈ পৰিছিল, সুধিছিল, 'সুব্ৰত ক'ত ?'
"বাহিৰত থিয় হৈ আছে!"— দেউতাকে উত্তৰ দিলে। "এক মিনিট ৰবলৈ কওঁক দেউতা— কোঠাটো অলপ চিজিল লগাই লওঁ।"—
"ভোলা ভূঞা অলপ আচৰিতেই হৈছিল— লৰাটোনো কোন ?"
পোছাক পৰিচ্ছদ, চেহেৰা দেখি ভাল ফেমেলিৰ যেনেই লাগিছে'—

দ্ৰুত হাতে এখন চকচকীয়া বগা বিচনাচাদৰ পাৰি পাৰি কাকলিয়ে কৈছিল, 'যোৱা কালি ৰাতি মোক যিজন লৰাই ইয়াত থৈ গৈছিলহি, তেৱেঁই ছাগে !'
প্ৰচণ্ড দুৰ্য্যোগৰ মাজতো কেনেকৈ ঘৰ পাইছিলহি সেই গোটেইখিনি কথা যোৱা কালি ৰাতিয়ে মাক আৰু দেউতাকক কৈছিল কাকলিয়ে।—ভোলা ভূঞাই কোনো কথা নোকোৱাকৈ শুছি যাব খুজিছিল— তেতিয়াই কাকলিয়ে কৈ গৈছিল। 'মোৰ কোঠালৈকে আনি বহুৱাবা দেউতা··· মই মুখহাত ধুবলৈ যাওঁ—"

মুখচুখ ধুই, দেউতা মাৰ কোঠাত কাপোৰযোৰ সলাই, মাকক সুব্ৰতৰ বাবে মিঠাই চিঠাই আনিবলৈ টকা দি—আকৌ নিজৰ কোঠালৈ সোমাই কাকলিয়ে দেখিলে—কোণৰ একমাত্ৰ চকীখনত বহি আছে সুব্ৰত। দেউতাকে কাষতে থিয় হৈ তেওঁৰ লগত কথা পাতিছে।

কাকলিয়ে দেউতাকৰ ফালে চাই কলে—“দেউতা তোমাক মাই মাতিছে’—
ও, যাওঁ—

ভোলা ভুঞা গুচি যোৱাৰ পাছত, বিছনাখনৰ এটা চুকত বহিছিলহে কাকলিয়ে—তাই কিবা কোৱাৰ আগতেই সুব্ৰতই কৈ উঠিল—“ভাল চাৰপ্ৰাইজ এটা দিলো নহয়নে” ?

চাৰপ্ৰাইজ কথাটোৰ অৰ্থ কাকলিয়ে নুবুজা নহয়। সেয়ে তাই উত্তৰ দিছিল, “ও, চাৰপ্ৰাইজটো ভাল দিলে। এই ৰাতিপুৱাই কিন্তু আপোনাক আশা কৰা নাছিলো—কাকলিৰ কণ্ঠস্বৰৰ পৰা কিন্তু বিস্ময়ৰ ঘোৰ তেতিয়াও কটা নাছিল।

“কিবা বাধ্য হয়েই আপোনাৰ ওচৰলৈ আহিব লগা হল, বুইছে” ! কোনো কথা নোকোৱাকৈ কাকলিয়ে দুই সৰল চকুত জিজ্ঞাসা লৈ সুব্ৰতৰ মুখৰ ফাললৈ চাইছিল।

সুব্ৰতে তেতিয়া কৈ গৈছিল—“কালি ৰাতি ঘৰলৈ উলটি গৈ বাৰে বাৰে মনত পৰিছিল, আপোনাক তেনেকৈ ইমান পানীৰে ভৰা ৰাস্তাৰ মাজত নমাই দিয়াটো ঠিক নহল নেকি ?” ইপিনে এই ডোখৰ গ্ৰাম এৰিয়া—আপোনাক ঘৰৰ দুৱাৰ মুখলৈ লৈ অহাটোহে উচিত আছিল। কাকলিৰ চকুৰ বিস্ময় লাহে লাহে কমি আহিছিল। কণ্ঠস্বৰ কোমল কৰি তাই সুধিছিল, “অ’ সেই কাৰণেই হব পায়, ৰাতি পুৱাই মোৰ খবৰ লবলৈ আহিল !”

“ও, সেয়েই”—মূৰ দুপিয়াইছিল সুব্ৰতে।

“কিন্তু”—

“কওকচোন”—

আপুনিতো আমাৰ ঘৰৰ এড্ৰেচ নাজানে। কেনেকৈ আহিল ?” “কালিতো আপুনি ৰাস্তাতো দেখুৱাই দিছিল ! সুধি সুধি আহি উলিয়াই পেলালো। এইটোনো কি অসুবিধাৰ কথা !”—

কাকলিয়ে তেতিয়া কৈছিল—"ৰাস্তাতো এতিয়াও পানী আছে !" সুব্ৰতে উত্তৰ দিছিল, "আছে পিছে কালিতকৈ কম। আঠ-ন ইঞ্চিমান হব"—

"গাড়ী আনিছেনেকি ?

"নাই, কোনোবাই ইটা পাৰি দিছে—তাৰ ওপৰেদি আহিবলৈ কষ্ট নহল !" "ইমান কষ্ট কৰি অহাৰ কি দৰ্কাৰ !"—কাকলিয়ে হাঁহি হাঁহি কৈছিল ঘৰতুৰাৰৰ চেহেৰা দেখি নিশ্চয় বুজিবই পাৰিছে আমাৰ নিচিনা ছোৱালীৰ কথা বেছি ভাবিবও নেপায় !"

সুব্ৰতে কিবা এটা উত্তৰ দিব খুজিছিল—হাতত মিঠাইৰ প্লেট আৰু চাহ লৈ কাকলিৰ মাক কমলা সোমাই আহিল। পাছে পাছে দেউতাক ভোলা ভূঞা !

চাহৰ কাপটো সৰু টেবুলখনৰ ওপৰত থৈ কমলাই কৈছিল, অকমান চাহ খাওকচোন !"

সুব্ৰতই বিব্ৰত মুখে কৈ উঠিছিল—"মোক আপুনি বুলি নকব ! মই আপোনাতকৈ বহুত সৰু !"

অপল ইতস্ততঃ কৰি কমলাই কৈ উঠিল—"কালি তুমি আমাৰ বহুত উপকাৰ কৰিলা। তোমাৰ লগত দেখা নোহোৱা হলে ছোৱালীজনীৰ যে কি বিপদেই নহলেহেতেন ! ঈশ্বৰে তোমাৰ মঙ্গল কৰিব"—

ভোলা ভূঞায়ো গভীৰ কৃতজ্ঞতা জনালে সুব্ৰতক। ৰাস্তাত কত ৰকম মতলবৰ কত মানুহ যে ঘুৰি ফুৰে। কালি ৰাতি তেনে মানুহৰ হাতত পৰা হলে কাকুৰ যে কি দুৰ্গতিয়ে হলহেতেন ! ভাগ্যে সুব্ৰতৰ লগত দেখা হৈছিল ইত্যাদি ইত্যাদি।

সুব্ৰতই সবিনয়ে জনাইছে যে তেওঁ বিশেষ একো কৰা নাই। যেই সেই মানুহেই সেইখিনি কৰিলেহেতেন !

ভোলা ভূঞাই লগে লগে উত্তৰ দি উঠে—"নাই, নাই, কাৰো

আজিকালি আৰু মানুহৰ মাজত মনুষ্যত্ব বোলা বস্তুটো নাইকীয়াই হল ! তাৰ ভিতৰতে কোনোবাই ভাল কাম এটা কৰিলে এনে লাগে যেন পৃথিবীত মনুষ্যত্ব শেষ হৈ যোৱা নাই” !— ভোলা ভূঞাক তেতিয়া এজন আশাবাদী দাৰ্শনিকৰ দৰেই লাগিছিল ।

সুব্ৰতৰ বৰ অস্বস্তিবোধ হৈছিল ।— তেওঁ কৈ উঠিল “এইবোৰ কথা নকৰ— শুনিলে মোৰ বৰ সংকোচ হয় !”

ভোলা ভূঞাঁই একোলৈকে মনকান নকৰি কিবাকিবি বকি গৈ আছিল তেতিয়া ধাধ্য হৈ মাক কমলাই তেওক বাধা দি কৈ উঠিল, “আপুনি এতিয়া বলক—সিহঁতি কথা পাতক !”— একৰকম জোৰ কৰিয়েই যেন কমলাই ভোলা ভূঞাঁক তাৰ পৰা টানি লৈ গ'ল ।

তাৰপাছত আৰু বেছি সময় তাত নাছিল সুব্ৰত । অতি বেছি পাঁচ-সাত মিনিট। তাৰপাছত বিদায় লৈছিল ! সুব্ৰতক বাহিৰৰ ৰাস্তালৈকে আগবঢ়াই দি কাকলিয়ে কৈছিল— “এইপিনেদি গলে কেতিয়াবা সোমাব।”

“বাৰু— মৃৰ জোকাৰিছিল সুব্ৰতই— “অৱশ্যে কেতিয়া আহিব পাৰো কব পৰা নাই !”

কিছু সময় নিস্তব্ধতা।

তাৰপাছত সুব্ৰতই আকৌ নীৰবতা ভঙ্গ কৰি সুধিছে, “ইয়াৰ ভিতৰত আপোনাৰ লগত আৰু দেখাহোৱাৰ সম্ভাবনা নাই নহয় ! নহয় নে ?” সুব্ৰতৰ মনোভাৱ বুজাত কাকলিৰ অকনো কষ্ট হোৱা নাছিল। এক পলকৰ বাবে তাইৰ ভিতৰি ভিতৰি যেন থমকি গৈছিল। পাছ-মুহূৰ্ত্ততে মনত পৰি গৈছিল প্ৰচণ্ড দুৰ্য্যোগৰ ৰাতি, নিৰ্জন পানীভৰা ৰাস্তাত, গাড়ীৰ ভিতৰত অকলে পায়ো যি যুৱকে তাইক অসম্মান কৰা নাই, ৰেপ কৰা নাই, আনকি ফ্ৰণ্ট চিটতো নবহুৱাই, পাছৰ চিটত অকলে বহুৱাই আনিছে তেনে যুৱকক নিশ্চয় বিশ্বাস কৰিব পাৰি।

এতিয়ালৈকে যিমানদূৰ দেখা গৈছে তাত সুব্ৰতক ভদ্ৰ শোভন, মাৰ্জিত আৰু বিনয়ী যেনেই লাগিছে। কাকলিয়ে কৈছিল— "মই ৰিহাবাৰীৰ ফালে আবেলি টিউচন কৰো। তাৰ পৰা উলুবাৰী হৈ এইফালৰ বাচ ধৰো"—

কাকলিৰ কথাবিলাকৰ মাজত যেন এটা ইংগিত আছিল সেইটো বুজাত কোনো অসুবিধা হোৱা নাছিল সুব্ৰতৰ! সি আকৌ সুধিলে— "সদায় টিউচনলৈ যায় ?"

"ও" –

"উলুবাৰীহৈ আহি কত কেতিয়া বাচ ধৰে ?

"চাৰে পাচটা, ছটাত"—

কাইগুলি সেই সময়ত অলপ ৰব চোন,'— "ঠিক আছে— পিছে চাৰে সাতত্তকৈ মই বেছি বাহিৰত নাথাকো। মা-দেউতাই ভীষণ চিন্তা কৰে।"

"তাৰ ভিতৰতেই উলটি আহিব"—

বুলি কৈ সুব্ৰত উলটি গৈছিল।

আৰু কাকলিয়ে লাহে লাহে নিজৰ কোঠাৰ ফাললৈ যাওতে লক্ষ্য কৰিছিল, দেউতাক ভোলা ভূঞা, মাক কমলা আৰু ভায়েক বিনোদে বাৰাণ্ডাৰ সিফালৰ পৰা একদৃষ্টিৰে তাইলৈ চাই আছে! তাই বুজিব পাৰিছিল যে সুব্ৰত যি নেকি আগদিনাখন ৰাতি দেৰীকৈ থবলৈ আহি, পাছদিনাই আকৌ খবৰ কৰিবলৈ আহে। সেই যুৱকৰ বিষয়ে আৰু কথা জানিবলৈ তেওঁলোক উৎসুক!

কাকলি ৰোৱা নাছিল— কেই চেকেণ্ডমান তেওঁলোকৰ ফালে চাই, নিজৰ কোঠালৈ গৈ বিছনাত শুই পৰিছিল তাই— আৰু তাই যি আন্দাজ কৰিছিল সেয়ে হল— বিছনাত পৰা এক মিনিটো নহলেই, দুৱাৰ মুখৰ পৰা ভোলা ভূঞাঁৰ মাত ভাঁহি আহিল— "কাকু, এই-টোৱেই প্ৰত্যাশিত আছিল— সেয়ে কাকলি চমকি উঠিল। লাহে

লাহে মূৰ ঘূৰাই দুৱাৰ মুখত দেউতাক আৰু মাকক দেখিছিল। চকুৱে চকুৱে পৰিলত দুয়ো ভিতৰ সোমাই আহিল। কাকলিয়ে আৰু শুই থাকিব পৰা নাছিল— হাতৰ কিলাকুটিত ভৰ দি উঠি বহিছিল।

দেউতাক ভোলা ভূঞা বৰকৈ এইটো কোঠালৈ নাহেই। এতিয়া কিন্তু যিখন চকীত সুব্ৰত বহিছিল, তাতে ভালকৈ বহি ললে। কমলায়ো কাকলিৰ গাতে গা লগাই বহিছে। অৰ্থাৎ সুব্ৰতৰ কথাবোৰ স্পষ্টকৈ নজনাকৈ তেওঁলোক নুঠে। কমলাই প্ৰথমতে অলপ ইতস্ততঃ কৰি কাকলিক সুধিলে-- "সুব্ৰতক তই কেতিয়াৰে পৰা চিনি পাৱ !"

মাকৰ প্ৰশ্নটোত এনে কিবা এটা ভাব আছিল, যিটোৰ বাবে কাকলি ভিতৰে ভিতৰে শিয়ৰি উঠিছিল। স্থিৰ চকুৰে মাকৰ ফালে চাই লাহে কৈ উঠিছিল, "তোমালোকক তো ৰাতি ঘূৰি আহিয়ে সকলো কথা কৈছোঁহি। যোৱা কালিহে মই তেওঁক প্ৰথম দেখিছো মাকৰ মুখখন দেখি কাকলিৰ অনুভৱ হল যে তাইৰ কথা মাকে বিশ্বাস কৰা নাই। একমাত্ৰ চাকৰি কৰি ধন ঘটা ছোৱালীয়ে যদি হঠাতে প্ৰেম কৰি বহে— আৰু তাৰ পৰিণতি স্বৰূপে যদি তাহাতৰ বিয়া হৈ যায়— তেতিয়া নিশ্চয় কাকলি আৰু এইখন ঘৰত নাথাকে আৰু তাৰ মানে বিয়া হৈ যায়— তেতিয়াহলে গোটেই পৰিয়ালটো নাখাই নবৈ শুকাই মৰিব লাগিব। সুব্ৰতৰ লগত ভদ্ৰ ব্যৱহাৰ কৰিলেও বা তাক বহুবাৰ কৃতজ্ঞতা জনালেও মাক-দেউতাকৰ মনত প্ৰবল দুচিন্তা আৰু ভয় সোমাইছে। এইয়াই তো স্বাভাৱিক।

সংসাৰ সম্বন্ধে কাকলিৰ যথেষ্ট কৰ্ত্তব্যবোধ আৰু মমতা আছে। দেউতাক-মাক আৰু ভায়েকৰ বাবেই তাই আধামৰা হৈয়ো টিউচন কৰিব লাগে। তথাপি এতিয়া সেই মাক আৰু দেউতাকে সন্দেহ কৰাৰ বাবে তাইৰ খং উঠি গৈছিল। খঙতে ৰূঢ় মাতেৰে তাই কৈ উঠে.

"কি কথা নো ?" মাকৰ ফালে ঘূৰি চাই আকৌ কয় কাকলিয়ে,
"আজিয়ে আহি গলে মই কি কৰিব পাৰো ?"

তেওঁলোকৰ সংসাৰৰ একমাত্ৰ প্ৰতিপালক আৰু ৰক্ষকে যে এনেদৰে খং খাই উঠিব তেওঁলোকে ভাবিবই পৰা নাছিল। একমুহূৰ্ত্ততে দুয়ো নিজক চম্ভালি লৈছিল। লাহে লাহে কোমল মাতেৰে ভোলা ভূঞাই কৈ উঠিছিল, "নহয়, মানে হঠাতে আহিল নহয় !— মানে আগতে আহিব বুলিতো শুনা নাছিলো ! কাকলিয়ে কোনো উত্তৰ নিদিলে। কাকলিয়ে নীৰস মাতেৰে উত্তৰ দিছিল— "নাজানো" "লৰাজনে কি কৰে ?" মূৰৰ ভিতৰটো গৰম লাগি গৈছিল কাকলিৰ, তাই যেন খণ্ডত ফাটিহে পৰিব তথাপি তাই নিজকে চম্ভালি ললে আৰু নিস্পৃহ ভঙ্গীৰে কৈ উঠিল, "মইতো সোধা নাই ?"

সনিগ্ধ চকুৰে অলপ সময় জীয়েৰক লক্ষ্য কৰি কমলাই কৈ উঠিল," এটা লৰা হঠাত ঘৰলৈ আহিল— তাৰ বিষয়ে একো নাজানিলেও'— হঠাতে কথাৰ মাজতে ৰৈ গল কমলা।

কাকলিৰ খঙ উঠি গৈছিল সেয়ে তাই কৈ উঠিছিল, "আকৌ যদি সুব্ৰতৰ সতে দেখা হয় তেতিয়া কৈ দিম যে তেওঁলোকৰ চৌধ পুৰুষৰ খবৰ মোৰ মা-দেউতাক লাগে। কম, সকলো যেন সুব্ৰতে কাগজত লিখি দিয়ে— তাৰপাছত অলপ ৰৈ আকৌ তাই কৈ উঠিল, "ইমান যে ওৰতী গছৰ ওৰ বিচাৰিছা, তোমালোকৰ মতলবটো নো কি ?"— কাকলিৰ কথা শুনি দেউতাক ভোলা ভূঞা আৰু মাক কমলা থতমত খাই গৈছিল। শেষত দেউতাকে উত্তৰ দিছিল, "মতলব আমাৰ কি হব ? একো নাই, তই যে কাকু কি কথাবোৰ কৰ !
কমলায়ো লগে লগে কৈছিল— "ছোৱালী ডাঙৰ হলে মাক-দেউতাকৰ কিমান চুচিন্তা। তই যেতিয়া মাক হবি তেতিয়াহে বুজিবি"—

মনৰ ভিতৰত যিয়েই নাথাকক, মাক কমলাই যিখিনি কথা কলে তাত বহুতো যুক্তি আছে— কাকলিয়ে ভাবিলে। লাহে লাহে কাকলিৰ উগ্ৰ খঙটো কমি আহিছিল তথাপি তাই কিন্তু একো কোৱা নাছিল। দেউতাক ভোলা ভূঞায়ো আৰু সুব্ৰতৰ কথা একোকে কোৱা নাছিল। তেওঁ এবাৰ মাত্ৰ কাকলিক কৈছিল, "তোৰ গাটো ভাল নহয়, শুই থাক! মই ইনফ্লুয়েঞ্জাৰ টেবলেট আনি দিম। বলা হে'— বুলি কমলাৰে সৈতে দুয়ো কোঠাটোৰ পৰা ওলাই গল।

তেওঁলোক যোৱাৰ পাছতে হুৰমুৰকৈ ঘৰলৈ সোমাই আহিছিল বিকু, কাকলিৰ ভায়েক। এটা চকুৰ চেলাউৰী ওপৰলৈ তুলি, আনটোৰ নমাই, লাহে লাহে মূৰটো নচুৱাই নচুৱাই সি কৈ উঠিছিল, "বাইদেউ অ, তই টেৰিফিক !

চকু কপাল কোচ খুৱাই ভায়েকলৈ চাই কাকলিয়ে সুধিছিল—' কি টেৰিফিক অ' ?

"গুৰু—বেছ ডুবি ডুবি ইমানদিনে পানী খাই আছিলা! এতিয়া কেচ হৈ গলা— "ওঠ টিপি হাঁহি হাঁহি বিকুৱে বায়েকলৈ চাই কৈ উঠিছিল।

বিকুৰ ইংগিতটো কিন্তু কাকলিয়ে ভালকৈয়ে বুজি পাইছিল। তাই উত্তেজিত হৈ কৈ উঠিছিল— "কিহৰ ওৱাটাৰ, কিহৰ কেচ অ'—" "সকলো বুজিও পাৰ্ট কৰিছা গুৰু!"—

কণ্ঠৰ মাত আৰু এখোপ ওপৰলৈ তুলি কাকলিয়ে তাক ধমক দি উঠিছিল—" এই ধেমালি নকৰিবি দেই! যা ইয়াৰ পৰা—ভাগ"— বিকুৱে কিন্তু বায়েকৰ কথালৈ কান দিয়া নাছিল। কাকলিৰ কোঠাৰ পৰা ওলাই যোৱাৰ অকনো চিন্তাও নাছিল তাৰ! চকু নচুৱাই নচুৱাই সি আকৌ কৈ উঠিল, "বাইদেউ, তোৰ কিন্তু টেষ্ট আছে অ' !—

আৰু জোৰেৰে চিঞৰি উঠিছিল কাকলিয়ে "গলিনে ইয়াৰ পৰা !" "যাও বোপায় যাও— পিছে গুৰু এটা কথা কৈ যাও'— সিমানলৈকে কৈ বিকুৱে ওঠ কামুৰি কামুৰি অদ্ভুত কায়দা এটাৰে হাঁহিছিল।

—বিকুৰ সেই হাঁহি দেখি মূৰৰ ভিতৰত তেজবোৰ বকৃবকৃ কৈ ফুটি উঠিছিল কাকলিৰ ! কোনো উত্তৰ নিদি জ্বলন্ত চাৱনি লৈ বিকুৰ ফালে চাই আছিল কাকলিয়ে।

আকৌ বিকুৱে কৈ উঠিছিল— "বস্তুটো যদি ঠিকমতে জালত পেলাব পাৰ তেতিয়াহলে মই কিন্তু বাঢ়িয়া এটা ভিনীহি পাই যাম অ" !— "জোতাৰে মৰিয়াই মুখ ভাঙি দিম তোৰ. বান্দৰ কৰবাৰ' – বুলি কৈয়েই বিছনাৰ পৰা জাপ মাৰি বিকুক খেদি গৈছিল কাকলিয়ে— অসভ্য, গুন্দা কৰবাৰ !

কিন্তু কাকলি গৈ ওচৰ পোৱাৰ আগতেই, কৰ্কালটোৰ এটা অদ্ভুত ভঙ্গী কৰি পট কৰে পলাই গৈছিল বিকু— আৰু সেই ঠাইৰ পৰা চিঞৰি কৈ উঠিছিল— "কিবা হেল্প কৰিব লাগিলে মোক কবা বাইদেউ, অলৰেজ মোক পাবা"— বুলি বিকু দৌৰি ৰাস্তাৰ ফালে অন্তৰ্দ্ধান !— মা-দেউতা আৰু বিকুৱে যিদৰে সুব্ৰতৰ অহাৰ ঘটনাটো লৈ হৈ চৈ আৰম্ভ কৰি দিছিল— তেতিয়া কাকলিয়ে প্ৰায় ঠিকেই কৰি পেলাইছিল যে সুব্ৰতৰ লগত তাই আৰু দেখা নকৰে। ৰিহাবাৰীৰ কাষৰ বাচ-ষ্টেণ্ডতো তালৈ কেতিয়াও নৰয় ! বাচ পালেই উঠি গুচি যাব। কিন্তু পাছদিনাখন ৰিহাবাৰীৰ কাষ পাওতেই তাই দেখিলে— সুব্ৰত ধুনীয়াটো হৈ বাচষ্টেণ্ডত ৰৈ আছে। কাকলিক দেখাৰ লগে লগে মুখত এটা উজ্জল হাঁহি লৈ কৈ উঠিল— "আপোনাতকৈ আগতেই মই আহিলো।" সেই মুহূৰ্ত্তত কাকলিৰ চকুৰ আগত খন্তেকলৈ হলেও ভোলা ভূঞা, কমলা আৰু বিকুৰ ছবি ভাঁহি উঠিছিল" অলপ লাজকুৰীয়া ভাবে হাঁহি

তাই কৈ উঠিছিল” সচাকৈয়ে, আপুনি আগতেই পালেহি। কিমান দেৰী ইয়াত বৈ আছে ?”

‘এই চাৰি পাঁচ মিনিটমান হৈছে—আহক’—

‘কলৈ’—

‘আহকচোন’—

অলপ অনিচ্ছাৰেই সুব্ৰতৰ সৈতে ৰাস্তাটো পাৰ হৈ সিফাললৈ আগবাঢ়ি গৈছিল কাকলি! যিখন গাড়ীত সেইদিনা দুৰ্য্যোগৰ ৰাতি সুব্ৰতে তাইক ঘৰত থৈ আহিছিলগৈ সেই গাড়ীখন ফুটপাথ ছুই থিয় হৈ আছিল। বিহাৰীৰ এই ঠাইত গাড়ী পাৰ্ক কৰা বে-আইনী, সেয়ে গাড়ীখন তাতে ৰখাই, ৰাস্তাৰ সিফালে গৈ কাকলিৰ বাবে বৈ আছিল সুব্ৰত!

আগদিনাখন পাছৰ চিটত বহিবলৈ পিছৰ দুৱাৰ খুলি দিছিল সুব্ৰতই—আজি কিন্তু আগৰ দুৱাৰ খুলি, ফ্ৰণ্ট চিটতেই বহিবলৈ আহ্বান জনালে সুব্ৰতই!

—কথাটো লক্ষ্য কৰিছিল কাকলিয়ে, কিন্তু একো নকলে। লাহে লাহে সুব্ৰতৰ গাড়ীৰ ফ্ৰণ্টচিটত তাঁই বহি লৈছিল। সুব্ৰতে ঘূৰি গৈ, চালকৰ চিটত বহিয়ে গাড়ীখন ষ্টাৰ্ট দিয়াইছিল সুব্ৰতে। অকমান সৰু বিদেশী মডেলৰ গাড়ীখন তেলৰ দৰে পিচলি লাহে লাহে গণেশগুৰি পাৰ হৈ দিচপুৰ পাৰ হৈ, সেউজীয়া ঠাইবোৰ পাইছিলগৈ।

কাকলিয়ে তেতিয়া যেন অপল উদিগ্ন হৈয়ে সুধিছিল, “আমিনো কলৈ গৈ আছো ?”

লগে লগে সুব্ৰতই উত্তৰ দিছিল—“কলৈকো দূৰলৈ নাযাও। ইয়াতে সেউজীয়া গছগছনিৰ মাজেদি অলপ ফুৰি কৰবাত চাহ একাপ খাই ঘৰলৈ ঘূৰি যাম’—

“মই কিন্তু বেছি ৰাতি ঘৰৰ বাহিৰত নেথাকো দেই”—“মনত আছে

কালি কৈছিল নহয়—ৰাতি আঠ বজাৰ ভিতৰতে আপুনি ঘৰলৈ উলটি যায় বুলি!"

"হয়"—

"তাৰ আগতেই উলটিব ?"

"ওঁ—লগে লগেই নিজৰ স্নায়ুবোৰ সতৰ্ক কৰি ৰাখি সুব্ৰতৰ কাষতে ফ্ৰণ্টচিটত বহিছিল কাকলিয়ে আৰু ও নহয় ইত্যাদি সৰু সুৰাকৈ সুব্ৰতৰ কথাবোৰৰ উত্তৰ দি গৈছিল। সেইদিনা বেছি দেৰী কৰা নাছিল সুব্ৰতে। অলপ সময় ফুৰি, গণেশগুৰিৰ আগৰ ডাঙৰ ৰেষ্টুৰেণ্ট খনত চাহ খাই আঠবজাৰ বহুত আগতেই কাকলিক ঘৰত নমাইছিলহি সুব্ৰতে! এটা কথা কিন্তু চকুত পৰিছে কাকলিৰ—মানিক ৰাৰতী পথেদি তাহাতৰ ঘৰলৈকে গাড়ীখন কিন্তু কোনো দিনে নিয়া নাই সুব্ৰতই। বেছদূৰতেই গাড়ীখন ৰখাই, কাকলিক নমাই দি সুব্ৰতই কৈছিল, "কালিও দেখা হব নে ?"

সুব্ৰতই যে এনে এটা কথাই কব—কাকলিয়ে বুজি পাইছিল। সেই কাৰণে তাই সুধিলে—"কিয় ? কিবা দৰকাৰ আছেনেকি ?"

"নাই, একো দৰকাৰ নাই! অকমান সময় কথাবতৰা হলোহেতেন, সেইয়াই আৰু একো নাই! চিধাচিধিকৈ সুব্ৰতৰ চকুৰ পিনে চাই কাকলিয়ে সুধিয়ে পেলাইছিল, "কিয়—কথা বতৰা হবলৈ আৰু লগচগ নাই নেকি ?"

অলপ যেন ঠোটমোচ খাই গৈছিল সুব্ৰত। মূৰটো অলপ হলাই কৈ উঠিছিল—"আছে কিন্তু আপোনাৰ নিচিনা কোনো নাই!"

"মই জানো আন সকলোতকৈ বেলেগ ?"

"এতিয়ালৈকেতো তেনেই লাগিছে"—

অলপ বেলি মনে মনে থাকি কাকলিয়ে কৈ উঠিল, "ঠিক আছে—কালিলৈ বিহাবাৰীৰ ওচৰত সেই ঠাইলৈ আহিলে দেখা হবও পাৰে'—

"ফাইন" –
সুব্ৰত গুচি গৈছিল। আৰু কাকলিয়ে ৰাস্তাৰ মূৰেদি ঘূৰি নিজৰ ঘৰৰ ফাললৈ আগবাঢ়িছিল। তাৰ পৰা দুই তিনিমাইলমান খোজ কাঢ়িলেহে কাকলিহঁতৰ ঘৰ পায়গৈ।

তাৰ পাছদিনাও সুব্ৰতৰ লগত আকৌ দেখা হৈছিল কাকলিৰ। তাৰ পাছৰ দিনাও—আৰু এইদৰেই প্ৰতিদিনে।

সদায় দুই তিনি ঘণ্টা অ'ত ত'ত ফুৰি, কৰবাত বহি চাহ একাপ খাই, অলপ কথাবতৰা হৈ, ডাঙৰ ৰাস্তাৰ মূৰতে কাকলিক নমাই থৈ ঘৰলৈ বা কামলৈ ঘূৰি যায় সুব্ৰতই।

সুব্ৰতহঁতনো কত থাকে, কি কৰে, কাকলিয়ে নিজে একো সোধাই নাছিল সুব্ৰতক। তথাপিও তাই বুজিব পাৰিছিল, সুব্ৰত পইচা থকা ডাঙৰ মানুহৰ লৰা। প্ৰচুৰ টকা পইচা নাথাকিলে ইমান ধুনিয়া ফৰেইন কাৰত সদায় বা সুব্ৰতই ঘূৰেই কেনেকৈ! দামী দামী ৰেষ্টুৰেণ্টত বিলেই বা পৰিশোধ কৰে কেনেকৈ?

ডাঙৰ ডাঙৰ মানুহৰ লম্পট স্বভাৱৰ লৰাবোৰৰ বিষয়ে কাকলিৰ পৰিষ্কাৰ ধাৰনাই আছে। এনেধৰণৰ দুৰ্জনমানৰ কবলত তাই পৰিবও লগা হৈছে। বৰ কষ্ট কৰি, কেতিয়াবা বুদ্ধি খটুৱাই, কেতিয়াবা বা আচুৰি কামুৰি, কেতিয়াবা চিঞৰি বাখৰি মানুহদুনুহ গোট খুৱাই নিজকে উদ্ধাৰ কৰিছে কাকলিয়ে। কিন্তু কথা, সুব্ৰততো তাহাতৰ নিচিনা নহয়! কেৱলমাত্ৰ গাড়ীৰ ফ্ৰণ্টচিটত কাকলিক বহুৱাই লৈ ফুৰোৱা, কথা পতা আৰু ৰেষ্টুৰেণ্টত খুউৱা—তাৰ বাহিৰেতো একোৱেই কৰা নাই সুব্ৰতই! তাইকতো কেতিয়াও স্পৰ্শও কৰা নাই, নাইবা আৰু তাইৰ কিবা ডাঙৰ ক্ষতি কৰিবলৈতো চেষ্টাই কৰা নাই সুব্ৰতে!

এটা কথা কিন্তু লক্ষ্য কৰিছে কাকলিয়ে-- সেই যে প্ৰথমদিনাই কৈ দিছিল তাই সুব্ৰতক—ৰাতি আঠবজাৰ পাছত আৰু বাহিৰত নেথাকে তাই—সেই কথাটো কিন্তু পাহৰা নাছিল সুব্ৰতই। সুব্ৰতক আৰু মনত পেলায়ো দিব নালাগে কাকলিয়ে। আঠ বজাৰ আগতেই কাকলিৰ ঘৰলৈ যোৱা ডাঙৰ ৰাস্তাৰ মূৰতে নমাই থৈ যায় সদায় সুব্ৰতে। ঘৰৰ কাষৰ ৰাস্তাটোৰ পাৰ্কটোলৈকে আহিও কোনোদিন সুব্ৰত কাকলিহতঁৰ ঘৰৰ সম্মুখলৈকে যোৱা নাছিল। আনকি প্ৰথম যি দিনা সুব্ৰত কাকলি-হতঁৰ ঘৰলৈ আহিছিল সেইদিনা খোজ কাঢ়িয়ে সেইডোখৰ বাট সুব্ৰতই আহিছিল। কথাটো কাকলিৰ বাবে বেছ ভাল লগাই হৈছে। সদায় গধূলি এখন দামী গাড়ীৰ পৰা নমা দেখিলে সিফালৰ বস্তিৰ মানুহ বোৰেতো তাইৰ কথা বা কিয়েই ভাবিলেহেতেন—তাই তাক জানে। সেইটো তাইৰ বাবে বৰ অস্বস্তিকৰো হ'লহেতেঁন।

সুব্ৰতই হয়তো কাকলিৰ অস্বাচ্ছন্দ্যৰ কথা ভাবি গলিলৈ গাড়ী লৈ নাহিছিল। নাইবা সুব্ৰতৰ অন্য উদ্দেশ্যও থাকিব পাৰে। তেনে বস্তি যেন ঠাইলৈ দামী গাড়ী লৈ সদায় আহিলে সকলোৱে তাক দেখিলেহেতেন আৰু চিনিও পালেহেতেঁন। সুব্ৰতই হয়তো সেইটো মুঠেই বিচৰা নাছিল। মুঠতে এই কথাকে সুব্ৰতৰ বুলি আন্দাজ কৰি লৈছে কাকলিয়ে।

কিন্তু আৰু এটা কথা কাকলিয়ে বুজিব পৰা নাই। সুব্ৰতক যি দেখা গৈছে তাত তাৰ দৰে এজন লৰাই, কাকলিৰ দৰে এজনী ছোৱালীৰ ফালে আকৃষ্ট হোৱাটো তাইৰ বাবে অস্বাভাৱিক যেন লাগিছে। কাকলিৰ মনত যথেষ্ট সংশয় আছিল কিন্তু এইটোও তো ঠিক, কিছুদিন মিলামিছা কৰাৰ ফলত, সুব্ৰতক তাইৰ এতিয়া ভাল লগা হৈ আহিছে। আবেলি হ'লেই ছাত্ৰী পঢ়ুৱায় লৈ কেতিয়া যে ৰিহাবাৰীৰ ফুটপাথত ৰয় গৈ

কাকলিয়ে, নিজেই কব নোৱাৰে। একালে সন্দেহ আৰু আনফালে প্ৰবল আকৰ্ষণ তেতিয়া এই দুইটাৰ টনা আজোঁৰাত কাকলিৰ মন ক্ষতবিক্ষত। তাই ভাবি লয় চাওচোন বাৰু সুব্ৰতৰ এই তাইৰ লগত যাত্ৰাৰ শেষ কত?

এদিন দীঘল পাইন গছৰ শাৰীৰে গুৰনী ঠাইডোখৰত ফুৰোতে ফুৰোতে কাকলিয়ে সুব্ৰতক সুধিছিল, "একো নেভাবিবা দেই'—তেতিয়ালৈ দুয়ো দুয়োকে তুমি তামাকৈ মতা হৈছে— কাকলিৰ কিন্তু সুব্ৰতৰ সৈতে ইমান ঘণিষ্ঠ হোৱাৰ মন মুঠেই নাছিল। সুব্ৰতক ভাল লাগিলেও নিজকে উটাই দিয়াৰ পক্ষপাতী নাছিল কাকলি। নিজৰ চাৰিওফালে এখন অদৃশ্য সুকঠিন দেৱাল প্ৰথমৰে পৰাই তুলি ধৰি আছে কাকলিয়ে। কিন্তু সুব্ৰতই বৰ জোৰ কৰিছে কাকলিক তাক তুমি বুলি বাধ্য কৰাইছে। প্ৰথমতে তুমি কবলৈ বৰ সঙ্কোচ লাগিছিল কাকলিৰ— পিছত অৱশ্যে তাইৰ মনৰ সংনি হৈছিল। কাকলিয়ে যেতিয়া সুব্ৰতক কিবা কথা সুধিছিল, সুব্ৰতই উত্তৰ দিছিল, "মই একো নাভাবো। তোমাৰ যি কথা কবলৈ আছে কৈ পেলোৱা' –

কাকলিয়ে অলপ চিন্তা কৰিয়ে কৈছিল. "আমি যিখন ঠাইত থাকো, তুমিতো নিজৰ চকুৰেই দেখি আহিছা।"

'ও. দেখি আহিছো!'

"সেইখন তো প্ৰায় বস্তিয়েই— !'

"হব নোৱাৰিছে —সেই কথাৰনো কি দৰ্কাৰ?" —সেই কথাৰ উত্তৰ নিদি কাকলিয়ে কৈ গৈছিল, 'মোৰ মা দেউতা আৰু ভাইটো তো তুমি দেখিছা।" 'ও, দেখিছো তো' —অলপ যেন অবাক হৈ পৰিছিল সুব্ৰত।

কাকলিয়ে আকৌ কৈ উঠিল— "আমি বৰ দুখীয়া। দেউতাৰ কোনো চাকৰি নাই। ভাইটোতো পুৰাপুৰি বেকাৰ। সি পঢ়াশুনা এৰিয়ে দিলে, দিনেৰাতিয়ে চাহৰ দোকানত বহি আড্ডা মাৰে। মানুহে কোৱাকুই কৰে

সি হেনো মস্তান! এনেকৈ থাকিলে আৰু অলপ দিনৰ ভিতৰতে তাৰ নাম পুলিচৰ বহীত উঠিবগৈ।”

চকুৰ আগতে নিজৰ সংসাৰৰ এটা অস্বস্তিকৰ ছবি সুব্ৰতৰ আগত দাঙি ধৰি, কাকলিয়ে ঠিক কি বুজাব খুজিছে ধৰিব নোৱাৰি। সুব্ৰতৰ বিস্ময় খাপে খাপে বাঢ়ি গৈছিল। সেয়ে সি কৈ উঠিছিল “এইবোৰ শুনি কি হব? কোনো দৰকাৰ নাই মোৰ!”
‘দৰকাৰ আছে’ — কাকলিৰ উত্তৰ।
“মানে?”
“যাৰ লগত মিলামিছা কৰিছা তেওঁৰ সকলো বেকগ্ৰাউণ্ড জনাটো ভাল’— সুব্ৰতই কাকলিৰ কথাৰ কোনো উত্তৰ দিয়া নাছিল। তাৰ পাছতে কাকলিয়ে কথাৰে সুব্ৰতক যি বুজালে, সি হৈছে যে কাকলিৰ নিজস্ব চাৰিত্ৰিক সুনাম আৰু সেই সুনামৰ বাবেই সামাজিক সন্মান আৰু এটা বিশুদ্ধ শৰীৰৰ বাদে আন একো নাই কাকলিৰ। এই দুইটা যদি কিবা ভাবে নষ্ট হয় তেনেহলে আৰু উপায় নাই কাকলিৰ— বাচি থকাৰ আৰু কোনো অৰ্থই তাইৰ নাথাকিব। সুব্ৰতই প্ৰথমতে হতচকিত হৈ পৰিছে। তাৰ পাছত স্থিৰ চকুৰে কাকলিক লক্ষ্য কৰি ধীৰে কৈ উঠিছে, ‘মোক তো অলপদিন দেখিলাই! মোক বাৰু কি যেন লাগিছে? এটা জন্তু?” মনৰ ভিতৰে ভিতৰে কিন্তু থতমত খাই গৈছিল কাকলি! কথাবোৰ তাইৰ বেছ জয়ই হৈ গল নেকি? বেছ ভালেখিনি সময় ৰৈ আকৌ কাকলিয়ে কলে, “মই তো তোমাক জন্তু বুলি কোৱা নাই সুব্ৰত! আমাৰ দৰে দুখীয়া পৰিয়ালৰ ছোৱালীবোৰৰ অৱস্থা যে কি— সেইটোকে মাত্ৰ জনাব খুজিছো’—

শুনি সুব্ৰতই কোনো উত্তৰ দিয়া নাছিল— কেৱলমাত্ৰ একদৃষ্টিৰে কাকলিলৈ চায়ে আছিল। কাকলিয়ে আকৌ কৈছিল ‘এটা কথা কব খুজিছো সুব্ৰত— বেয়া চেয়া নাপাবা দেই’— ‘বেয়া নাপাও কোৱাছোন!’

মইতো সুব্ৰত তোমাৰ বিষয়ে একোকে নাজানো। সুব্ৰতই উত্তৰ দিছিল "অলপ ধৈৰ্য্য ধৰি থাকা অতি সোনকালেই মই তোমাক আম'ৰ ঘৰলৈ লৈ যাম। তেতিয়াই মোৰ বিষয়ে সকলো জানিব পাৰিবা। প্লীজ কাকলি— আৰু কেইটামান দিন মাথো বাট চোৱা।"

ইয়াৰ পাছত তো আৰু একো কব নোৱাৰি। অগত্যা উপায়হীনা হৈ কাকলি মনে মনেই থাকে। ইপিনে সুব্ৰতক লৈ এতিয়া কাকলিহঁতৰ ঘৰখনত চেপা উত্তেজনা টেনচন্— যদিও সুব্ৰত মাত্ৰ এদিনেই আহিছিল তথাপি সিয়ে মাক কমলা আৰু দেউতাক ভোলা ভূঞাঁৰ মনত বেছ দুৰ্ভাবনাই দেখা দিছে। সুব্ৰত সম্পৰ্কে প্ৰথমতে তেওঁলোকে কাকলিক মুখামুখিকৈ একো সোধা নাছিল কিন্তু মা দেউতাৰ চকুৰ চাৱনি, কথা-বতৰা দেখি কাকলিয়ে বুজি পায় যে তেওঁলোক ৰাতিমতে সন্দিগ্ধ আৰু চিন্তিত হৈ পৰিছে।

সুব্ৰতৰ লগত দেখাসাক্ষাৎ হোৱাৰ আগতে কাকলিৰ যি দৈনন্দিন ৰুটিন আছিল তাৰ অকনো হেৰফেৰ হোৱা নাই। কাকলিৰ মৰ্নিং স্কুল। কাটাই কাটাই সময় মিলাই যিদৰে কাকলি আগে স্কুললৈ যায়, আজিও তেনেকৈয়ে যায়। উলটি আহে এঘাৰ বজাত। দুপৰীয়া খাই বই অকন জিৰাই সতাই আকৌ ওলাই যায় তিনিমান বজাত— উলটি আহোতে কেতিয়াবা চাৰে সাত, কেতিয়াবা আঠ— আঠ বজাৰ এক-মিনিটো ঘৰৰ বাহিৰত নাথাকে কাকলি। কাকলি দোষী বুলি ধৰা পেলোৱাৰ কোনো উপায়েই নাছিল মাক-দেউতাকৰ তথাপিও তেওঁ-লোকৰ চকুৰ পৰা সন্দেহৰ ছাঁ আতৰি যোৱা নাছিল। তেওঁলোকে তাইৰ ফুৰাচকা সকলোতে চোকা দৃষ্টি ৰাখিছে, সেইটো কাকলিয়ে গম পাই যায়। স্কুলৰ পৰা ঘূৰি আহোতেই হওক বা আবেলিৰ টিউচনৰ পৰা ঘূৰি আহোতেই হওক, কাকলি ঘৰলৈ উলটি আহিলেই, তাইক

বৰ চোকা দৃষ্টিৰে ভোলা ভূঞা আৰু মাক কমলাই লক্ষ্য কৰে। তাইৰ চকুৰে মুখে তেওঁবিলাকে কি বিচাৰে, কোনে জানে ?

এদিন উপায়হীনা হৈ কাকলিয়ে মাকক সুধিয়ে পেলাইছিল— "মা তোমালোকে মোৰ ফালে, মোৰ মুখলৈ চাই কি বিচাৰা ?"
কমলাই চক্ খাই উঠি কৈছিল— "কতা ? আমি তো একো নিবিচাৰো !"
কক্ষ মাতেৰে কাকলিয়ে কৈ উঠে— "কিয় মিছা কথা কৈছা মা ! চাই থাকা অথচ মানি নোলোৱা !

কমলা তেনেই কোচ খাই গল। কোনোৰকমে মাত্র উত্তৰ দিলে, "কি যে বক তাৰ মাথামুণ্ড নাই !— কৈ কৈ প্রায় দৌৰাৰ নিচিনাকৈ কমলা পাকঘৰৰ ফালে গুচি গৈছিল।

কিন্তু এনেদৰে আৰু বেছিদিন লুকাচুৰি নচলিল। এদিন দেওবাৰৰ ৰাতিপুৱা, কাকলিয়ে যেতিয়া নিজৰ কোঠাতে বহি চাহ খাই আছিল— মাক আহি ৰুমটোত সোমাইছিল। সেই সময়টোত আনকালে মাক ৰান্ধনিঘৰত ব্যস্ত হৈ থকাৰ সময়। নিশ্চয় কিবা জৰুৰী কাম বা কথা আছে, নহলে মাক নাহিলহেতেন ! কাকলিক অসময়ত মাকক ৰুমত দেখি সুধিলে— "কিবা কবা !"—

কমলাই অলপ ভয়ে ভয়েই উত্তৰ দিছিল— "ও" – "কি ?"
"কলেই তো তোৰ আকৌ খঙেই উঠিব !"—
মাকৰ মুখচুখৰ চেহেৰা দেখি হাঁহি পেলাইছিল কাকলিয়ে।—"মই জানো সকলো সময়তে খং কৰো !"—

অলপ জীয়েকৰ পৰা ভৰসা পাই কমলাই লাহে লাহে, কাকলিৰ নিচেই কাষতে বহি কৈছিল, "নাই নাই, কিয় খঙ কৰিবি যেতিয়াই তেতিয়াই ! সংসাৰখনৰ কাৰণে গাৰ তেজ পানী কৰি খাটিছ— সকলো সময়তে মন মেজাজ ভাল থাকে জানো !"—

চাহকাপত লাহেকৈ মুখখন দি কাকলিয়ে কৈছিল— "কি কৰা— সোনকালে কৈ পেলোৱা!" কমলাই লগে লগে উত্তৰ নিদিলে, মনে মনে৹ কোৱাৰ বাবে যেন সাজু হল।

"কি হল তোমাৰ মা?— অলপ যেন অসহিষ্ণু হয়েই কাকলিয়ে চিঞৰি দিলে— "যিখিনি টকা দিছিলো চব শেষ হৈ গল নেকি?"
ক্ষুব্ধ অভিমানত কমলাৰ মাতবোৰ থোকাথুকি হৈ পৰিছিল— কৈছিল টকা পইচাৰ বাহিৰে তোৰ লগত আমাৰ অন্য একো কথা নাথাকেই নেকি?" সেইদিনা যিখিনি পইচা দিছিলি, তাৰে বাকী মাহটোৰ খৰছ ভালকৈয়ে চলি যাব। টকা পইচাৰ কথা তই এতিয়া ভাবিব নালাগে'— অলপ পৰ ৰৈ আকৌ কলে কমলাই, "তোৰ ওচৰলৈ অন্য এটা কাৰণত হে আহিছো"—

উৎসুক হৈ মাকৰ মুখলৈ চাই ৰল কাকলিয়ে! অলপ যেন দ্বিধানিত হৈ এইবাৰ কমলাই কলে, বাক কাকু— সেই লৰাটিতো আৰু নহা হল!" মাই যে সুব্ৰতৰ বিষয়েই কিবা কবলৈ আহিছে, আগতেই তাৰ উমান পাইছিল কাকলিয়ে আকৌ কাকলিয়ে ভাবিছিল ইমানদিন যেতিয়া এই বিষয়ে একো কোৱা নাই— হয়তো মাকে একো নকবও পাৰে। সতৰ্ক ভঙ্গীৰে মাকৰ মুখলৈ চাই কাকলিয়ে উত্তৰ দি উঠিল, "এনেয়ে নো কি কৰিবলৈ আহিব? ইমান ধুমুহা বৰষুণৰ মাজত ৰাস্তাতে গাড়ীৰে নমাই থৈ গৈছিল। ঠিকমতে ঘৰ পালোহি নে নাই তাৰ খবৰ লবলৈহে ইয়ালৈ আহিছিল। তাৰ পাছততো আৰু ইয়ালৈ অহাৰ কোনো দৰ্কাৰেই নাই।" —কমলা আচৰিত হৈ ৰৈ গৈছিল —সুব্ৰতৰ কথা যে কাকলিয়ে এনেকৈয়ে উৰাই দিব সেই কথা মাকে ভবাই নাছিল।

কাকলিয়ে আকৌ কলে, "হঠাৎ সুব্ৰতৰ কথা কৈছাহি যে! তেওঁৰ লগত কিবা দৰ্কাৰ আছে?"

আকৌ উচ্‌প খাই কমলাই কৈ উঠিছিল—" নাই, নাই— কি দৰ্কাৰ থাকিব আৰু !"

অলপ সময় দুয়ো চুপচাপ।

তাৰ পাছত চোন হঠাতে কমলাই কাকলিক সুধিলে —" তোৰ আৰু সেইদিনাৰ পাছত সুব্ৰতৰ লগত দেখা সাক্ষাৎ হোৱাই নাই নেকি ?" কাকলিৰ খঙো উঠিছিল আৰু লগে লগে আনন্দও লাগিছিল। দুই বিৰোধী পক্ষৰ ওস্তাদ উকীলৰ দৰে যেন মাক আৰু জীয়েকৰ মাজত যেন দুৰ্দ্দান্ত বুদ্ধিৰ খেল হে চলিছিল ! চকু মুখ কোচ খুৱাই মাকৰ ফালে চাই চাই কাকলিয়ে কৈ উঠিছে— "মোৰ লগত সুব্ৰতৰ দেখা হৈছে বুলি কলে তুমি সুখী হবানেকি "?

কমলা অতি আচৰিত হৈ পৰিছিল। —অলপ বৈ কৈ উঠিছিল— 'তেনেকৈ পেচ দি কথা কৈছ কেলৈ ? চিধা কথাৰে প্ৰশ্ন উত্তৰ সুধিলো, তাৰ উত্তৰ জানো সেয়া ?"

"ঠিকেই —মা-চিধা চিধিকৈয়ে কৈছো সুব্ৰতৰ সৈতেমোৰ প্ৰায়ে দেখাদেখি হয়'— কমলা খুব এটা অবাকো হোৱা নাছিল এই উত্তৰত কাকলিৰ— আৰু এনে এটা উত্তৰেই মাক কমলাই কাকলিৰ পৰা আশাই কৰিছিল সদায় দেখা হওক বা নহওক এনে উত্তৰ নিদিলে মাকে তো তাইক বিশ্বাস নকৰে ! পৰিপূৰ্ণ দৃষ্টিৰে কাকলিক লক্ষ্য কৰি কৰি, প্ৰায় শ্বাসৰুদ্ধ অৱস্থাৰে কমলাই সুধিছে। সুব্ৰত লৰাটো কেনেকুৱা ?"

'মই এতিয়াও বুজিব পৰা নাই ! পাৰিলেই তোমাক মই জনাই দিম"— এইবাৰ কাকলিৰ কান্ধত হাতখন থৈ কঁপা কঁপা মাতেৰে কমলাই কৈ উঠিল, ' চাবি কাকু, আমাৰ যেন সৰ্ব্বনাশ নহয় !'

ইমান বেলি কাকলিৰ লগত যেন এক হিচাবী সন্দিগ্ধ, ভীৰু মাইকী মানুহহে যেন কথা পাতি আছিল। এই প্ৰথম কাকলিয়ে অনুভৱ

কৰিলে যে সন্তানৰ বিপদৰ আশঙ্কাত অস্থিৰ, উৎকণ্ঠিত এই মাতৃ চিৰন্তণ মাতৃ! কমলাৰ হাতৰ পৰশ যেন তাইৰ স্নায়ুৰ ভিতৰেদি গৈ হৃৎপিণ্ড যেন পাইছিলগৈ!

দুয়োহাতেৰে মাকৰ হাতখন ধৰি, বুকুৰ মাজলৈ টানি নিছিল অসহায়া কাকলিয়ে আৰু গম্ভীৰ মাতেৰে কৈ উঠিছিল, "মা, তুমি মোক কিমান কম বয়সৰ পৰাই অকলে অকলে ৰাস্তাত ওলাবলৈ দিছিলা! কেতিয়াবা মই কিবা বেয়া কৰা দেখিছা জানো? মোৰ ওপৰত বিশ্বাস ৰাখিবা— মই এনে কোনো কাম নকৰো যাৰ বাবে তোমালোকে লাজ পাব লগীয়া হব আৰু মোৰো হয়তো আত্মহত্যাৰ পথ বাচি লোৱাৰ বাহিৰে কোনো উপায় নাথাকিব। মনত পৰে কাকলিৰ সেইদিনাই মাক কমলা তাইৰ কোঠাৰ পৰা ওলাই যোৱাৰ পাছত— ভায়েক বিকু তাইৰ কোঠালৈ সোমাই আহিছিল। সি কৈছিল - "হেৰা গুৰু বাইদেউ! কেনে চলিছে তোমাৰ উৰণ ?"—

দিনে-ৰাতি উদণ্ড সেই ঠাইৰ মস্তান লৰাবোৰৰ লগত ফুৰি ফুৰি বিকুৱে ভদ্ৰতা, বিনয় এইবোৰ পাহৰিয়ে পেলাইছে। কপাল চকু কোচ খুৱাই লৈ, বিৰক্তিৰে সৈতে তাৰ ফালে চাইছিল কাকলিয়ে। কোঠাটোৰ একমাত্ৰ বহা চকীখন টানি টানি আনি, তাত বহি লৈ বিকুৱে বায়েকক কৈছিল "খুব উৰিছ বাইদেউ ?"—

"উৰিছ বাইদেউ! সিয়ৰি দিয়াৰ ভংগীতে – কথাকিটা আকৌ কৈ উঠিল কাকলিয়ে, "নীচ, বান্দৰ—এইবোৰ কি কথা কৈছ? যতে ততে ঘূৰি, ধাদহীবোৰৰ লগত আড্ডা মাৰি মাৰি বিকু তই ৰসাতললৈ গলি'— কাকলিৰ বিৰক্তি বা ব্যঙ্গ একোৱেই গাত নালাগিল বিকুৰ। দুই চকু আৰু দুই হাত নচুৱাই নচুৱাই, বিকুৱে কৈ উঠিল— "উৰি ফুৰিলে অ বাইদেউ কম নেকি যে তই ৰতি পেলাই শুই আছ।

যাঃ বোপাই !

চকুমুখ টান হৈ গৈছিল কাকলিৰ। দাঁত ওঠ কামুৰি বিকুলৈ চাইছিল কাকলিয়ে।

বিকু কিন্তু বোৰা নাছিল সিমানতে। কৈছিল— "দুদিন আগতে কাছাৰী-ঘাটৰ ফালে গৈছিলো— ঘপ কৈ চকুত পৰিল বাইদেউ তই সেই মক্কেল টোৰ লগত, পাৰ্কৰ কাষে কাষে ঘূৰি ফুৰিছ।— উঠি ফুৰিছ আকৌ এখন ফৰেইন কাৰত !"

কাকলিয়ে উচপ খাই উঠিল। প্ৰথমতে ভিতৰি ভিতৰি নিজক সঙ্কোচিত কৰি তুলিছিল কাকলিয়ে— ঘটনাটো পূৰা উৰাই দিবলৈকে চাইছিল কাকলিয়ে— কৈছিল, কি বাজে কথাবোৰ কৈছ অ বিকু ?"— কিন্তু এইবাৰ কথা কওতে কাকলিৰ কথাত আৰু আগৰ সেই জোৰটো নাছিল।

"এইবোৰ বাজে কথা হল !— বায়েকলৈ চাই চাই বিকুয়ে কৈ উঠিছিল। "নহয় নো কি ?— অৱশ্যে এই ঘৰৰ কাৰোবাবে কাকলিয়ে ভয় কৰিব নালাগে। কিয়নো ঘৰখন কাকলিৰ পইচাৰেই চলে। ঘৰখনৰ সকলোৱে সেই বাবেই যে কাকলিক মানে সেইটো কাকলিয়ে জানে। কাকলিয়ে কিবা কৰিব খুজিলে বাধা দিয়াৰ সাহস কাৰো নাই !— তথাপি সৰু ভায়েকৰ ওচৰত ধৰা পৰি যোৱাৰ বাবে কাকলিয়ে বৰ অস্বস্তি অনুভৱ কৰিছিল ! নখেৰে কান্ধত আচুৰি আচুৰি কাকলিয়ে কৈ উঠিছিল— দূৰৰ পৰা কাক বা দেখিলি তই ! আৰু এতিয়া মোক হে দোষ দিছহি। বিকুৱে তেতিয়া চকীখনৰ পৰা উঠি, একেবাৰে ককাঁলত হাত দি কাকলিৰ সন্মুখ পালেহি। তাৰপাছত মূৰ ঘূৰাই, বাহাদুৰী শব্দ দি কৈ উঠিল, "মোৰ চকুত দূৰবীন ফিট কৰা আছে অ' বাইদেউ ! মই গেৰাণ্টি দি কৈছো, ফৰেনকাৰ খনত সেই মক্কেলৰ দাঁতত বহি

তুমি যে আছিলা — অন্য কোনো নহয় ?”

কাকলিয়ে উত্তৰ দিয়া নাছিল ।

বিকুৱে আকৌ কৈছিল—' সেই টেৰিফিক গাড়ীখন সেই তাৰেই নেকি অ' বাইদেউ !— চকুকিটা তাৰ তেতিয়া উজ্বলি উঠিছিল !

“কব নোৱাৰো, যা ইয়াৰ পৰা'— তাই ভেকাহি মাৰি দিছিল ।

বিকু কিন্তু গুছি নগল। অলপ যেন চিন্তা কৰি সি কলে, “বাইদেউ এটা কথা কওঁ অ'—

কাকলিয়ে লাহে লাহে মূৰ তুলি ভায়েকলৈ চালে কিন্তু একো নকলে। বিকুৱে তেতিয়া কৈছিল— “তই এইখন ঘৰৰ পৰা ওলাই যা অ' বাইদেউ' !

কাকলি আচৰিত হৈ গৈছিল আৰু বিকুৰ চকুলৈ চাই সুধিছিল'— 'আঁতৰি যাম ? মানে ? - “ইয়াত থাকি কি কৰিবি কছোন বাইদেউ ! দেউতা, মা মই সকলোৱে তো তোৰ ৰসহে চুহিছো। চান্স এটা যেতিয়া পাইছই - সেই মক্কেলটোৰ কান্ধতে ভৰ দি যাগৈ অ' বাইদেউ !”

কাকলি হতবাক হল— অলপ সময়ৰ আগতে যাক বান্দৰ আৰু অসভ্য বুলি গালি পাৰিছিল কাকলিয়ে সেই বিকুৱেই দেখোন এতিয়া গভীৰ সহানুভূতিৰে হে তাইৰ লগত কথা পাতিছে ।— কথাবোৰ যে বিকুৱে বৰ আন্তৰিকতাৰে কৈছে বুজিলে কাকলিয়ে ।

এই একমাত্ৰ ভায়েক বিকুৱে যেতিয়া পঢ়া-শুনা এৰি, স্কুল চিস্কুল এৰি, মস্তান হৈ উঠিল— বস্তিৰ বদমাচ লৰাবোৰৰ লগ হৈ জাহান্নামৰ পথত ভৰিদিলে তেতিয়াৰে পৰা বিকুক ঘিন কৰি আহিছে কাকলিয়ে। পৰাপক্ষত কাকলিয়ে তাৰ লগত কথাই নাপাতে, এৰাইহে চলে। কিন্তু সেই অধঃপাতে যোৱা বিকুৰ অন্তৰতো যে তাইৰ বাবে মমতা আছে, ভাল গুণৰ এটা অংশ আছে— সেয়া কাকলিৰ এটা নতুন আবিস্কাৰ ! কাকলিৰ চকুৰ কোন সেমেকি উঠিছিল— গাটো শিৰশিৰাই গৈছিল।

বিকুৰ হাতত ধৰি, ওচৰতে বহুৱাই কঁপা কঁপা মাতেৰে কাকলিয়ে কৈছিল "চা বাৰু— মই বাৰু এইখন ঘৰ এৰি গুচি যাম। কিন্তু তহঁতৰ কি হব ? দেউতাৰ চাকৰি নাই ? তয়ো বেকাৰ! সংসাৰ খন কেনেকৈ চলিব বাৰু ?"

"গুলি মাৰ এই সংসাৰ চংসাৰ বোৰ বাইদেউ! নিজে বাচিলেহে লোকক বচোৱা। মইতো মস্তান হলোৱেই বাইদেউ, ৰাগন ব্ৰেকাৰৰ দলত সোমাবলৈ ভৰি দাঙিছোৱেই। তাতো যদি একো নহয় তেতিয়া হলে হাতত দেগাৰ চুৰি লোৱাৰ বাহিৰে উপায় নাথাকিব। কিন্তু বাইদেউ, তই বাচছোন! ভালদৰেই মানুহ হৈ বাচি থাক!

কাকলিয়ে তেতিয়া কোনো উত্তৰ দিয়া নাছিল। এক অদ্ভুত আৱেগত তাইৰ অন্তৰখন প্লাবিত হৈ উঠিছিল। হঠাতে বিকুৱে কৈছিল— 'বাইদেউ, তোৰ সেই মক্কেলৰ ঠিকনাটো দেচোন !"

শুনি কাকলি আকৌ উচ্‌প খাই উঠিছিল। ঠিকনা তাই নাজানেও আৰু জনাহলেও নিদিলেহেতেন। বিকুৱে বা তাত কি হুলস্থুল লগায়গৈ! কেৱল মাত্ৰ কাকলিয়ে কৈছিল—' ঠিকনা লৈ কি কৰিবি ?"—

কাকলিৰ মনৰ ভাবটো ধৰিব পাৰিছিল বিকুৱে। সি হাঁহি হাঁহি কৈছিল'— ভয় নকৰিবি বাইদেউ, মোৰ দৰে সকু মানুহ তেওঁৰ ওচৰলৈ গলে তোৰ কেচটো ভাল হে হব !"—

বিকুৰ অত দুষ্টামিৰ মাজতো এই কাণ্ডজ্ঞান দেখি সচাঁকৈ ভাল লাগিছিল কাকলিৰ! তাই মনৰ আনন্দতে তাক সুধিছিল— 'তেনেহলে তোকনো ঠিকনা কেলৈ ?

"দেউতাক ভাল কাপোৰ-কানি পিন্ধাই পঠাই দিম তালৈ। তোমাৰ মক্কেলৰ দেউতাকৰ লগত কথাটো পকা কৰি আহিব— এখন কাগজত এড্ৰেচটো লেখি দেনা বাইদেউ !'

কাকলিয়ে তেতিয়া বিব্ৰত হৈ কৈ উঠিছিল— 'মইতো তেওঁলোকৰ ঠিকনা নাজানো!' তেওঁ কৈছিল খুব সোনকালেই হেনো মোক তেওঁলোকৰ ঘৰলৈ লৈ যাব—

এক অভিজ্ঞ, বয়সীয়াল মানুহৰ দৰেই বিকুৱে কৈ উঠিছিল— 'এইটো কাম তুমি ঠিক কৰা নাই বাইদেউ! তেওঁৰ ঠিকনাটো জনা দৰ্কাৰ; হয়তো তোমাৰ মক্কেল জেণ্টেলমেন তথাপিতো আমি তেওঁৰ সম্বন্ধে একো নাজানো। যদি তেওঁৰ কিবা বেয়া মতলব চতলব থাকে!'—
আজি বিকুৰ গাম্ভীৰ্য্য, দূৰদৰ্শিতা, বিজ্ঞ মানুহৰ দৰে কথাবাৰ্ত্তাই কাকলিক বিস্মিত কৰি তুলিছিল। সেইদিনা এই মস্তান, অধঃপতিত, অসভ্য, নীচ এই ল'ৰাটোৰ ভিতৰৰ পৰা সম্পূৰ্ণ অচিনাকি, এটা মমতাৰে ভৰা কোমল, সহানুভূতি প্ৰবণ মানুহ যেন ওলাই আহিছিল!
এজন মানুহৰ ভিতৰত কত ৰকমৰ মানুহেই যে নাথাকে! কাকলিয়েনো কি উত্তৰ দিব ভাবিবই পৰা নাছিল।

সুব্ৰতৰ ঠিকনাতো যেন কোনো কথায়েই নহয় তেনেকৈয়ে বিকুৱে আকৌ কৈছিল— 'ঠিক আছে বাইদেউ, এড্ৰেচটো বিচাৰি তুমি মূৰ ঘমাব নালাগে— মই তোমাৰ মক্কেলৰ পাণ্ডা উলিয়াই পেলাম। গুৱাহাটীতে যেতিয়া থাকে, তেতিয়া আৰু কত লুকাব? তিনিদিনৰ ভিতৰত এড্ৰেচ উলিয়াই আনিম'—

তিনিদিন নালাগিলেই— ডেৰদিনৰ ভিতৰতে সুব্ৰতহঁতৰ ঘৰৰ এড্ৰেচ বিচাৰি আনিছিল বিকুৱে। চকুকিটা ঘূৰণীয়া ঘূৰণীয়া কৰি ডাঙৰকৈ মেলি সি কৈছিল— 'এইটো কি কেচ্ ধৰিলি অ' বাইদেউ!'—
উদ্বিগ্ন মুখেৰে সৈতে কাকলিয়ে সুধি উঠিছিল—
'কিয় কি হল?'—
"তোৰ মক্কেলৰ কি ঘৰছুৱাৰ অ' বাইদেউ!

দেখিলে তোৰ চকু অমৰা গুটি হব ? তাহাতৰ চাৰি পাঁচখন ফৰেণ কাৰকে আছে।” কৈ কৈ বিকু অতি উত্তেজিত হৈ উঠিছিল আৰু কৈছিল— ‘মোৰ কি মনে ধৰিছে জান বাইদেউ ! কাকলিয়ে অতি উৎসুকতাৰে সুধিছিল— ‘কি ?’— ‘তোৰ সেই মক্কেলৰ নিশ্চয় নোট ছাপা কৰা কাৰখানা আছে’। নহ’লে এনে টেৰিফিক ঘৰদুৱাৰ, ইমান-বোৰ ফৰেণ কাৰ চাৰ হৈছে কেনেকৈ ?”— শুনি কাকলিয়ে কোনো উত্তৰ দিয়া নাছিল।

বিকু কিন্তু ৰোৱা নাছিল— সমানে সি কৈ উঠিছিল—
‘আৰু বহুত খবৰ আনিছো বাইদেউ ! তোৰ সেই মক্কেলৰ বাপেকৰ নাম সুধীৰ ৰঞ্জন বৰুৱা, চন্দ্ৰপুৰ আৰু উত্তৰ গুৱাহাটীত বহুত ফেক্টৰী চেক্টৰী আছে।’— ইয়াৰোপৰি বিকুৱে আৰু বহুতো খবৰ কাকলিক দিছিল। পলিটিকেল পাৰ্টিৰ ডাঙৰ মানুহবোৰ তাহাতৰ ঘৰলৈ নিয়মিত ভাৱে অহাযোৱা কৰে। ইলেক্‌চনত যি প্ৰাৰ্থীৰ জিকাৰ সম্ভাৱনা— নিৰ্ব্বাচনী প্ৰচাৰৰ সময়ত গোপনে তেওঁক টকাও দিযে সুধীৰ বৰুৱাই। এইটো হেনো তেখেতৰ ইনভেচমেণ্ট— পাছত নানাভাৱে ইয়াৰ সুযোগ তেখেতে লৈ থাকে ! কাকলি চমকি উঠিছিল— সুধীৰ ৰঞ্জন বৰুৱাৰ নামতো টো তাই আগতেই শুনিছে। তেওঁৱেই যে সুব্ৰতৰ দেউতাক— সেইটো জনাৰ পাছত ভিতৰি ভিতৰি এটা চেপা উদ্বেগ তাই অনুভৱ কৰিছিল। ইমান ডাঙৰ ধনী মানুহৰ লৰাৰ লগত কোনো যোগাযোগ নোহোৱা হলেই হয়তো ভাল আছিল।

বিকুৱে আকৌ এবাৰ কৈছিল,— ‘বাইদেউ’ তই একো নাভাবিবি— অহা দেওবাৰে দেউতাক সেই সুধীৰ ৰঞ্জন বৰুৱা ঘৰলৈ পঠাই দিম। সেই মক্কেলৰ লগত তোৰ যেতিয়া মোহাব্বত পৰিলেই তেতিয়া আৰু চিন্তা ফিন্তা একো কৰিব নালাগে। বস্তিৰ ছোৱালীৰ লগত ৰজাৰ পুতেকৰ বিয়া ! আই ঐ— কি যে হুলস্থুলীয়া কাৰবাৰ হব অ’ বাইদেউ !

কাকলিয়ে বৰ ব্যস্তসমস্ত হৈ কৈ উঠিছিল, 'নহয়, নহয় বিকু, দেউতাক এতিয়া একো নকৰি। দৌৰাদৌৰি আৰু অলপ দিন যক। - আচলতে সেই মুহূৰ্ত্তটোত কাকলিয়ে সুব্ৰতৰ কথাই ভাবিছিল। সুব্ৰতে তো কথা দিছে! তাইক তেওঁলোকৰ ঘৰলৈ লৈ যাব বুলি। যিমানদিন নিনিয়ে, সিমানদিন কাকলিয়ে অপেক্ষা কৰিব খুজিছিল।

কাকলিৰ মুখ, চকুত এনে এটা অভিব্যক্তি ফুটি উঠিছিল যে অলপ সময় থমকি গৈছিল বিকু। সি কৈ উঠিল— 'অল ৰাইট! বাইদেউ তোৰ পৰা চিগনেল নাপালে মুখত তলা মাৰি থম।'—

কাকলিয়ে সতৰ্কভাৱে কলে— 'সুব্ৰতৰ কথাটো কিন্তু অন্য কাকো নকবি দেই বিকু!'—
"তই মোক কি বুলি ভাৱ বাইদেউ!— নিজৰ মূখত আঙুলী দি সি কলে— এইটোৰ ভিতৰত খালী স্ক্ৰুপ আয়ৰণ আছে বুলিহে ভাৱ নেকি? আকৌ কাকলি অতি আচৰিত হৈ গৈছিল। বিকুৱে এইবাৰ আকৌ কলে— আই ঔ বোপাই, মই কিবা সকলোকে ঢোল পিটি শুনাম নেকি যে বাইদেউৰ প্ৰেম একেবাৰে হেভী গাতত পৰিছে! তোৰ প্ৰেষ্টিজ নাই জানো বাইদেউ!"

এইভাৱেই প্ৰায় ডেৰ/দুই মাহ কাটি গল। তাৰ পাছতে কাকলিৰ হঠাতে ৰিহাবাৰীৰ টিউচনটো হাতৰ পৰা গুচি গৈছিল। যি ছোৱালীজনীক পঢ়ুৱাইছিল কাকলিয়ে, তাইৰ দেউতাক মাত্ৰ সাতদিনৰ নটিচতে মাদ্ৰাজলৈ বদলী হৈ গ'ল। অৱশ্যে সেইটোৰ বাবে কাকলিৰ সিমান ক্ষতিও হোৱা নাছিল।

ছাত্ৰীৰ দেউতাকে যিদিনা কাকলিক নিজৰ ট্ৰান্সফাৰৰ কথা কলে তাৰ পাছদিনাই কাকলিয়ে উলুবাৰীৰ ওচৰতে আৰু এটা টিউচন পাই

গৈছিল। সেয়ে এতিয়া আৰু ৰিহাবাৰী নহয় বৰঞ্চ উলুবাৰীলৈহে যাব লাগিছিল কাকলি। অসুবিধাটো যি হৈছিল সি হৈছে এতিয়া তাইৰ সুব্ৰতৰ লগত যোগাযোগটো ছিন্ন হৈ গৈছিল। আগে ৰিহাবাৰীৰ টিউচনটো শেষ কৰি, কাষৰ বাচষ্টেণ্ডতে সুব্ৰতলৈ অপেক্ষা কৰিছিল কাকলিয়ে— কিন্তু এতিয়া উলুবাৰীৰ পৰা ইমান দূৰলৈ যোৱাৰ কোনো প্ৰয়োজনেই নাছিল। অৱশ্যে এদিন পঢ়াবলৈ নগৈ আকৌ ৰিহাবাৰীলৈ গৈ সুব্ৰতৰ সৈতে দেখা কৰিব পাৰিলেহেঁতেন কাকলিয়ে·· সুব্ৰতক হয়তো কব পাৰিলেহেঁতেন যে ৰিহাবাৰীৰ সলনি উলুবাৰীৰে কোনোবা এডোখৰ ঠাইলৈ গুচি আহি অপেক্ষা কৰে সুব্ৰতে -- কিন্তু নতুন টিউচন— সংসাৰ ধনৰ দায়িত্ব— কাকলিয়ে নতুন টিউচনত সোমায়েই খতি কৰিবলৈ সাহ গোটাব নোৱাৰিলে।— এনে কৰিলে নতুন ছাত্ৰীৰ মাক দেউতাকে যে অসন্তোষ পাব সেইটো বুজিছিল কাকলিয়ে।

সুব্ৰতৰ সৈতে আকৌ কেনেকৈ যোগাযোগ কৰিব ভাবি কোনো উৱাদিহ পোৱা নাছিল কাকলিয়ে। অৱশ্যে বিকুৱে তেওঁলোকৰ ঠিকনা জোগাড় কৰি আনি দিছেহি তালৈ কাকলিয়ে চিঠি পঠাব পাৰে - কিন্তু সেই চিঠি যদি সুব্ৰতৰ হাতত নপৰি অন্যৰ হাতত পৰে!— তাৰোপৰি চিঠি পালে সুব্ৰতেও যদি বেয়া পায়— তেওঁতো এড্ৰেচ দিয়া নাছিল কাকলিক! নিশ্চয় চিঠি পালে সুব্ৰতে ভাবিব কিবা গোৱেন্দা লগাই হে কাকলিয়ে এড্ৰেচ বিচাৰি লৈ চিঠি দিছে। — ফলত কাকলিৰ প্ৰতি তাৰ ধাৰণা স্বাভাৱিকতেই বেয়া হৈ যাব।

আৰু কিছুদিন যোৱাৰ পাছত, এদিন দেওবাৰৰ দুপৰীয়া কাকলিয়ে ঠিক কৰিলে যে নীলকান্ত বৰুৱা পথত থকা 'এমাৰেল্ড হাউচৰ' আগেদি কাকলিয়ে কেইবাৰমান অহাযোৱা কৰি থাকিব। —হঠাতে কিজানি সুব্ৰতৰ সৈতে দেখাদেখি হৈয়ে যায়—এয়াই কাকলিৰ উদ্দেশ্য। —দেখা

হলে অৱশ্যে কাকলিয়ে অলপ অভিনয় কৰিব লাগিব। সুব্ৰতক তাই জনাই দিব যে এটা জৰুৰী কামৰ বাবে তাই সেইফালে গৈছিল। সেইটো ৰাস্তাতে সুব্ৰতহঁতৰ ঘৰ বুলি তাই অবাক হোৱাৰ ভাও ধৰিব, ইত্যাদি ইত্যাদি। মনে মনে কাকলিয়ে কেবাবাৰো এই অভিনয়খিনি ৰিহাৰ্চেল কৰি লৈছিল। দেখা হোৱাৰ সম্ভাৱনা অতি কম যদিও, কাকলিয়ে এটা সুবিধা গ্ৰহণ কৰিবলৈ বিচাৰিছিল।

সেই দিনটোৱে কাকলিক নানাভাৱে বহুতো সুযোগ আৰু সুবিধা আনি দিছিল। দেউতাক আৰু মাক দুয়ো কামাখ্যালৈ গৈছে'— তাত কিবা এটা উৎসৱ— ঘূৰি আহোতে প্ৰায় গধূলীয়ে হ'ব। বিকুও ঘৰত নাছিল- বন্ধুৰ লগত চিলঙলৈ ফুৰিবলৈ গৈছে, দুদিনমান থাকিব! কাষৰ ভাড়া ঘৰৰ প্ৰায় কিঘৰ মানুহেই কোনোৱে বিয়া, কোনোৱে সকামলৈ গৈছে। অৱশ্যে বিহাৰী মানুহ ৰাম নাৰায়ণ গুপ্তাহঁত আছিল। ৰাতিপুৱাৰে পৰা প্ৰায় ১২ মান বজালৈকে দোৰ্ঘোৰ খাটি প্ৰায় আবেলিলৈকে শুই থাকে। নিঃসন্তান গুপ্তাৰ পৰিবাৰেও আৰু একো কৰিবলৈ নাই বুলি শুয়ে থাকেগৈ। মুঠতে গোটেইখন সুদা সুদা আছিল সেইদিনা!

দুপৰীয়া খাই বই আজৰি হৈ বেছ ভাল ধুনীয়া ৰঙৰ মেখেলা চাদৰযোৰ পিন্ধি, পাৰিপাটীকৈ মূৰ আচুৰি, গাত অলপ চেন্টলৈ, ঘৰৰ দুৱাৰত তলামাৰি ঘৰৰ পৰা ওলাই গৈছিল কাকলি। তেওঁলোকৰ সকলোৰে হাতে হাতে চাবি— মা দেউতা যদি কিবা কাৰণত কামাখ্যাৰ পৰা সোনকালে ঘূৰিও আহে তথাপি একো অসুবিধা নহয়— নিজৰ চাবিৰে ঘৰত সোমাব পাৰিব।

ঘৰ পিছলৈ পেলাই, কথ্মপি মাণিক কাকতি পথটো পাৰ হৈছিলেই কাকলিয়ে—হঠাতে নিজে কৰ নোৱাৰাকৈয়ে বৈ গৈছিল কাকলি-ৰাস্তাটোৰ সিফালৰ পৰা সুব্ৰত আহি আছে এই ফাললৈ। প্ৰথমতে নিজৰ চকুকে

বিশ্বাস হোৱা নাছিল কাকলিৰ! পাছ মুহূৰ্ত্ততেই আশ্চৰ্য্য এক আৱেগৰ জোৱাৰ তাইৰ হৃৎপিণ্ডৰ পৰা যেন গোটেই শৰীৰলৈ বৈ যাবলৈ ধৰিলে। কাকলিয়ে বুজি পাইছিল যে এই আধা আধি চিনা, বস্তুতেই নিচিনা— এই অচিনাকী যুৱকজনক তাই নিজৰ অজ্ঞাতিতেই ভাল পাই পেলাইছে !! অল্প সময়ৰ পাছতেই সুব্ৰত আহি কাকলিৰ কাষ পালেহি। সুব্ৰতই কৈছিল — 'ইয়ে বাম— কৰবালৈ যোৱা নেকি? আৰু একমিনিটো দেৰী হোৱা হলে তোমাৰ লগত দেখাই নহলহেঁতেন!

সুব্ৰতক দেখি আৰু লগ পাই বৰ ভাল লাগি গৈছিল কাকলিৰ। কিবা এটা বুজিব নোৱাৰা মুখৰ অনুভূতিয়ে যেন তাইক আচ্ছন্ন কৰি পেলাইছিল! তাই কলে, 'বলা, ঘৰলৈ যাওঁ'—

'তুমি ছাগে কিবা কামতে ওলাই আহিছিলা নহয়?'

"তেনে কোনো জৰুৰী কাম নহয় — বলা, ঘৰলৈকে যাওঁ'—

ঘৰৰ ফাললৈ গৈ থাকোতে থাকোতে সুব্ৰতই কাকলিক সুধিছিল, 'তুমি আজিকালি ৰিহাবাৰীৰ সেই বাচ-ষ্টেণ্ডৰ কাষলৈ নাহা কিয়? মোৰ ওপৰত কিবা খণ্ড চণ্ড উঠিছে নেকি?—

ৰিহাবাৰীৰ বাচষ্টেণ্ডৰ কাষলৈ নোযোৱাৰ কাৰণটো বুজাই দিছিল সুব্ৰতক। তেতিয়া সুব্ৰতই কৈছিল,— অ' এই কথা! মইতো একোকে নাজানো'—

"জনাম কেনেকৈ কোৱাচোন! তুমি জানো মোক তোমাৰ এড্ৰেচ দিছা?— বিব্ৰত হৈ সুব্ৰতই উত্তৰ দিছিল, 'সেইটো অৱশ্যে ঠিক। তোমাক এটা ফ'নৰ নম্বৰ দিম। এইবাৰৰ পৰা প্ৰয়োজন হলে দুপৰীয়া কেতিয়াবা তালৈ ফ'ন কৰিবা'—

'বা--ৰু— কাকলিয়ে মূৰ জোকাৰি শলাগিছিল। সুব্ৰতই অকমান ভাবি আকৌ কলে, 'তোমাৰ লগত যে কিমানদিন দেখা হোৱা নাই— মোৰ বৰ বেয়া লাগিছিল— সেইকাৰণেহে ভাবিলো তোমালোকৰ ঘৰলৈকে আহো'—

কাকলিয়ে মনে মনে কলে— 'মোৰো তো বেয়া লাগিছিল। সেয়ে তোমাক বিচাৰি ওলাই আহিছিলো'— পিছে কাকলিয়ে মুখেৰে একো নকলে।

সুব্ৰতই আকৌ কলে, "উলুবাৰীত কিমান দেৰী পঢ়ুওৱা? পাঁচ, চাৰে পাঁচলৈকে পঢ়াও'—

'তেনেহলে ছটাৰ সময়ত কাছাৰী ঘাটৰ কাষলৈ আহিব পাৰিবা'-

"আহিবা"— কাকলিৰ চমু উত্তৰ।

—দুয়ো ঘৰলৈ ঘূৰি আহি, কাকলিয়ে সুব্ৰতক নিজৰ কোঠালৈ লৈ গৈছিল— আৰু কৈছিল, 'দুই মিনিট বহা দেই— মই আহিছো -

"নিশ্চয় মিঠাই চিঠাই আনিবলৈ যোৱা নহয়নে?—

সেই ইচ্ছাই আছিল কাকলিৰ - তাই কলে, 'এই মানে'—

'মানে চানে নালাগে— এইমাত্ৰ ভাত খাই আহিছো। মিঠাই চিঠাই আনিব নালাগে'—

তেন্তে চাহ কৰি আনো'—

'নেলাগে, চাহো নেলাগে— প্লীজ তুমি বহানা'— প্ৰায় জোৰ কৰিয়ে কাকলিক বহুৱাই দিলে সুব্ৰতে। তাৰপাছত কলে— 'ঘৰখন দেখোন একেবাৰে চুপচাপ — কোনো নাই নেকি?

"নাই'—

তাৰপাছত মা-দেউতা, বিকু, ওচৰৰ ভাৰাতীয়া মানুহ কোন কলৈ গৈছে সকলো খবৰ দিলে সুব্ৰতক কাকলিয়ে—

সেই দুপৰীয়াটো চাৰিওফাল আশ্চৰ্য্যজনক ভাৱে নিজান, নিৰ্জন হৈ আছিল। বাহিৰত, ওখ ওৱালৰ ওপৰত পৰি, নিমগছজোপাৰ ডালত এযোৰ শালিকাই অনবৰত কিচিৰ মিচিৰ কৰি আছিল। কৰবাৰ পৰা যেন ভুই থকা অৱস্থাতে কাউৰী এটাই কা কা কৈ মাতি আছিল। এই শালিকাৰ কিচিৰ মিচিৰ আৰু দুপৰীয়াৰ কাউৰীৰ কৰ্কশ মাত যেন

দুপৰীয়াৰ নির্জনতাক আৰু বঢ়াই তুলিছিল। আকাশ বুকুত কিছুমান মেঘৰ চপৰা ইফালে সিফালে উৰি ফুৰিছিল।— মিহি দানাৰ নিচিনা, বৰষুণৰ টোপালবোৰ বোকোচাত বান্ধি বতাহজাক বৈ গৈছিল লাহে লাহে।

মুখামুখিকৈ বহি কথা পাতি থাকোতে থাকোতে কি যেন হৈ গৈছিল কাকলি আৰু সুব্রত সেইদিনাৰ স্তব্ধ নির্জন দুপৰীয়াই যেন অনিবার্য্য নিয়তিৰ নিচিনাকৈ দুটি যুৱক-যুৱতীৰ পৰস্পৰৰ খুব কাষলৈ টানি লৈ আহিছিল— ঘটাই দিছিল এক আশ্চর্য্য মেজিক!

এটা সময়ত আধাচেতনা, আধা জাগ্রত অৱস্থাতে কাকলিয়ে গম পাইছিল তাই আৰু সুব্রত, তাইৰ বিছনাখনতে ওচৰাওচৰিকৈ শুই আছে আৰু দুয়োজনৰ শৰীৰ কি এক অপ্রাস্ত নিয়মতে যেন গলি গলি মিলি গৈছে।— অস্পষ্টভাৱে কাকলিয়ে অনুভৱ কৰিছিল—দুটি শকত ওঠৰ পৰশ আৰু সেই পৰশে যেন তাইৰ ওঠৰো সকলো নির্য্যাস শুহি নিছে—

কিমান দেৰী পাছত কব নোৱাৰি—দুটা শৰীৰ বিচ্ছিন্ন হৈ গৈছিল। তাৰ পাছতো বহুতো সময় এক অপৰিসীম সুখানুভূতিত শৰীৰৰ সমস্ত স্নায়ু যেন বহুপৰলৈ আচ্ছন্ন হৈ পৰিছিল কাকলিৰ! —কিন্তু হঠাতে যেন আচ্ছন্নতাৰ ঘোৰটো কাটি গৈছিল কাকলিৰ—হঠাতে চমক খাই তাই বিছনাতে উঠি বহিছিল—আৰু শ্বাসৰুদ্ধ হৈ যোৱাৰ দৰে মেখেলা চাদৰ টানি টুনি, দুইহাতে মুখ গুজি হঠাতে তাই উচুপি উচুপি কান্দি উঠিল।

তাইৰ পিঠিত এখন মৰম কোমল হাত থৈ সুব্রতই সুধিছিল— 'কান্দিছা কিয়?'

কাকলিৰ কান্দোন কিন্তু বন্ধ হোৱা নাছিল। উদভ্রান্তৰ দৰে মূৰ জোকাৰি জোকাৰি তাই খালি কৈছিল, এয়া মই কি কৰিলো — এয়া মই কি

কৰিলো ?— লাহে লাহে কাকলিৰ পিঠিত হাত বুলাই বুলাই সুব্ৰতই কৈছিল 'ইমান ভাঙি পৰিছা কিয় ? যি হল তাততো অস্বাভাৱিক একো নাই ! ফোৰ্বাইট নেচাৰাল'—

ভয়ে ভয়ে কাকলিয়ে সুধিছিল—'যদি কিবা হৈ যায়'—

'হলে বাক দেখা যাব। ইমান নাৰ্ভাচ নহবা। স্মাইল—হাঁহা—হাঁহা—

তাৰ পাছত কাছাৰীঘাটৰ আশে পাশে প্ৰায়ে সুব্ৰত আৰু কাকলিৰ দেখা হৈ থাকিবলৈ ধৰিলে। দিনবোৰ যেন পাখি লগা কাড়ঁৰ দৰেই উৰি গৈছিল ! !—

o o o o o

তিনিমাহমানৰ পাছত হঠাতে এদিন গা ধুবলৈ গৈ, কাকলি মূৰ ঘূৰাই পৰি গৈছিল । লগতে হৰ্‌ হৰ্‌কৈ বমি— গোটেই শৰীৰ বমিৰে ভৰি পৰিছিল ।

কমলাই ৰান্ধনিঘৰৰ পৰা দৌৰি আহি কাকলিৰ হাত ভৰি মুখ ধুৱাই মেলি, কাপোৰকানি সলাই কোঠালৈ আনি বিছনাত শুৱাই দিছিলহি। প্ৰথমতে কমলাই ভাবিছিল— খোৱাবোৱাৰ কিবা গোলমাল বা বদহজম হৈছে কাকলিৰ কিন্তু অলপ সময়ৰ পাছত মাকৰ অভিজ্ঞ চকুৱে যেন কাকলিৰ চকু মুখত কিবা বিচাৰিবলৈ ধৰিলে । খুব উদ্বিগ্ন যেন লাগিছিল কমলাক । মাকৰ মুখলৈ চাব পৰা নাছিল কাকলিয়ে । তাই অন্যকালে মুখ ঘূৰাই মাকৰ দৃষ্টিৰ পৰা নিজকে আঁতৰাই ৰাখিবলৈ চেষ্টা কৰিছিল ।

তাৰ ভালেমান বেলিৰ পাছত মাক কমলাৰ যেন সমস্ত শৰীৰ জুৰমুৰকৈ ভাঙি কাকলিৰ কাষতে যেন পৰি গৈছিল । মাক কমলাৰ মুখৰ পৰা তেজবোৰ যেন নাইকিয়া হৈ শেঁতা পৰি গৈছিল । দুই হাতেৰে কাকলিক গৰামাৰি ধৰি, কঁপা কঁপা মাতেৰে কৈ উঠিছিল— 'কোনে আমাৰ ইমান ডাঙৰ ক্ষতি কৰিলে ?'

তৎক্ষণাৎ এক মুহূৰ্ত্তৰ বাবে মাকৰ মুখলৈ চাই কাকলিয়ে তৎক্ষণাৎ তলমূৰকৈ গাকত মূৰটো গুজি দিছিল। প্ৰথম মাহত কাকলিয়ে একো বুজাই নাছিল কিন্তু দ্বিতীয় মাহৰ পৰা যেন অলপ অলপকৈ কিবা এটাৰ সংকেত যেন নিজৰ গাতে কাকলিয়ে পাবলৈ ধৰিছিল। বিবাহিতা দুইএজন বান্ধবীৰ মুখত এনেবোৰ হোৱা কথা কাকলিয়ে বহুত শুনিছে। নিজৰ দেহতো এতিয়া তাৰে দুইএটা লক্ষণ কাকলিয়ে দেখিবলৈ পালে।

উশাহ দীঘলকৈ টানি মাক কমলাই চেপা মাতেৰে আকৌ সুধিছিল কাকলিক— 'ক, মনে মনে আছ কিয় ? ক আকৌ'।—

কাকলিয়ে গাকৰ পৰা মুখ তোলা নাছিল কিন্তু লাহেকৈ মূৰটো দাঙি এবাৰ মাত্ৰ সুব্ৰতৰ নামটো উচ্চাৰণ কৰিছিল তাই।

খুব কিন্তু অবাক হোৱা নাছিল কমলা। এইটো যেন তেখেতে জানি-ছিলেই। তথাপিও ভয়াৰ্ত্ত মুখেৰে মাক কমলাই কৈ উঠিছিল,—

'কি হব এতিয়া ? সুব্ৰতই কিবা কৈছেনে ?'

'ভাবিবলৈ মানা কৰিছে !'—

'বিয়াবাৰুৰ কথা কিবা কৈছে !'

'ওহো, কোৱা নাই !

'শেষত যদি আতৰি যায় !'

কাকলিয়ে উত্তৰ দিয়া নাছিল।

তাৰ পাছত কিবা ভাবি মাকে পুনৰ কৈ উঠিছিল,

'তোৰ দেউতাৰক বাক সুব্ৰতহঁতৰ ঘৰলৈ পঠামনেকি ?'

'আৰু অলপদিন থকচোন'— কাকলিয়ে উত্তৰ দিছিল।

'আৰু দেৰী কৰিলে মানুহৰ আগত আৰু মুখ দেখুৱাব নোৱাৰিবি কাকু !'— অলপ সময় চুপচাপ — তাৰ পাছত কমলায়ে আকৌ কৈ উঠিল—

'সুব্ৰত জানো এতিয়া আমাৰ ইয়ালৈ আহিব ?'

সেই যে কাকলিক বিচাৰি, সুব্ৰত মাণিক কাকতী পথৰ এই ঘৰলৈ দ্বিতীয়বাৰ আহিছিল—তাৰ পাছৰে পৰা সুব্ৰত মাজে মাজে আহিয়ে আছিল। সেয়ে কাকলিয়ে উত্তৰ দিলে— 'আহিব পাৰে। মোক কিন্তু একো কোৱা নাই।'

কমলাই তেতিয়া কৈছিল, আৰু দুই চাৰিদিনৰ ভিতৰত সুব্ৰত ইয়ালৈ নাহিলে, তোৰ দেউতাৰক তাহাঁতৰ ঘৰলৈ পঠাবই লাগিব। —তাত আৰু মই কাৰো কোনো আপত্তি নুশুনো! —চিৰদিন ভীৰু মাতৃ কমলাক সেই মুহূৰ্ত্তত ভীষণ জেদী আৰু অচল অটল যেন লাগিছিল। - সদায় সকলো সময়তে ভয়ত কোচ খাই থকা কমলা যেন এয়া নহয়— এয়া দৃঢ়মনৰ বেলেগ কমলাহে। সুব্ৰতনো কেতিয়া আহিব তালৈ বাট চাব লগা নহলেই - তাৰ পাছদিনাই সুব্ৰত ওলালহি।

আগৰ দিনা হঠাতে অসুস্থ হৈ পৰা বাবে কাকলিয়ে আৰু উলুবাৰীৰ ছাত্ৰী পঢ়াবলৈ যাব পৰা নাছিল। সন্ধ্যাবেলিকা উলুবাৰীৰ বাচষ্টেণ্ডৰ কাষত কাকলিলৈ ৰৈ ৰৈ আমনি লগাত, কি ভাবি জানো মাণিক কাকতি পথৰ এই ঘৰটোলৈ গুচি আহিল। বাহিৰত দুৱাৰত টুকুৰিয়ালত কাকলিৰ দেউতাক ভোলা ভূঞাঁই দুৱাৰখন খুলি সুব্ৰতক ভিতৰলৈ লৈ গৈছিল। অন্যদিন সুব্ৰত আহিলে ভোলা ভূঞা বা কমলাই তেওঁক চিধা কাকলিৰ কোঠালৈকে পঠাই দিয়ে — আজি কিন্তু নিদিলে আৰু ভোলা ভূঞাঁই কলে, 'তোমাৰ লগত এটা জৰুৰী কথা আছে সুব্ৰত— আহা'। সুব্ৰত ৰীতিমতেই বৰ আচৰিত হৈ পৰিছিল আজি। আচৰিত হৈ ভোলা ভূঞাঁৰ মুখলৈ চাইছিল সুব্ৰতে! ভোলা ভূঞাঁৰ মুখত আজি চেপা ক্ষোভ, অসন্তোষ আৰু কি যে আছিল, সুব্ৰতই ধৰিব নোৱাৰিলে। এটা কথা কিন্তু গম পাইছিল সুব্ৰতে যে আজিৰ ভোলা ভূঞাঁ আনকালৰ ভোলা ভূঞাঁ নহয়। যি জন মানুহে জীয়েকৰ অৰ্জনত

জীয়াই থকাৰ গ্লানিত সদায় কোচ খাই থাকে — আজিৰ এয়া ভোলা ভুঞা যেন সেইজন নহয়! —কিয় জানো সুব্ৰতৰ বৰ অস্বস্তি লাগিছিল। ভোলা ভুঞাই সেইদিনা সুব্ৰতক লৈ গৈ নিজৰ কোঠাত বহুৱাইছিলগৈ। এখন হাত ভঙা চকীত সুব্ৰতক বহুৱাই, তাৰ সম্মুখা সম্মুখীকৈ বহি বহি কৈছিল, — ' আজি কালিৰ ভিতৰতে তুমি নহা হলে ময়েই তোমালোকৰ ঘৰলৈ গলোহেঁতেন! হঠাৎ যেন বৰ নাৰ্ভাচ হৈ পৰিছিল সুব্ৰত! কৈছিল—কিয় কওকচোন!—কণ্ঠস্বৰ কিন্তু স্বাভাৱিক নাছিল সুব্ৰতৰ - মাতটো ভীষণ কঁপিছিল!

ইফালে কাকলি আকৌ নিজৰ কোঠাত শুই আছিল আৰু শুই শুইয়েই তাই গম পাইছিল সুব্ৰত আহিছে। বহুতদেৰী অপেক্ষা কৰাৰ পাছতো যেতিয়া সুব্ৰত তাইৰ কোঠালৈ নাহিল তেতিয়া কাকলিয়ে লাহে লাহে বিছনাৰ পৰা উঠি বাহিৰলৈ ওলাই আহিল! —লগে লগে কাকলিয়ে কাষৰ দেউতাকৰ কোঠাত দেউতাক আৰু সুব্ৰতৰ মাত শুনিবলৈ পাইছিল! তাৰোপৰি কাকলিয়ে দেখিছিল সেই কোঠাৰ দুৱাৰ মুখত কিবা যেন শ্বাসৰুদ্ধ হৈ থিয় হৈ আছে কমলা। নিজে কব নোৱাৰাকৈয়ে তাই গৈ মাকৰ কাষত থিয় হৈছিলগৈ— তাৰ পৰা সুব্ৰত আৰু দেউতাকক তাই স্পষ্টকৈ দেখিছিল।

দেউতাকে তেতিয়া কৈছে, 'আমাৰ পৰিয়ালটোক মোক লজ্জাৰ হাতৰ পৰা বচাবলৈ'—সুব্ৰতে সুধিছিল, 'আপোনাৰ কথা মই ভালকৈ বুজিব পৰা নাই। 'কাকুৱে তোমাক একো কোৱা নাই?'

কাকলিৰ ঘৰত মতা নাম যে কাকু—সেইটো ইমান দিনে জানি গৈছে সুব্ৰতই।

'লাজতে ছাগে তাই কোৱা নাই। কিন্তু মইতো জানি শুনি মুখ বন্ধ কৰি থাকিব নোৱাৰো। —একে উশাহে কথাখিনি কৈ অলপ উশাহ লবলৈ

বৈছিল ভোলা ভূঞাঁই। তাৰ পাছত আকৌ তেওঁ কৈ উঠিল—কাকলি এতিয়া অন্তঃসত্বা, তোমাৰ সন্তান তাইৰ গাত— মুহুৰ্ত্তত সুব্ৰতৰ মুখখন তেজ নাইকিয়া বগা, শেঁতা হৈ পৰে। গল গলকৈ ঘামিছে গোটেই গা। ভঙা ভঙা দুৰ্ব্বল মাতেৰে সুব্ৰতই কৈ উঠে—'আপুনি এইবোৰ কি কৈছে?' 'ঠিকেই কৈছো'— ভোলা ভূঞাঁই পোনে পোনে সুব্ৰতৰ চকুলৈ চাই পঠিয়াইছিল।

সুব্ৰতে চকু নমাই নিছিল— ঘামত তেতিয়া তাৰ কামিজ-চামিজ চব তিতি গৈছে। পুৰণা ঘৰৰ, সেই সৰু কোঠাটোত সুব্ৰতৰ যেন উশাহ বন্ধ হৈ যাব এতিয়া!

ভোলা ভূঞাই আকৌ কৈ উঠিছে— 'চোৱা বোপাই! মানুহৰ শৰীৰত তো কাম প্ৰভৃতি থাকেই, সাময়িক উত্তেজনাত মানুহে কিবা কৰি ভোলাব— এইটো একো অস্বাভাবিক কথা নহয়! তাৰোপৰি আমাৰ তো যুৱক-যুৱতীৰ ঘিউ আৰু জুই বুলি কোৱাই হয়। যি হবৰতো আছিল হয়েই গ'ল— এতিয়া তুমি ক'ৰু অ'ৰু তাইৰ সন্তানৰ দায়িত্ব লব লাগিব--

— দুৱাৰ মুখত থিয় হৈ দেউতাকৰ কথাবোৰ যিমান শুনিছিল কাকলিয়ে সিমানে তাই আচৰিত হৈ গৈছিল। ভীৰু, বেকাৰ, ছোৱালীৰ পইচাৰে সংসাৰ চলাই জীয়াই থকা এজন অপদাৰ্থ মানুহৰ দৰে নহয়— এজন ব্যক্তিত্ব সম্পন্ন, দায়িত্বশীল পিতাৰ দৰে কথা কৈছিল ভোলা ভূঞাই! ফলত দেউতাকৰ প্ৰতি শ্ৰদ্ধাত মূৰ দো খাই গৈছিল কাকলিৰ। লগে লগে তাইৰ মনত তীব্ৰ উৎকণ্ঠাবো সৃষ্টি হৈছিল। ভোলা ভূঞাই যেনেকৈহে কথাবোৰ কৈছে এতিয়া সুব্ৰত অসন্তুষ্ট নহলেই হয়—
— এই প্ৰতিক্ৰিয়া দেয়া হলে কাকলিয়ে যে কি বিপদতে পৰিব নালাগিব! সুব্ৰতৰ মুখলৈ চাই এনে লাগিছিল, যেন সি এটা অটল পানীৰ দুদৰ

কাৰত হে থিয় হৈ আছে আৰু ভোলা ভূঞাই যিকোনো মুহূৰ্ত্তত তাক গতা মাৰি পানীলৈ পেলাই দিব। এটা ভয়াৰ্ত্ত শুকান মাতেৰে সুব্ৰতই কৈ উঠিছিল, 'মোক অলপ ভাবিবলৈ দিয়ক !—

'ভবা চিন্তাৰ আৰু সময় নাই সুব্ৰত! আগদিনা যেনেকৈ যিভাৱে কমলাই কাকলিক কৈ গৈছিল ঠিক অবিকল তেনে ভাৱেই ভোলা ভূঞাই সুব্ৰতক কৈ গৈছিল, তুমিটো জানাই সুব্ৰত আমি কিমান দুখীয়া মানুহ!— তথাপিওতো আমাৰ আত্মসম্মান বোলা এটা কথা আছে। তুমি যদি দয়া নকৰা— সেয়াতো যাবই— তাৰোপৰি কলঙ্কিতা হৈ ছোৱালীজনীয়ে মৰিব লাগিব'— লগে লগে উত্তৰ দিয়া নাছিল সুব্ৰতে— ভালেখিনি সময়ৰ পিছত কৈছিল— 'ঠিক আছে, মই ঘৰলৈ গৈ মা-দেউতাৰ লগত কথা পাতোগৈ !'—

"সেই কথা আমি কেতিয়া গম পাম !'

"কালিলৈ'—

"তুমি আহিবা ?

'হয়'—

তাৰ পাছত আৰু তেওঁলোকৰ মাজত কোনো কথা হোৱা নাছিল। মূৰ তল কৰি সুব্ৰত কোঠাটোৰ পৰা ওলাই আহিছিল আৰু দুৱাৰ মুখতে কমলা আৰু কাকলিক দেখি থমকি ৰৈ যায়।

কাকলিয়ে তেতিয়া মাতিছিল সুব্ৰতক—'আহা, মোৰ কোঠালৈ'—

সুব্ৰতই মূৰ জোকাৰি কৈছিল— 'ওহো, আজি নহয়— কাকলিহঁতৰ কাষেদিয়ে সন্মুখৰ ফালে আগবাঢ়ি গৈছিল।

কাকলি সুব্ৰতৰ পাছে পাছে গৈ থাকে, কৈ থাকে, 'দুইমিনিট বহি যোৱা। তোমাৰ লগত মোৰ বহুত কথা আছে'—

'আজি মোক ক্ষমা কৰা কাকলি! প্লীজ'— পাছলৈ আৰু এবাৰো

উলটি নাচাই, কাকলিলৈয়ো এবাৰ নেচাই— মানিক কাকতি পথেদি থৰ নোহোৱাকৈ, থৰক বৰক খোজেৰে গুচি গৈছিল সুব্ৰত !

O O O O O

পাছৰ দিনা সুব্ৰত নাহিল— তাৰ পাছদিনাও নাহিল ।— আনকি দহ দিনো পাৰ হৈ গল —সুব্ৰত আৰু নাহিল ।— আনকি কাছাৰী ঘাটলৈ আহি এদিন নৰলহি কাকলিৰ বাবে ।

—উৎকণ্ঠাত, ভয়ত, সামাজিক অসন্মানৰ আশঙ্কাত কাকলিহঁতৰ গোটেই পৰিয়ালটো যেন উশাহ-নিশাহ বন্ধ হে হৈ যাব ! কাকলিৰ শৰীৰৰ ভ্ৰূণ যিমানেই দিনে দিনে বাঢ়িছিল সিমানেই দুচিন্তা আৰু উদ্বেগ যেন দোপতদোপে বাঢ়ি গৈছিল ।

দহদিন পাৰ হৈ যোৱাৰ পাছত এদিন ভোলা ভূঞাই কৈছিল— 'সি আৰু নাহে !'

ভোলা ভূঞাৰ কথাবোৰে যেন বজ্ৰাহতে বিস্ফোৰণ ঘটাইছিল ! কাকলিয়ে বিমূঢ়ৰ দৰে দেউতাকৰ মুখলৈ চাই মূৰ তললৈ নমাই নিছিল ! ভোলা ভূঞাই দাঁত ওঠ কামুৰি কৈ উঠিছিল, 'বিশ্বাসঘাতক— পশু কৰবাৰ !'—

দেউতাকে খঙত যিহকে নকওক, কাকলিয়ে কিন্তু সুব্ৰতক ইমান তললৈ নমাব খোজা নাছিল— তাইৰ মনটোৱে মনা নাছিল । তাই তেতিয়াও দৃঢ়ভাৱে ভাবি আছিল, সুব্ৰতই নিশ্চয় ভাল খবৰ লৈ ওলাবহিয়েই'— নিশ্চয় মাক-দেউতাকক বুজাওতে অলপ সময় লাগিছে । অতি সহজে কোনোবাই জানো এনে কথা মানি লব পাৰে ! কমলা ওচৰতে থিয় হৈ আছিল— এইকিটাদিন নাখাই, নবৈ, নুশুই—প্ৰচণ্ড দুৰ্ভাৱনাত কমলাৰ শৰীৰ একেবাৰে ভাঙি পৰিছে ! দুচকুৰ তলত স্থায়ী কলা দাগ পৰিছে, গাল ভাঙি গৈছে, ডিঙিৰ হাৰ স্পষ্টকৈ ওলাই পৰিছে । তেও বাৰে বাৰে কৈছিল, এতিয়া কি হব ছোৱালীজনীৰ ! আমি

একেবাৰে নিম্ন, একেবাৰে শেষ হৈ গলো'— —অলপ দূৰত এটা মূৰ্ত্তিৰ নিচিনাকৈ বহি আছিল বিকু! আগতেই সি কাকলিৰ কথা সকলো শুনিছে। ভোলা ভূঞাৰ নিচিনাকৈ খণ্ডত বিকু ফাটি পৰা নাই— মাক কমলাৰ নিচিনাকৈয়ো চুৰমাৰ হৈ যোৱা নাই— কেৱল বৰ বিষন্ন চকুৰে কাকলিৰ ফালে চাই আছে! বিকুক এনেদৰে স্তব্ধ হৈ বহি থকা কোনেও কেতিয়াও দেখা নাই!

ইফালে ভোলা ভূঞাঁই পত্নীক কৈ আছিল, 'তুমি ছাগে ভাবিছা, মই তাক এনেয়ে এৰি দিম! ইমান ডাঙৰ এটা অন্যায় কৰি বজ্জাতে পাৰ পাই যাব— মই সেইটো হবলৈ নিদিওঁ'— দেশত তো আইন কানুন শেষ হৈ যোৱা নাই!'

এক অসহায় ভঙ্গীৰে কমলাই সুধি পেলাইছে, "কি কৰিব খুজিছা তুমি! তেওঁলোক কিমান ডাঙৰ, কিমান ধনী মানুহ জানা! টকা-পইচাৰ জোৰতে সেইবোৰ ধনী মানুহে আইন কানুন সকলো কিনি লব পাৰে'—

"ইঃ ইমান উজু! এতিয়াই মই তেওঁলোকৰ ঘৰলৈ যাও!— বুলি ভোলা ভূঞাই, ঘৰৰ ভিতৰলৈ কাপোৰ কানি সলাবলৈ সোমায় যায়। ---তেতিয়া যেন কাকলিৰ সমস্ত অস্তিত্বৰ ভিতৰত হঠাতে কিবা এটা প্ৰতিক্ৰিয়া ঘটি গৈছিল যেন। দেউতাকক ৰখাই তাই কৈ উঠিছিল— তুমি যাব নালাগে দেউতা'!

কাকলিৰ কথা শুনি বিমূঢ়ৰ দৰে ভোলা ভূঞাঁই সুধিছিল, 'তেনেহলে'—

"মই নিজেই যাম দেউতা'—

'তই'—

'ও দেউতা!. মূৰ জোকাৰি কৈছিল কাকলিয়ে, 'যি কৰিব লাগে ময়েই কৰিম'—

'কিন্তু তইতো লৰামানুহ। তাহাতৰ লগত পাৰিবি জানো!'

'চাওচোন এবাৰ'—কাকলিৰ মুখ কঠিন হৈ উঠিছিল।

তাৰপাছত আজি এই অলপ সময়ৰ আগতে 'এমাৰেল্ড হাউচ'লৈ গৈ সুধীৰ ৰঞ্জন বৰুৱাক আৰু সুব্ৰতৰ লগত দেখা কৰি আহিছে। সুব্ৰতই পৰিস্কাৰকৈ জনাই দিলে যে সি কাকলিক চিনি নাপায়। চৰম অপমান কৰি তেওঁলোকে কাকলিক ঘৰৰ পৰা উলিয়াই দিছে।

কাকলিয়ে আজি এটা কথাই বাৰে বাৰে ভাবিও বুজা নাই কিয় তাইৰ দৰে এজনী নিচেই দুখীয়া পৰিয়ালৰ ছোৱালীৰ লগত ইমান ঘনিষ্ঠভাৱে কিয় মিলিছিল সুব্ৰতে। প্ৰথমকালে তো তাই সুব্ৰতৰ কথাবতৰাত বা আচৰণত একো গোলমান পোৱা নাছিল। কিন্তু কাকলি গৰ্ভৱতী হোৱাৰ পাছত বাৰু সুব্ৰত পলাইছে কিয়? সুধীৰ ৰঞ্জন বৰুৱাৰ ভয়ত? বাপেকৰ ওচৰত যে ভয়তে নে কিহবাত কোচ খাই থাকে সুব্ৰত, সেইটোতো নিজৰ চকুৰেই দেখি আহিছে কাকলিয়ে। দেউতাকৰ ভয়ত পাছ হুহকি যাবই যে লাগিব সেই কথাটো জানিও সুব্ৰতই বাৰু তাইৰ ইমান ডাঙৰ ক্ষতি কেনেকৈ কৰিব পাৰিলে? এটা মেৰুদণ্ডহীন কেচুৰ বীজ পেটত লৈ বাৰু জন্ম দিব খুজিছে কাকলিয়ে? ঘৃণাত, অপমানত তাইৰ সমস্ত শৰীৰ ঘিণ ঘিণ লাগিবলৈ ধৰিলে। এনে লাগিল তাই যেন সকলো কাম কৰি পেলাব। লগতে এটা বিৰাট আৰু অসহ্য খঙে তাইৰ মূৰত যেন জুইহে লগাই দিলে।

০ ০ ০ ০ ০

কিমানদেৰী যে বাহিৰৰ দেৱালখনৰ ফালে চাই কাকলি বিছনাখনত পৰি আছিল—তাই নিজেই কব নোৱাৰে। —খেয়ালেই নাই! হঠাত বাহিৰৰ বাৰাণ্ডাৰ পৰা বিকুৰ চিঞৰ ভাঁহি আহিল—"চুৰবৰ পোৱালীৰ বডী মই পানীত পেলাই দিম! চালা, জহৰা! এতিয়াই যাম—চাম তাক কোনে বচায় আজি!"

লগে লগে কমলা আৰু ভোলা ভূঞাঁই একেলগে চিঞৰি উঠিল— 'মূৰ গৰম নকৰিবি বিকু! তই ঠাণ্ডাহৈ বহ। যি কৰিব লাগে আমি কৰিম'—

কাকলিয়ে আৰু শুই থাকিব নোৱাৰিলে। লৰালৰিকৈ বিছনাৰ পৰা নামি বাৰাণ্ডালৈ দৌৰি আহিল, অৱৰুদ্ধ মাতেৰে সুধিলে, 'কি হৈছে'?— ভোলা ভূঞাঁই উত্তৰ দিলে, 'বিকুৱে সুব্ৰতহঁতৰ ঘৰলৈ যাব খুজিছে'। উত্তেজিত হৈ চৈ চিঞৰ বাখৰ শুনি এনেকুৱাই কিবা এটা ভাবিছিল কাকলিয়ে! তাই সুধিলে বিকুক, 'তালৈ গৈনো কি হব?'—

'তালৈ নগলে সেই হাৰামীৰ বাচ্চাটোক শিক্ষা দিম কেনেকৈ? চালা, গোটেই বস্তিৰ মানুহ লৈ গৈ তাহাতৰ ঘৰ ঘেৰাও কৰিমগৈ! ভালকৈ দহটামান পিটন দিলে বাপ্ বাপ্ বুলি ল'ৰা চিধা হৈ যাব।'
লগে লগে কাকলিয়ে কৈ উঠিল— 'বিকু, তই বিচাৰ নেকি যে মই আত্মহত্যা কৰো! —'মানে'— বিকু আচৰিত হৈ উঠিল। 'বস্তিৰ মানুহ বোৰে যেতিয়া সুধিব, হঠাৎ সুধীৰ বৰুৱাৰ ঘৰ কিয় ঘেৰাও কৰিবলৈ গৈছা—তেতিয়া তেওঁলোকক কি উত্তৰ দিবি'?

বিকু অলপ হুটি গল। মুখ তললৈ কাৰ কৈ উঠিল, 'কিন্তু এদিন নহয় এদিন সকলোৱে তো সেই চালা কুকুৰ পোৱালীটোৰ কথা জানিব'— বিকুৰ লগত এইবিষয়ে কথা হবলৈ লাজত মূৰ কটা গৈছিল কাকলিৰ! কিন্তু নকয়ে বা উপায় কি? হঠকাৰিতা বা উত্তেজনাৰ বশৱৰ্ত্তী হৈ সি যদি সচাকৈয়ে মানুহ-তুনুহ গোটাই সচাকৈয়ে সুব্ৰতহঁতৰ ঘৰ ঘেৰাও কৰিবলৈ যায়, বোমা পেলাবলৈ যায়— তেতিয়াতো ভয়ানক বিপদ হব। সুধীৰ বৰুৱাই পুলিচ লগাই বিকুক ধৰাই নি পাচ বা সাত বছৰৰ বাবে জেলতো ভৰাই থব পাৰে। যাৰ ইমান প্ৰচুৰ টকাপইচা, তাহাত্তিতো টকা পইছা খৰছ কৰিও প্ৰফেচনেল মাৰ্ডাৰাৰ লগাই বিকুক মৰায়ো

পেলাব পাৰে। তাৰোপৰি অন্য ফালৰ পৰাও মাৰাত্মক অস্বস্তিৰ কাৰণো তো আছে। বিকুৰ যিহে গৰম মূৰ, খণ্ডত একো নাইকিয়া হৈ ছাগে বস্তিৰ মানুহবোৰৰ আগত চিঞঁৰি কৈয়ে দিব, সুব্ৰতই কাকলিক গৰ্ভৱতী কৰি পলাই গৈছে। সেইটো জনাজাত হৈ গলে এই ঠাইত আৰু থাকিব পৰা নহব'!— হয় আত্মহত্যা কৰিব লাগিব নহলে ৰাতি মনে মনে চোৰৰ নিচিনাকৈ মুখ ঢাকি ইয়াৰ পৰা পলাব লাগিব।

হঠাত কাকলিৰ চকুত পৰিল তাহাতৰ চিঞঁৰ-বাখৰবোৰ শুনি ওচৰৰ ভাৰাতীয়া মানুহবোৰ নিজ নিজ ঘৰৰ পৰা ওলাই আহি হা কৰি তাহাতৰ কথা বতৰা শুনি তাহাতকে চাই আছেহি! লৰালৰিকৈ বিকুক ভিতৰলৈ টানি আনি কাকলিয়ে কথাবোৰ বুজাবলৈ ধৰিলে। মূৰ ঠাণ্ডা কৰি, কোনোৰকম হৈ চৈ নকৰি সুধীৰ বৰুৱাহঁতৰ দৰে প্ৰবল প্ৰতিপক্ষৰ লগত যুজিব লাগিব — নহলে তেওঁলোকে বিকুহঁতক শেষ কৰি দিব'—
কাকলিৰ কথাবোৰ পছন্দ হোৱা নাছিল বিকুৰ। তাৰ দুৰ্বিনীত কান্ধ বেকা কৰি সি কৈ উঠিল— 'চালা, তোৰ বাইদেউক ইমান ডেমেজ এটা কৰি সি পলাই সাৰিব আৰু আমি ভাবিচিন্তিহে আগবাঢ়িম! মোৰ কিন্তু মৰিয়াই খুন্দিয়াই গোটেই পৃথিবীখনকে পাওদাৰ কৰি দিবৰ মন গৈছে 'অ'— তই মোক বাধা নিদিবি অ' বাইদেউ!
'কিন্তু'—
'তই ভাবিছ, টকা পইচাৰ জোৰত তাহাতি মোক শেষ কৰি দিব। এয়েতো তোৰ ভাবনা। ইমানদিন তয়ে আমাক খুৱাই বুৱাই বচাই ৰাখিছ! তোৰ প্ৰেচটিজৰ বাবে যদি জীৱনটো যায় যাওক—

ছচকু কাকলিৰ পানীৰে উপচি পৰিছিল। গভীৰ আবেগেৰে বিকুৰ এখন হাত নিজৰ মুঠিত তুলি লৈ কাকলিয়ে কৈ উঠিল— 'মোৰ এটা কথা তই শুনিবই লাগিব'—

'কি ?'

'কেইটামান দিন মোক সময় দে! ইয়াৰ ভিতৰতে যদি ভাবি একো উলিয়াব নোৱাৰো তেতিয়াহলে তোৰ যি ইচ্ছা হয় তাকে কৰিবি !"— চকু মুখ কোচাই কিবা এটা চিন্তা কৰিলে বিকুৱে। তাৰ পাছত 'ঠিক আছে বাইদেউ, তোক এটা উইক সময় দিলো'—বুলি বিকু ওলাই গল। আৰু তেতিয়া লাহে লাহে আকৌ বিছনাত পৰি চাই দুহাতেৰে মুখ ঢাকি পেলালে কাকলিয়ে। সুধীৰ বৰুৱাহঁতৰ ঘৰৰ পৰা ওলাই আহিবৰ সময়ত যি ভাবিছিল—আকৌ এবাৰ সেই কথাই কাকলিৰ মনত পৰি গল। সুধীৰ ৰঞ্জন বৰুৱাহঁতৰ বিৰুদ্ধে তাইৰ দৰে এক দুৰ্বল, অসহায় সম্বলহীন এজনী ছোৱালীয়ে কিদৰে বাৰু যুদ্ধ চলাব ? —

## (চাৰি)

সুব্ৰতহঁতৰ ঘৰৰ পৰা ঘূৰি অহাৰ পাছত আৰু দুটা দিন কাটি গল। ইয়াৰ মাজতে যান্ত্ৰিক নিয়মেৰে নিজৰ দৈনন্দিন কামবোৰ কৰি গৈছে কাকলিয়ে। কাকলিৰ ডেইলী ৰুটিনত কতো অকনো হেৰফেৰ হোৱা নাই। ৰাতিপুৱাই উঠি স্কুললৈ যোৱা, দুপৰীয়া উলটি আহি খাই-বই সামান্য ৰেষ্ট লৈয়ে উলুবাৰীত টিউচনী কৰিবলৈ যোৱা—এনেভাৱেই কাকলিৰ দৈনন্দিন ৰুটীনৰ কামবোৰ চলি আছিল। এই দুদিনটো ছাগে কাকলিৰ গাত থকা সুব্ৰতৰ সন্তান আৰু অলপমান ডাঙৰ হৈছে, অথচ কাকলিয়ে সুব্ৰতহঁতৰ বিৰুদ্ধে কোনো ৰণকৌশল এতিয়াও ঠিক কৰিব পৰা নাই! এবাৰ ভাবিছে কাকলিয়ে যে তাই আকৌ সুব্ৰত-হঁতৰ ঘৰলৈ যাব। পিছ মুহূৰ্ত্তে সেইটো চিন্তা খাৰিজ কৰি দিছে। তালৈ গলেও কিবা কাম হব যেন কাকলিৰ লগা নাই। প্ৰথমতে দাৰোৱানেতো তাইক চিনি থৈছে, ঘৰৰ ভিতৰলৈ সিটো কোনোমতেই সোমাবলৈ নিদিব! জোৰচোৰ কৰি সোমালেও, সুধীৰ বৰুৱাই পুলিচ

চুক্তি মাতি তাহাতৰ হাতত কাকলিক তুলিও দিব পাৰে। চুৰি, অনধিকাৰ প্ৰৱেশ বা ব্লেকমেইলিং—পইচাৰ জোৰত এনেকুৱা হেজাৰটা চাৰ্জত কাকলিক দায়ী কৰিলে তাই বাৰু কি কৰিব? কাকলিয়ে আৰু ভাবিছে—ঘৰটো মানে 'এমাৰেল্ড হাউচলৈ' নোসোমাই, বাহিৰৰ ৰাস্তাৰ দাঁতিতে ৰৈ থাকিব আৰু যেতিয়া সুব্ৰত ওলাই আহিব ঘৰৰ পৰা তেতিয়াই তাক ধৰিব। কিন্তু কথাবাৰ ভবাৰ লগে লগে তাইৰ মনত পৰিল—যি মানুহে তাইক মুখৰ ওপৰতে কৈ দিছে চিনি নেপাও বুলি—এনেকুৱা এটা ইতৰ, নীচ মানুহক লগ ধৰি লাভ কি? যদি সুব্ৰতৰ লগত দেখাও হৈ যায় তেতিয়াহলে কাকলিয়ে কৰিব কি? চিঞৰি ৰাখৰি ৰাস্তাত মানুহ গোট খুৱাব! গালি শপনি পাৰি, অপমান কৰি সুব্ৰতৰ খ্যাতি মাটিত মিহলাই দিব! কিন্তু এনে কাম কৰাটো কাকলিৰ পক্ষে সম্ভৱ নহয়!

আৰু এটা কাম অৱশ্যে কৰিব পাৰি। 'এমাৰেল্‌ড হাউচৰ' কাষত থকা প্ৰতিঘৰ মানুহৰ ঘৰলৈ গৈ জনাই দিব পাৰি—সুব্ৰতই তাইৰ কিমান ডাঙৰ ক্ষতি কৰিলে? কিন্তু এইবোৰ কাম কৰিবলৈ যাওঁতে, তাইৰ গৰ্ভৱতী হোৱাৰ কথাটোওতো অনিবাৰ্য্য ভাৱে আহি পৰিব।—এইটোতো মিছা নহয় যে সেইদিনা অকলে নিজানে থকা ঘৰটোত, যি ঘটিছিল তাত কাকলিৰো নজনাকৈ হলেও মত আছিল! তাইৰ অনিচ্ছা বা আপত্তি থকা হলে তাইৰ এই দেহ কোনোপধ্যেই সুব্ৰতে দখল কৰিবতো নোৱাৰিলেহেঁতেন! সেয়ে কাকলিয়ে এই তৃতীয় চিন্তাটোও মনৰ পৰা দূৰ কৰিব লগা হল।

তাৰ দুদিন পিছত এৱা উলুবাৰীৰ টিউচনী শেষ কৰি ঘৰলৈ উলটি আহিছে কাকলি। নিজৰ কোঠাতে তাই বহি আছিল। তাইৰ চকু দেৱৰ খিৰিকিৰ পিনে। এতিয়া সম্পূৰ্ণ পূৰ্ণিমা! এখন ৰূপালী থালৰ ঘুৰণীয়া জোনবাইটো আকাশত জিলিকি আছে। গাখীৰৰ দৰে অঢেল জোনাকৰ ঢলে

বস্তি অঞ্চলটো যদিও বৰ লেতেৰা, তথাপিও প্লাবিত কৰি থৈছে— পৃথিবীখন যেন মায়াবী মায়াবী হৈ পৰিছে। কাকলিয়ে কিন্তু সেইবোৰ —চোৱাহঁ নাছিল কেৱল অন্যমনস্কৰ দৰে মাত্ৰ বাহিৰলৈ চায়ে থাকিল।

এতিয়াও অৱশ্যে ৰব তীক্ষ্ণ দৃষ্টিৰে নাচালে—কাকলি যে অন্তঃসত্বা, সেই কথাটো ধৰিব নোৱাৰি।—কিন্তু আৰু নো কিমান দিন? খুব বেছি এমাহ বা দুমাহ—যি কৰিব লগীয়া আছে কাকলিৰ এইখিনি সময়ৰ ভিতৰতে কৰিব লাগিব। হঠাতে বাহিৰৰ পৰা ভোলা ভূঞাই মাত লগালে— “কাকু!” খিৰিকিৰ ফালৰ পৰা মুখ ঘূৰাই কাকলিয়ে দেখিবলৈ পালে কেৱল মাত্ৰ দেউতাকেই নহয় মাকো দুৱাৰ মুখ পাইছেহি। তাই সুধিলে—‘কিবা কবা?’

‘ওঁ’—দুই জনেই কোঠাৰ ভিতৰ সোমাল। ভোলাভূঞা চকীত বহিল আৰু মাক কমলাই বিছনাখনত কাকলিৰ কাষতে বহিল।

—এতিয়া আৰু কাবো লগ ভাল লগা নাছিল কাকলিৰ। সেয়ে এটা নিস্পৃহ চাৱনিৰে তাই দেউতাকৰ মুখলৈ চালে।
ভোলা ভূঁঞাই কৈছিল—“এটা কথা ভাবি চালো অ’ কাকু!”
‘কি দেউতা?’—
‘সুব্ৰতহঁতৰ নামত কেচ কৰা দৰ্কাৰ। আজি দুপৰীয়া এজন চিনাকী উকীলৰ কাষলৈ গৈছিলো। তেখেতে কলে যে কেচ কৰিলে আমি হেনো জিকি যাম। আৰু বেছি উৎসাহেৰে ভোলা ভূঞাই কৈ গল, কামত ধৰি তাৰস্তো বিয়া পাতি দিব লাগিবই—আনকি ক্ষতি পূৰণো আদায় কৰিব পাৰিম—তই কি কৱ?

তোতিয়া কাকলিয়ে সুধিলে কেচ যে কৰিবা টকা পাব কত? তোমাৰ উকীলে জানো বিনা পইচাৰে আমাৰ কাৰণে মোকৰ্দ্দমা চলাব?

—ভোলা ভূঞাৰ যেন উৎসাহ বহুখিনি কমি গল। টকা পইচাৰ কথাটোতো তেখেতে আগতে ভবা নাছিল। সেয়ে ভূঞাই আকৌ কলে— 'তই অলপ টকা যোগাৰ কৰিব নোৱাৰিবি জানো?

অতিপাত খণ্ড উঠাৰ এই মুহূৰ্ত্তটোতে কাকলিয়ে হাঁহি পেলালে। কলে, 'আমাৰ সংসাৰখন কেনেকৈ চলিছে তুমি জানো নাজানা দেউতা! প্ৰতি মাহেই অলপ নহয় অলপ ধাৰ লাগে। কেচ কৰিবলৈ টকা মোক কোনে দিব? আৰু যদি দিয়েও, পাছত শোধ কৰিম কেনেকৈ?'

সেই সময়তে কমলাই কৈ উঠিল। 'সেই হাৰডাল বেচি দিয়া হওক'—এই মণিধাৰৰ এটা সৰু ইতিহাস আছে! ভোলা ভূঞাৰ চাকৰি গুচি যোৱাৰ পাছত কোম্পানীৰ পৰা কিছু টকা পাইছিল! সেই টকাৰ পৰা কাকলিৰ বিয়াৰ বাবে এডাল মণি, এযোৰা কানৰ দুল আৰু চাৰিপাতকৈ তলত ব্ৰোঞ্জ দিয়া চুড়ি বনাই থোৱা হৈছিল। হাজাৰ কষ্ট আৰু অভাবৰ স্বত্বেও এই সামান্য সোণৰ বস্তুকিটা ভোলা ভূঞাইতে বেচাৰ কথা ভাবিবই পৰা নাছিল। মানসিক সংঘাতত জুৰুলা হৈ পৰিলেহে এনে বস্তু বেচাৰ কথা ভাবিব পাৰে সেইটো কাকলিয়ে ভালকৈয়ে বুজিছিল। এই সকলোবোৰ তাইৰ সন্মান আৰু সুৰক্ষিত ভবিষ্যতৰ বাবে। মাক-দেউতাকে যে তাইৰ কাৰণে ইমান ভাবিছে সেইকাৰণে কৃতজ্ঞতা আৰু গভীৰ আবেগত কাকলিৰ মনটো ভৰি উঠিল। তথাপি কাকলিয়ে কিন্তু জীৱনৰ অন্য এটা দিশ, কঠোৰ আৰু নিষ্ঠুৰ বাস্তৱ পাহৰি যোৱা নাছিল। সেযে কাকলিয়ে কৈছিল, কিন্তু মা। সেই গহনা কিপদ বেচি তুমি কিমান টকা পাবা?'

কমলাযো জিজ্ঞাসু দৃষ্টিৰে ভোলা ভূঞাৰ ফালে চালে! সোণৰ দাম সম্বন্ধে কমলাৰ কোনো পৰিস্কাৰ ধাৰণাই নাই— তেতিয়া ভোলা ভূঞাই কলে— 'তিনিচাৰি হাজাৰমান পাব পাৰো'—কাকলিয়ে কিবা এটা কব

খুজিছিল— তেনেতে কাষৰ ঘৰৰ দুৱাৰ খুলি মালা গুপ্তাই দুৱাৰেদি মুখখন উলিয়াই ভোলা ভূঞাক কলে— 'ককাইদেউ, আপোনাক কোনোবাই বিচাৰিছে ?

'কোনে'— ভূঞাই চকীখনৰ পৰা উঠি উঠি সুধিলে। 'নাম কোৱা নাই'— মালাৰ উত্তৰ

এনেয়ে সাধাৰণতে ভোলা ভূঞাৰ ওচৰলৈ মানুহ খুব কমেইহে আহে। এই মানিক কাকতি পথৰ কাষত বস্তিৰ নিচিনা ঠাইত বহুবছৰ কটালেও —ভোলা ভূঞাৰ চিনাকী মানুহৰ সংখ্যা বৰ কম। এসময়ত বন্ধু-বান্ধৱ লৈ দিনে ৰাতি হৈ চৈ কৰি ফুৰিবলৈ ভাল পাইছিল ভোলা ভূঞাই— কিন্তু চাকৰিটো যোৱাৰ পাছত, এইযে মানিক কাকতি পথৰ ওচৰৰ বস্তিলৈ গুচি আহিল তেতিয়াৰে পৰা নিজকে সংকুচিত কৰি পেলালে ভোলা ভূঞাই ! বজাৰ কৰিবলৈ যোৱাৰ সময়খিনিৰ বাহিৰে পৰাপক্ষে ভোলা ভূঞা বাহিৰলৈ নোলায়েই। ৰাৰাণ্ডাৰ এচুকত থকা ভঙা চকীখনতে সি নিজক আবদ্ধ কৰি ৰাখে— তেওঁৰ লগত পৰিচয় বা ঘনিষ্ঠতা হোৱাটো প্ৰায় অসম্ভৱ— সেয়ে কোনো ভূঞাৰ কাষলৈ নাহে !— হঠাতে আজি এজন আহিলত সকলো প্ৰায় অবাকেই হৈ উঠিল।

কাকলি আৰু কমলাই খোলা দুৱাৰেদি বাহিৰলৈ চাই আছিল— অলপ পাছতে তেওঁলোকে দেখিবলৈ পালে, গাত দামী ধুতি পাঞ্জাবী, ভৰিত ধুনীয়া চিকমিকিয়া পাম্পচু পিন্ধা এজন মধ্যবয়সীয়া লোকক লগত লৈ নিজৰ কোঠাত সোমালগৈ ভোলা ভূঞা ! মানুহজনক কেতিয়াও আগতে দেখা যেন নালাগিল কাকলিৰ ! তথাপি তাইৰ মনত কৰবাত যেন এটা প্ৰশ্নৰ উদয় হৈছে ! হল বুলিয়েই দেউতাকে বাৰু এজন অচিনাকী মানুহক একেবাৰে নিজৰ শোৱাৰ কোঠালৈ লৈ গল ! কাকলিয়ে মাকক প্ৰশ্ন কৰিলে, 'মানুহজন কোন চিনানে ?—

"নাই'— কমলায়ো মূৰ জোকাৰিলে— আগতে এই মানুহজন কোনোদিন আমাৰ ঘৰলৈ অহা নাই'!

—কমলাৰ কথা শেষ নৌহওতেই ভোলা ভূঞা আকৌ এইটো কোঠালৈ সোমাই আহিল। ভূঞাক যথেষ্ট উত্তেজিত যেন লাগিছে। চেপা মাতেৰে তেওঁ কৈ উঠিল— 'সুধীৰ ৰঞ্জন বৰুৱাই দূত পঠিয়াইছে'— আকৌ যেন স্নায়ুবোৰ টান টান হৈ উঠিল কাকলিৰ! মেৰুদণ্ডও যেন পোন হৈ পৰিল!

ইফালে কমলাও আচৰিত হৈ পৰিছে। ভীৰু কণ্ঠেৰে মাকে সুধিলে, "কিয় হঠাতে বৰুৱাই মানুহ পঠিয়ালে? 'এতিয়াও আলহীয়ে একো কোৱা নাই। তেওঁৰ যি কবলগীয়া আছে আমাৰ দুয়োৰে আগতে কব। দুকাপ চাহ লৈ কোঠালৈ আহা'—ভোলা ভূঞাই কমলাক কৈ গল। —কমলাও আৰু বৈ নাথাকিল। চাও— সুব্ৰতৰ দেউতাকে বা কি খবৰ পঠিয়াইছে— কৈ কৈ মাক কমলাও কোঠাৰ পৰা ওলাই গল। কাকলিয়ে লক্ষ্য কৰিছে যে মাকৰ চকুৰে মুখে গভীৰ উৎকণ্ঠাৰ লগত যেন অকমান আশাৰ বেঙনিও জিলিকি উঠিছে। মাকে হয়তো ভাবিছে— হয়তো সুধীৰ ৰঞ্জন বৰুৱাই মত সলাইছে। কাকলিক নিজৰ ঘৰৰ পৰা খেদি পঠাই তেওঁৰ ছাগে এতিয়া অনুশোচনাই হৈছে। সেয়ে হয়তো কিবা এটা মিটমাট কৰিবলৈ বিচাৰিছে!

মাৰ সমান কিন্তু কাকলি আশাবাদী নহয়। তথাপি কি কাৰণে নো সুধীৰ বৰুৱাই হঠাত ইয়ালৈ মানুহ পঠিয়ালে— সেই কথাটো জানিবৰ বাবে কাকলিৰ মনত তীব্ৰ কৌতুহল জাগি উঠিল। কিমান দেৰি তাই কব নোৱাৰিলে হঠাতে তাই থিয় হল। তাৰ পাছত লাহে লাহে সন্তৰ্পণে খোজ দি দি মাক-দেউতাকৰ কোঠাৰ গুৰি পাই, দুৱাৰত কান দি কথাৰ গম লবলৈ ধৰিলে। যদিও এনেকৈ চোৰৰ নিচিনাকৈ

লোকৰ কথা মনে মনে শুনিবলৈ কাকলিয়ে বৰ বেয়া পায়— বৰ কুৰুচিপূৰ্ণ কথা বুলি ভাবে— তথাপি কিবা এটা অপ্ৰতিৰোধ্য শক্তিয়ে যেন তাইক নিজৰ কোঠাৰ পৰা যেন ইয়ালৈ টানি আনিলে !

কোঠাৰ দুৱাৰখন আধা খোলা— তাৰ ফাঁকেদিয়ে কাকলিয়ে দেখিলে— সেই মাজ বয়সীয়া মানুহজনে মা-দেউতাৰ বিছনাত বহি চাহ খাই খাই কৈ আছে, 'এইটো ঘটনাক আপোনালোকে এটা এক্সিডেন্ট বুলি ধৰি লওঁক। আজিকালিৰ লৰা-ছোৱালীয়ে কিমান ঘনিষ্ঠভাৱে মিলামিচা কৰে চাওকচোন! আমাৰ সময়ত জানো এইবোৰ আছিল ? বৰ বেছিকৈ মিলামিচা কৰিলে এনেকুৱা এক্সিডেন্ট হয়েই যায়।'—

তেওঁ আকৌ কৈ যায়— 'আপোনাৰ ছোৱালীয়ে এটা ভুল কৰি বহি আছে। এইটো অৱশ্যে কোৱাইট নেচাৰেল। তাইৰ এতিয়া যি বয়স তাত এনেকুৱা ভুল হয়েই। যৌৱন বৰ গোলমলীয়া বুইছে ডাঙৰীয়া'— মানুহজনৰ চকুমুখ লাহে লাহে দাৰ্শনিকৰ দৰেই হৈ পৰিল।

ইপিনে মানুহজনৰ কথাবোৰ শুনি শুনি থুতৰি দৃঢ় হৈ পৰিছে ভোলা ভূঞাৰ। তেওঁ কৰ্কশ মাতেৰে কৈ উঠিছে— 'এই কথাবোৰ শুনাবৰ বাবেই সুধীৰ ৰঞ্জন বৰুৱাই আপোনাক ইয়ালৈ পঠাইছে নেকি ?'— নহয় নহয়— মানুহজনে ব্যস্তসমস্ত হৈ কৈ উঠিল। —মাত্ৰ এয়া নহয়— আৰু দৰ্কাৰী কথা আছে আপোনাৰ লগত'।

"আৰু কথাৰ দৰ্কাৰ নাই। এটা কথা জানিব পাৰিলেই আমাৰ হৈ যাব'—

'কি কওকচোন'—

'এই যে মোৰ ছোৱালীজনীৰ ইমান ডাঙৰ সৰ্বনাশ এটা কৰা হল— তাৰপাছত আৰু তাইৰ সন্মান থাকিব নেকি ? মানুহে তো আৰু অলপদিন পাছত আমাৰ মুখত চুন সানি, গাত থু ছটিয়াই, এই ঠাইৰ পৰা

খেদি পঠিয়াব'— "ইস্ ইস্'— সোঁহাতেৰে অভয়মুদ্ৰা দেখুৱাই মানুহ-জনে কৈ উঠিল--"আপোনালোক সকলোৰে মান-সন্মান, প্ৰেচটিজ যাতে বাচে, সেইকাৰণেই তো ষকৰা চাহাবে মোক আপোনালোকৰ ওচৰলৈ পঠিয়াইছে!— তেখেতে আপোনালোকলৈ এটা ফৰমূলা দি পঠাইছে!'— "কিহৰ ফৰমূলা?

ভেৰী চিম্পল। লোকলজ্জাৰ পৰা আপোনাৰ ছোৱালীও বাচি যাব আৰু আপোনালোকেও সমাজত মূৰ ওখ কৰি ফুৰিব পাৰিব'— বিৰক্তিৰে ভৰা কণ্ঠেৰে তেতিয়া ভোলা ভূঞাই কলে, স্পষ্টকৈ কওকচোন— কেনেকৈ সেইটো সম্ভৱ হয়? মানুহজনে কথাবোৰ লাহে লাহেকৈয়ে, কৈ আছিল, হঠাতে মাতটো আৰু সৰু কৰি আৰু অলপ তলৰ পৰ্দালৈ নমাই কৈ উঠিল—যদি ৰাজী থাকে আপোনালোক তেনেহলে কালিলৈকে এটা নাৰ্চিংহোম ঠিক কৰি দিও। কেইঘণ্টামানৰ হে কথা! ৰাতিপুৱা আপোনাৰ ছোৱালীক ভৰ্ত্তি কৰিলে গধূলী আগৰ দৰেই কুমাৰী ছোৱালীহে ঘৰলৈ ঘূৰি আহিব পাৰিব। —একেবাৰে নিস্পাপ ভাৰ্জিন—কাৰো বাপেকৰ সাধ্য নাই, ইয়াৰ কিবা গম পোৱাৰ!'— জনাৰ্জনি হৈ যোৱাৰ ভয়ত ভোলা ভূঞাই চিঞৰিব পৰা নাছিল। তথাপি এটা হিংস্ৰ মাতেৰে কৈ উঠিল—'গৰ্ভপাত কৰাই মোৰ ছোৱালীৰ সৰ্ব্বনাশ কৰিব খুজিছে'? —

'সৰ্ব্বনাশ কত? মানুহজন কোনো কাৰণতেই উত্তেজিত বা ক্ষিপ্ত নহয়। সকলো সময়তে পৰম সহিষ্ণু আৰু অবিচলিত। নিৰ্বিকাৰ ভংগীত মানুহ-জনে আকৌ কলে—'এবৰচন কৰাই তেওঁক তো আকৌ নৰ্মাল কৰি দিয়া হব। ভাল লৰা চাই, চোৱা চিন্তা কৰি তেতিয়া আপোনাৰ ছোৱালীৰ বিয়াও দিব পাৰিব। তাইৰ গাত তো আৰু এই এক্সিডেণ্টৰ'— মানুহজনৰ কথা শেষ নৌ হওঁতেই প্ৰায় চিঞৰিয়ে উঠিল ভোলা ভূঞাই—'কি পগলা মানুহৰ প্ৰলাপ বকিছে হেৰি আপুনি! মোৰ ছোৱালীৰ ইমান

ডাঙৰ সৰ্বনাশ কৰিলে সুব্ৰতে ! এতিয়া আপুনি কৰলৈ আছিছে, তাইৰ গৰ্ভপাত কৰাই অন্য লৰাৰ লগত বিয়া দিবলৈ' — ভোলা ভূঞা যেন পাগল হৈ গৈছে। —প্ৰবল ৰক্ত-চাপত যেন ডিঙিৰ শিৰবোৰ ভোলা ভূঞাৰ ফুলি ফুলি উঠিছে। চকু দুটা যেন এইমুহূৰ্ত্তে ফাটিহে যাব।

'ৰব ৰব মহাশয় !'— হাত দাঙি মানুহজনে কলে, "সুব্ৰতৰ কথা কিবা যেন কলে ? সুব্ৰতই কাৰ ক্ষতি কৰিলে ?

'কাৰ আকৌ, মোৰ ছোৱালীৰ ! ভাবিছে এবৰছনৰ ব্যৱস্থা কৰি তেওঁ পাৰ পাই যাব'— !

'এইটোতো অদ্ভুত কথা শুনিছো। আপোনাৰ ছোৱালীয়ে সেইদিনা বৰুৱা চাহাবৰ আগত দেখা কৰি, নিজৰ অৱস্থাৰ কথা কৈছিল। বৰুৱা চাহাবৰ মনটো বৰ কোমল , খুব চিমপেথেটিক টাইপৰ মানুহ তেখেত, লোকৰ দুঃখ দেখিলে একেবাৰে গলি যায়—

সেইকাৰণে মোক কলে, ছোৱালীজনীক লাজৰ পৰা বচোৱা গৈ, আৰু আপুনি আকৌ ছোৱালীজনীৰ দেউতাক হৈ এনে এটা বাজে কথাত তেখেতৰ লৰা সুব্ৰতক জপটিয়াইছে'— এইটো কিন্তু মই আপোনাৰ পৰা আশা কৰা নাছিলো ভূঞা'দেৱ'— বৰ যেন দুখেৰে সৈতে মুৰটো জোকাৰিবলৈ ধৰিলে মানুহজনে।

ভোলা ভূঞা প্ৰথমতে অলপ থতমত খাই গল। পাছমুহূৰ্ত্তেই যেন হিতাহিত জ্ঞান শূন্য হৈ চিঞৰি উঠিল— 'সুব্ৰত এই ঘটনাৰ লগত জড়িত নোহোৱা হলে সুধীৰ ৰঞ্জন বৰুৱাৰ নিচিনা মানুহে মোৰ মুখখন চাবলৈ আপোনাক ইয়ালৈ পঠিয়াইছে ?"—

মানুহজনে আকৌ উত্তৰ দিলে, 'মই কৈছিলোৱেই নহয় ইমান ডাঙৰ মানুহ হলে কি হব, বৰুৱা চাহাবৰ হাটখন একেবাৰে ফুলপাহৰ দৰে কোমল। সামান্য এটা ভুলৰ বাবে তেখেতে আপোনাৰ ওচৰলৈ

মোক পঠাইছে। তেখেতৰ গ্রেটনেচৰ কথাটোও ভাবিব আকৌ। তথাপিও ভোলা ভূঞাই নমনা দেখি শেষত কৈ উঠিল, “আপুনি বাৰু, তেৰয় বছৰীয়া মোৰ সমান বয়সৰেই মানুহ ! মোক সন্ধ বুলি ভাৱক’—

“নাই নাভাবো—মই মুঠতে সুব্ৰতক মুঠাত সেবাপছবো জেলত ভাত খুৱাইছে এবিম’—

“বাক আপুনি যেতিয়া একোকে নুশুনে—তেনেহলে শুনকছোন—নার্চিং হোমৰ খৰছটোকে বৰুৱাচাহাবে দিব ! কিমান লাগিব কওকচোন—পোন্ধৰ হাজাৰ ! তথাপিও ভোলাভূঞাক সৈমান নোহোৱা দেখি তেওঁ কৈ উঠিল—“ঠিক আছে আপুনি ভাবিব নালাগে ! তথাপি মোৰ ফালৰ পৰা ত্রিশ হেজাৰ পর্য্যন্ত অফাৰ থাকিল’—

কিন্তু তাৰ পাছতো কমলা আৰু ভোলাভূঞাৰ মাজত সন্তুতো কথাৰ আদান প্রদান হোৱাতো কাকলিয়ে বুজ ভাবিছিল তথাপি তাই কৈছিল—‘মা ত্রিশহেজাৰ টকাৰ বাবে ইমান ডাঙৰ এটা জঘন্য অন্যায় মানি লব খুজিছা !’

কাকলিয়ে মর্ম্মে মর্ম্মে উপলব্ধি কৰিব পাৰিছিল যে ইমানখিনি টকাৰ মোহে সদায় অভাৱী হৈ থকা দেউতাক মাকে হয়তো লোভ সামৰিবলৈয়ো টান পাব। লগে লগে এইটোও বুজিলে কাকলিয়ে যে সুধীৰ বৰুৱাই নিশ্চয় খুব ভয় খাইছে নহলে মানুহকেনো পঠাব কিয় ? সেয়ে শেষত কাকলিয়ে মাক দেউতাকক কলে, “এইবাৰ মানুহজন আহিলে মোৰ লগত কথা পতাই দিবা—যি কব লাগে ময়ে কম’—মানুহজন যেতিয়া দুদিনৰ পাছত আহিল—তেতিয়া কাকলিয়ে চিধাই কথাৰ মাজতে কৈ দিলে—‘আপোনালোকৰ সুধীৰ বৰুৱাক কৈ দিব—মই নার্চিং হোমলৈ কেতিয়াও নাযাওঁ।’—

"আপুনি পাঁচ বছৰীয়া ছোৱালীনেকী? কথাবোৰযে নুবুজে—
মই পাঁচ বছৰীয়া ছোৱালীও নহওঁ"—
আপুনি লৰাটোৰ বাস্তৱ দিশটো ভাবি চাওক'—'আপুনি দেউতাহঁতক
ত্ৰিশ হাজাৰ টকা আনো ঘোচ দিব খোজা নাই?'

'আপোনাৰ বকৰা চাহাবক মোৰ শেষ কথা কৈ দিব, যে টকাৰে মোক
কিনিব নোৱাৰে'—
'ঠিক আছে—মই যাওঁ'—মানুহজন ওলাই যায়।

## (পাঁচ)

দিনবোৰ লাহে লাহে বাগৰি গৈছিল— আৰু আঢ্যৱন্ত পুৰুষ সুধীৰ বকৰাই নানা উপায়েৰে, বহুতো মানুহক ঘোচ দি গুণ্ডা লগায়ো মৰাৰ চেষ্টা কৰিও কাকলি ভূঞাৰ গাৰ নোমকে লৰাব নোৱাৰিলে। সেয়ে মৃত্যুতকৈ আতৰাই ভাল বুলি কাকলিয়ে উলুবাৰী, বিহাবাৰীস কলোৰে টিউচনী এৰি দিলে।

আৰু এমাহ পাৰ হৈ গল। কাকলিয়ে এতিয়া দূৰলৈ নগৈ ওচৰতে টিউচনী বিচাৰি ললে। আৰু হঠাতে সেইদিনা কি হল জানো—কল-তলতে মুখধুবলৈ গৈ, মূৰ ঘুৰি পৰি গল কাকলি লগে লগে বমি—কাষতে থকা বিভা নাৰ্চ বাইদেউহঁত আহিল আৰু ধৰাধৰিকৈ বিছনালৈ নিওতেই কাকলিৰ কথাটো গম পাই গল। তথাপি নিজৰ কথাত দৃঢ়মনা হৈ থকা কাকলিক মাক দেউতাকে মত সলনি কৰাব নোৱাৰিলে—খঙ দুখ আৰু অভিমানত মাক কমলাই কাকলিৰ অনা খোৱা বস্তু, কাপোৰ কানি লোৱাও বন্ধ কৰি দিলে তথাপি কাকলি নিৰুপায়!

তাৰ পাছতো আকৌ বিপদৰ কলামেঘ কাকলিৰ মূৰৰ ওপৰলৈ উৰি আহিল। সেইবাৰ ইলেকচনত নামিব সুধীৰ বকৰা। সেয়ে এই

সুবিধাতে ভায়েক বিকুৰ পৰামৰ্শতে সেই ঠাইৰ আন এজন সমাজসেৱী বদন শইকীয়াক ইলেকচনত নামিব খুজি বহুত উপায়েৰে কাকলিক প্ৰলোভিত কৰিবলৈ চালে কিন্তু নোৱাৰিলে। বিকুৱে কাকলিৰ কথামতেই দেৱালে দেৱালে, সুধীৰ বৰুৱাৰ লৰা সুব্ৰতৰ কুকীৰ্ত্তিৰ কথা দীঘলকৈ লিখি প্ৰচাৰ চলালে—পষ্টাৰত কাকলিহঁতৰ ওচৰত সেও মানিবলৈ চৌবিশ ঘণ্টাৰ আলটিমেঠাম দিছিল। ইপিনে ভেতিয়া সুধীৰ বৰুৱাৰ ইলেকচন কেম্পেইনৰ পানীত হাহঁ নচৰা অৱস্থা! শেষত চৌবিশ ঘণ্টা পাৰ হোৱাৰ আগতেই, সুধীৰ বৰুৱা, কাকলিহঁতৰ ঘৰ পালেহি! বৰুৱাই কাকলিৰ মাক দেউতাকৰ আগত কৈ উঠিল—'যি হোৱাটো সি হৈ গল—লেট আচ ফৰগেট ইট। মই পোন্ধৰ দিনৰ ভিতৰতে কাকলিক বোৱাৰী কৰি মোৰ ঘৰলৈ লৈ যাম"—

(ছয়)

সুধীৰ বৰুৱাই আৰু কথাৰ হেৰফেৰ নকৰিলে। ঠিক পোন্ধৰ দিনৰ ভিতৰতে সুব্ৰত আৰু কাকলিৰ বিয়া হৈ গল। বিয়াতো যি খৰছ কৰিলে সুধীৰ বৰুৱাই — তাৰ তুলনাই নাই। নিজৰ কামেৰে সুধীৰ বৰুৱাই যেন ভোটাৰসকলক কৈ দিলে— চাওক—মোৰ অন্তৰ কিমান উদাৰ— কিমান মহৎ তেওঁ!" —মনে মনে কিন্তু বুদ্ধিও কৰিলে সুধীৰ বৰুৱাই—নিজৰ পুতেকৰ বিয়াৰ অস্ত্ৰ পাতেৰেই তেওঁ এইবাৰ নিৰ্ব্বাচনত জিকিব।

এসপ্তাহৰ পাছত, আঠমঙ্গলালৈ আহিল কাকলি আৰু সুব্ৰত! জৰুৰী কাম থকাৰ বাবে সুব্ৰত এদিন আগতেই ঘূৰি গল — কথা হল, দুদিন পাছত আহি কাকলিক লৈ যাব ঘৰলৈ! পাছদিনাই দুপৰীয়া খোৱা বোৱা সকলো শেষ কৰি কাকলি গৈ একেবাৰে গুৱাহাটী কোৰ্ট পালেগৈ

আৰু বিচাৰি বিচাৰি এজন পকা উকিল ঠিক কৰি ললে। তেওঁৰ হতুৱাই সুধীৰ বৰুৱাৰ ঘৰলৈ ডাই ভোৰ্চৰ নটিচ পঠিয়াই, ঘৰলৈ ঘূৰি আহোতে কাকলিৰ বেছ বাতিয়ে হল।

তাৰো দুদিন পাছত উদিগ্ন মুখেৰে সুব্ৰত হাজিৰ হলহি। কলে— 'কি কথা! তুমি ডাই ভোৰ্চৰ নটিচ দিছা?'

"ও"-- শান্ত ভঙ্গীৰে কাকলিয়ে উত্তৰ দিলে।

"তাৰ মানে"?—

'খুব সহজ'— তোমাৰ লগত মোৰ যে বিয়াখন হল, তাত প্ৰকৃত ভালপোৱা বা শ্ৰদ্ধা একোৱেই নাই! যি আছে সি হৈছে ঘৃণা, সন্দেহ আৰু বিদ্বেষ! এইবোৰক ভিত্তি কৰি কোনো সম্বন্ধইতো টিকি থাকিব নোৱাৰে '।

'তেনেহলে বিয়াৰ বাবে ইমান কাণ্ডখন কৰিলা কিয়' ?

— সুব্ৰতে সুধিলে।

'মই আৰু মোৰ পেটৰ সন্তানটোৰ বাবেই। সেই সন্তানৰ এটা সামাজিক স্বীকৃতিৰ প্ৰয়োজন আছিল। কুমাৰী ছোৱালীৰ সন্তানত মানুহে কি কয়--নিশ্চয় তুমি ভালকৈয়ে জানা! মোৰ সন্তানবো তেনে দুৰ্ভাগ্য হওক, সেইটো মই বিচৰা নাই। সেয়েহে তোমাক এনেদৰে বিয়া কৰিলো।' — একে উশাহতে কথাখিনি কৈ অলপ দেৰী ফেঁপায় কাকলিয়ে তাৰ পাছত তীব্ৰ মাতেৰে কৈ উঠে—"তোমাক মই ঘৃণা কৰো, ঘৃণা, ঘৃণা, ঘৃণা। —একো কব নোৱাৰা হৈ বিভ্ৰান্তৰ দৰে চাই থাকে সুব্ৰতই "।।

# তীৰ্থশ্ৰেষ্ঠ পুষ্কৰলৈ

## ( উপেন্দ্ৰনাথ দত্তৰ স্মৃতিত )

হেমলতা দত্ত

সুজলা-সুফলা শস্য-শ্যামলা এইখন ভাৰতবৰ্ষত অতি প্ৰাচীন কালৰে পৰা ইয়াৰ বিভিন্ন ঠাইত অৱস্থিত পবিত্ৰ তীৰ্থসমূহে ভাৰতীয়সকলক যুগে যুগে প্ৰভাৱান্বিত কৰি আহিছে। সেই তীৰ্থসমূহৰ এখনি হৈছে ৰাজস্থান ৰাজ্যৰ আজমীৰ নামৰ ঠাইৰপৰা দহ কিলোমিটাৰ মান নিলগত অৱস্থিত ব্ৰহ্মাকুণ্ড বা পুষ্কৰ তীৰ্থ।

কেউকাষে সুউচ্চ পাহাৰবেষ্টিত এই ব্ৰহ্মাকুণ্ড বা পুষ্কৰৰাজক ভাৰতীয় তীৰ্থযাত্ৰীসকলে 'তীৰ্থৰাজ' বুলি মানে। সাধু-সন্তসকলে কয় যে সকলো তীৰ্থৰ যাত্ৰাৰ ফল এই পুষ্কৰ তীৰ্থত স্নান কৰিলে পোৱা যায়। ভাৰতীয় শাস্ত্ৰৰ পদ্ম পুৰাণৰ মতে গংগামাতা, প্ৰয়াগ ৰাজ আৰু পুষ্কৰ ৰাজেই সকলো তীৰ্থৰ গুৰু। আজমীৰৰপৰা এই পুষ্কৰ তীৰ্থলৈ অকোৰা-পকোৰা পথ। পথৰ দুয়োকাষত সেউজীয়া গছ-গছনিৰে পৰিপূৰ্ণ। এই ঠাইৰ ৰমণীয় দৃশ্যৰাজিয়ে অতি সহজেই তীৰ্থযাত্ৰীসকলৰ মন মুহি লয়।

পুষ্কৰ তীৰ্থ বা ব্ৰহ্মাকুণ্ডৰ মুখ্য পবিত্ৰ সৰোবৰৰ চাৰিও দিশে ৰজা-মহাৰজাসকলে সাজি দিয়া বাৱন্নটি ঘাট আছে। এই ঘাটসমূহেই অতীতৰ ঐতিহ্যৰে আজিও পুষ্কৰ তীৰ্থৰ তীৰ্থযাত্ৰী সকলক মন আকৰ্ষিত কৰি আছে। সেয়েহে কোৱা হয় যে—

'পুস্কৰে পুস্কৰং স্নান পুস্কৰে দুস্কৰ তপঃ
পুস্কৰে দুস্কৰো বাসঃ সৰ্ব পুস্কৰে দুৰ্লভ ॥'

এই ব্ৰহ্মকুণ্ড বা পুষ্কৰত প্ৰায় তিনিশ পঞ্চাশটি দেৱালয় আছে। তাৰ ভিতৰত ছটি মুখ্য দেৱালয় হ'ল (১) ব্ৰহ্মাজীৰ মন্দিৰ (২) বৰাহ বিষ্ণু ভগবান মন্দিৰ, (৩) সাবিত্ৰীজী (ব্ৰহ্মাৰ প্ৰথমা পত্নী), (৪) শ্ৰীবেণীগোপাল পুৰণা ৰংগনাথজী মন্দিৰ, (৫) অটমটেশ্বৰ মহাদেৱ (৬) শ্ৰীৰমা বৈকুণ্ঠনাথ বা নতুন ৰংগনাথজীৰ মন্দিৰ।

তীৰ্থৰাজ পুস্কৰত থকা বিভিন্ন দৰ্শনীয় স্থানবোৰ হৈছে পঞ্চকুণ্ড, গৌমুখ, বুঢ়া পুস্কৰ, মধ্য পুস্কৰ, গয়াকুণ্ড, মুকুণ্ড, সাশ্ৰম, অগস্থ্যাশ্ৰম শ্ৰীলক্ষীগোপাল, নন্দা, প্ৰাচীন সৰস্বতীৰ সংগমস্থল আদি। জমদগনি ঋষি, সাবিত্ৰী মন্দিৰ, পাপমোচনী, গংগা যমুনাৰ সংগমস্থল, অজেয় গন্ধেশ্বৰ, মহাদেৱ, কালিকা মাতাৰ মন্দিৰ আদি পুস্কৰ তীৰ্থৰ বিখ্যাত ঠাইসমূহ। কথিত আছে যে এই পুস্কৰ সৰোবৰতে ব্ৰহ্মাই নিজ হাতে যজ্ঞ সমাপন কৰিছিল। সেয়ে কাতি মাহৰ শুক্লপক্ষত ইয়াত বিৰাট মেলা বহে। ব্ৰহ্মাই নিজ হাতেৰে পুষ্প+কৰ, পুষ্প প্ৰদান কৰা বাবেই এই ঠাইৰ নাম পুস্কৰ হয়।

এই পুস্কৰ তীৰ্থক লৈয়ে কথিত আছে যে ৰামায়ণৰ শ্ৰীৰামচন্দ্ৰই চৌধ্য বছৰ বনবাসৰ পিছত, পুত্ৰ বিয়োগৰ বাবে যেতিয়া ৰজা দশৰথৰ মৃত্যু হৈছিল তেতিয়া শ্ৰীৰামচন্দ্ৰই পিতৃৰ মোক্ষপ্ৰাপ্তিৰ হেতু, মহৰ্ষি অত্ৰিৰ পৰামৰ্শমতে চৰ্মনবতী নদীৰ পাৰলৈ গৈ, মাৰ্কণ্ডেয় ঋষিক সুধিছিলগৈ "এয়া কোন তীৰ্থ আৰু এই তীৰ্থৰ মাহাত্ম্য কি?" তেতিয়া মহৰ্ষিয়ে উত্তৰ দিছিল, "বৎস এয়ে তীৰ্থ য'ত শ্ৰাদ্ধ সম্পন্ন কৰিলে মৃতকে দৰ্শন দিয়ে।" তেতিয়া শ্ৰীৰামচন্দ্ৰই পিতৃ শ্ৰাদ্ধৰ হেতু ভ্ৰাতা লক্ষ্মণ আৰু স্ত্ৰী মাতাৰে সৈতে সকলো বস্তুৰ যা-যোগাৰ কৰি শ্ৰাদ্ধ সমাপন কৰাৰ পিছত কথিত আছে যে ৰজা দশৰথে হেনো ব্ৰাহ্মণৰ ৰূপত দেখা দিয়ে। সেয়েহে এই ঠাইৰ মাহাত্ম্য বুলি কোৱা হয় যে, 'সতী পিত্ৰ প্ৰমাণিনা পিণ্ড দধ্যাত্ৰি পুস্কৰে। উদ্ধৰে সপ্ত গোত্ৰানাং কুলমে

কি উদ্ধাৰ মস্ত।' সেয়েহে সকলোৱে কয় যে এই পবিত্ৰ ঠাইত শ্ৰাদ্ধ কৰিলে মৃতকে মোক্ষ লাভ কৰে।

যোৱা বছৰৰ ডিচেম্বৰ মাহৰ কোনোবা এটা দিনত হঠাতে সপোন দেখিছিলো আৰু সেই সপোনত ৰাস পূৰ্ণিমাৰ আগে আগে ইহলীলা সম্বৰণ কৰা স্বামীক দেখিছিলো। তেখেতে যেন মোক কৈছে পুস্কৰলৈ যাবলৈ সাজু হ'বলৈ। হঠাতে সাৰ পাই গৈছিলো — আৰু সাৰ পাই ভাবিছিলো পুস্কৰনো কি? পুস্কৰ সৰোবৰ বা হ্ৰদৰ নাম শুনিছো; কিন্তু পুস্কৰ যে এনে মহান মৃত্যুৰ পিছত মোক্ষ লাভৰ তীৰ্থ তাক হ'লে জনা নাছিলো। সেয়েহে দৃঢ়প্ৰতিজ্ঞ হৈছিলো জীৱনত এবাৰ পুস্ককৰলৈ যামেই। সেয়েহে সময় আৰু সুবিধা সকলো মিলি যোৱাত যোৱা লক্ষী পূৰ্ণিমা তিথিৰ পিছতে পুত্ৰ-বোৱাৰী সমন্বিতে যাত্ৰা কৰিছিলো পুস্কৰলৈ। গধূলিৰ ধূসৰ আন্ধাৰত, অকোৱা-পকোৱা বাটেৰে গাড়ীৰে আগবাঢ়োতে মনত হেজাৰটা প্ৰশ্ন আৰু উৎকণ্ঠাৰ উদয় হৈছিল—তাত বা কি আছে! লাহে লাহে গাড়ীখন আগবাঢ়ি গৈছিল আৰু দূৰত, পুস্কৰ সৰোবৰৰ পাৰত, পাহাৰৰ মাজে মাজে লাইটবোৰ জ্বলি উঠিছিল। দূৰৰ আকাশ জিনি থকা পাহাৰ চূড়াৰ সাবিত্ৰী মন্দিৰত আৰতিৰ ঘণ্টা ধ্বনি বাজি উঠিছিল—মনটো উৎকণ্ঠিত হৈ পৰিছিল কিজানি আমাৰ মাজৰ পৰা হঠাতে হেৰাই যোৱা তেখেতক কৰবাত লগ পাম—কৰবাত দেখিম!!

শেষত কুণ্ডৰ কাষতে থকা টুৰিষ্টলজত এটা বিনিদ্ৰ ৰাতি কটাই, পুৱাৰ লগে লগে শ্ৰাদ্ধ কৰা ঘাটলৈ আগবাঢ়িছিলো। পুৰোহিতে কোৱামতে সকলো কাম কৰি মোৰ পুত্ৰই দেউতাকৰ বাবে শ্ৰাদ্ধ আৰু পিণ্ড দান কৰি, বুকুত বান্ধি লৈ যোৱা তেখেতৰ অস্থি সেই তপবিত্ৰ পুস্কৰ তীৰ্থত বিসৰ্জন দিছিল—প্ৰাণটোৱে হাঁহাকাৰ কৰি উঠিছিল অন্তৰে গুমৰি গুমৰি কান্দিছিল। তথাপিও মোক্ষলাভৰ বাবে তেখেতৰ এই শেষ

কার্য্যখিনি কৰ্ত্তব্যখিনি পুত্ৰই কৰাত, তেখেতৰ অস্থি সেই তীৰ্থত বিসৰ্জন দিয়াত—মোৰ তপ্ত প্ৰাণে কিমান যে তৃপ্তি, কিমান যে শান্তি পাইছিল তাক বৰ্ণাই শেষ কৰিব নোৱাৰি !!

লক্ষী পূৰ্ণিমা তিথিত পবিত্ৰ হৰিদ্বাৰৰ 'হৰকী পৌড়ীত' কাতি মাহৰে পবিত্ৰ দ্বাদশী তিথিত, গংগা-যমুনা-সৰস্বতীৰ সংগম স্থল এলাহাবাদৰ প্ৰয়াগত আৰু কাতি মাহৰে পূণ্য তিথিত তীৰ্থৰাজ পুস্কৰত তেখেতৰ অস্থি বিসৰ্জন দি, সপোনত দেখা দিয়াৰ সাৰ্থকতা লাভ কৰিলো বুলি এখন তৃপ্ত অন্তৰ লৈ যোৰহাট পালোহি। ভগবানে তেখেতৰ আত্মাক শান্তি দিয়ক।